# বিষ্ণু ৰাভা

# এতিয়া কিমান ৰাতি




তিলক দাস

চন্দ্ৰপ্ৰকাশ

পানবজাৰ, গুৱাহাটী-১

**BISHNU RABHA ETIA KIMAN RATI : Biography and critical appriciation of Bishnu Prasad Rabha written by Tilak Das and published by Rajendra Mohan Sarma, Chandra Prakash, Panbazar, Guwahati-1, Assam.** **Price : Rs. 80.00 only.**

---

প্ৰকাশক ঃ

শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মা।

চন্দ্ৰ প্ৰকাশ।

পানবজাৰ, গুৱাহাটী - ১

দূৰভাষ— ২৫১১১৯৪৬

প্ৰথমপ্ৰকাশ ঃ অক্টোবৰ, ১৯৭৭ চন।

২য়প্ৰকাশ ঃ চেপ্তেম্বৰ, ১৯৮০ চন।

৩য়প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ১৯৮৯ চন।

৪ৰ্থ প্ৰকাশ ঃ ডিচেম্বৰ, ১৯৯২ চন।

৫ম প্ৰকাশ ঃ জুন, ১৯৯৭ চন।

ষষ্ঠ প্ৰকাশ ঃ জুন, ২০০৫ চন।

বেটুপাত ঃ

ত্ৰৈলোক্য দত্ত

মূল্য ঃ

৮০.০০ টকা

ছপা ঃ

আৰ্ট প্ৰিণ্টাৰ্চ এণ্ড ষ্টেচনাৰ্চ।

এ.টি. ৰোড, গুৱাহাটী- ১

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ
যোগ্যতমা পত্নী
শ্ৰীমতী মোহিনীবালা ৰাভাৰ
গৌৰৱপূৰ্ণ স্মৃতিত
লিখকৰ পৰম শ্ৰদ্ধা-স্নেহ-ভকতিৰে
অৰ্পণ কৰা হ'ল।

। আগকথা ।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ জীৱন কালতেই তেওঁৰ জীৱনী লিখি উলিয়াবলৈ মন কৰিছিলোঁ আৰু সেই হাবিলাসতেই তেওঁৰ পৰা সময় আৰু সুযোগ বুজি দুই-চাৰি কথাৰ টোকা কৰি লৈছিলোঁ। মোৰ হাবিলাসৰ প্ৰতি সদয় হৈ তেওঁ মাজে-সময়ে তেওঁৰ পূৰ্বপুৰুষৰ পৰা কিয়দংশ কৈ গৈছিল আৰু মই ভৱিষ্যতৰ বাবে টোকা কৰি থৈছিলোঁ। এইদৰেই জীৱনী লিখি উলিওৱা প্ৰচেষ্টাটো স্বপ্নৰ দৰে ৰৈ থাকিল।

বিচিত্ৰভাৱে পৰিপূৰ্ণ কলাগুৰুজনাৰ জীৱনলৈ সশস্ত্ৰ বিপ্লৱৰ আধৰাৰ বিস্ময়কৰ অধ্যায় এটি আহি পৰিল। তেওঁ ৰাজ ৰোষত পৰি অজ্ঞাতবাসী হ'ল। শেষত তেওঁ চিপাহীৰ হাতত বন্দী হৈ কাটেকত সোমাল। মুকলি হৈ অহাৰ পিচত তেওঁৰ জীৱনৰ পটবোৰৰ পৰিবৰ্তন হ'ল।

প্ৰতিভাশালী শিল্পীজনাক পুনৰ লগ পালোঁ। আৰু দুই-চাৰি কথা সংগ্ৰহ হ'ল। সংসাৰৰ ঘাট-প্ৰতিঘাটত নানা বিপৰ্য্যয়ে আমাক চেপি-খুন্দি ধৰিলে—তথাপিও তাৰ মাজতেই জীৱনীখন লিখাৰ স্বপ্ন সদায় উজ্জ্বল হৈয়ে থাকিল।

কালৰ গতিত তেওঁ দুৰাৰোগ্য নৰিয়াত আক্ৰান্ত হৈ পৰিল। গুৱাহাটী মেডিকেল কলেজ হস্পিটালত তেওঁৰ আশীৰ্বাদ পাই জীৱনীখন লিখি উলিয়াবলৈ মনলৈ আৰু দৃঢ়তা আহিল। কিন্তু কালে তেওঁক নেৰিলে। তেওঁৰ মহান মৰ-নাটৰ সামৰণি পৰিল।

কেইবাটিও বছৰ পাৰ হৈ যোৱাৰ পিচত জীৱনীখন নতুনকৈ লিখিবলৈ আৰম্ভ কৰিলোঁ। সাধ্যানুসাৰে য'লৈ ত'লৈ যাওঁ, সকলো সংগ্ৰহ কৰোঁ আৰু লিখোঁ। বহুতো সদাশয় লোকলৈ চিঠি-পত্ৰও দিওঁ। বিভিন্ন ঠাইলৈ যাওঁ; অনাদৃত, অৱহেলিত



গাওঁত সোমাওঁ। কোনেও নজনা কথাৰ যেনো একোখন ইতিহাস ওলাই পৰে। এইদৰেই প্ৰায় চাৰি বছৰৰ অন্তত জীৱনীখন সম্পূৰ্ণ কৰিবলৈ সক্ষম হওঁ।

গুৱাহাটী বুক ষ্টলৰ স্বত্বাধিকাৰী শ্ৰীবংশীধৰ শৰ্মাদেৱৰ লগত তেওঁৰ গ্ৰন্থ-তীৰ্থখনতেই দেখাদেখি হওঁ। এই জীৱনীখনৰ কথা কওঁতেই তেওঁ যেনো তৎক্ষণাৎ কৈ পেলালে, "কিতাপখন মোক দিয়ক, মই প্ৰকাশ কৰিম।" কৃতজ্ঞতা আৰু আনন্দত মোৰ অন্তৰ ভৰি পৰিল।

শিল্পী শ্ৰীকমল নাৰায়ণ চৌধুৰীদেৱে হাতেলিখা অৱস্থাতে খুব মনোযোগেৰে কিতাপখন পঢ়ি দুই-এক কথালৈ আঙুলিয়ালে, আৰু সু-সাহিত্যিক বন্ধুবৰ শ্ৰীমেদিনী চৌধুৰীদেৱেও কিতাপখনিলৈ সুদৃষ্টি দি আমাক অনুপ্ৰাণিত কৰিলে। দুয়োলৈ আন্তৰিক শ্ৰদ্ধা থাকিল।

খ্যাতনামা সাহিত্যিক শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যদেৱৰ সৰ্বজন বিদিত বিখ্যাত কবিতা "বিহু ৰাতা, এতিয়া কিমান ৰাতি" কবিতাটিৰ নামেৰেই আমাৰ গ্ৰন্থখনিৰো নামাকৰণ কৰিবলৈ পাই আমি অতি আনন্দ পাইছোঁ আৰু শ্ৰীভট্টাচাৰ্য্যদেৱলৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সেই মনোৰম কবিতাটিৰ এটি সম্যক আলোচনাও আমাৰ পুথিখনিত সন্নিৱেশ কৰিছোঁ।

অসমত কিতাপ প্ৰকাশ কৰা কিমান কঠিন—অনেক লিখকেই জানে। এনে কঠিন কাম এটিৰে আমাক উৎসাহিত কৰি অমৰ কলাকাৰজনাৰ জীৱন-কথা লোক-সমাজত বিলিত কৰি শ্ৰীশৰ্মাদেৱে সকলোৰে নিশ্চয় প্ৰশংসাভাজন হৈছে। মোৰ কৃতজ্ঞতা মই অকুণ্ঠিত চিত্তে তেওঁলৈ আগবঢ়াইছোঁ। ইতি—

তিলক দাস

## —ইয়াত আছে—


| | |
|---|---|
| আগলিকা— | ১১—১৫ |
| অসমীয়া কৃষ্টি— | ১৬—২৩ |
| খিলং খিত্‌ং তাত্‌তং— | ২৪—৩২ |
| ৰংপুৰ ৰঙে ৰসে ভৰপূৰ— | ৩৩—৩৮ |
| ৰংপুৰৰ পথা ৰংঘৰলৈ— | ৩৯—৪৬ |
| মুক্তাণ্ডি জনিতং হৰিগুণ বলিতং— | ৪৭—৫৫ |
| জীৱনৰ খো-কোঁহ— | ৫৬—৬৫ |
| হৃদয়ৰ ৰাজআলিয়েদি— | ৬৬—৭৩ |
| আছে সভাসদ লোক— | ৭৪—৮২ |
| ধাউতিবুলীয়া ৰণগীত অধিয়া— | ৮৩—৯১ |
| জীৱনৰ বিবিধ ছন্দেৰে— | ৯২—৯৯ |
| ৰঙমেলালিৰ ৰৰবায়নৰ ৰূপত— | ১০০—১১২ |
| কামনাৰীৰণৰা কমলাবাৰীলৈ— | ১১৩—১২৮ |
| মুক্ত বিহঙ্গৰ দৰে— | ১২৯—১৩৮ |
| জনজীৱনৰ বাটে-বাটে পাতে-পাতে— | ১৩৯—১৪৭ |
| মুকুতি দেউলৰ বৰ চোতালত— | ১৪৮—১৫৭ |
| ন-পৃথিৱীৰ নতুন যুগ স্বাগতম্— | ১৫৮—১৬৯ |
| আনন্দ ৰূপং বহু বিভাতি— | ১৭০—১৮০ |
| শুনা জনতাৰ কোলাহল শুনা— | ১৮১—১৯০ |
| জনতাৰ সাগৰত গুঁজৰি-গাজৰি— | ১৯১—২০৬ |
| নিজু ৰাজা, একিজা কিয়াম ধাতি— | ২০৭—২১৬ |
| সমাজ-আত্মিক বিকাশ— | ২১৭—২২৬ |
| দেহা-বীণৰ তাঁৰ জোকাৰি— | ২২৭—২৩৪ |
| সুৰ দেউলৰে শিকলি খণেৰে— | ২৩৫—২৪২ |
| জীৱন নাটৰ ভাওৰীয়া— | ২৪৩—২৫০ |
| কলাগুৰু মহামান্য শিল্পী শিৰোমণি— | ২৫১—২৫৮ |
| ৰাগ কল্যাণ, তাল ধৰমাৰ— | ২৫৯—২৬৮ |
| উপসংহাৰ— | ২৬৯—২৭৯ |

**19th Nov. 1953**

**S. B. Gopal Ch. Road**

**P.O. Tezpur, Darrang.**

মৰমৰ তিলক,

তোমালোকৰ তাত নিজৰ ঘৰৰ দৰে থাকি বৰ ভাল আৰু আপোন যেন লাগিল। তাৰ ফলত আমাৰ সম্বন্ধ ঘনিষ্ঠতৰ হ'ল। শ্ৰীমতীয়ে তাৰপৰা আহি কেৱল তোমালোকৰেই কথা কৈ থাকে, বিশেষকৈ বাপু-বাসুইতৰ কথা। কথাৰ অন্ত নাই।…

মোৰ বিষয়ে তুমি কিছু element আৰু material বিচাৰিছিলা। এইবাৰৰ Tourএই আছিল প্ৰধান কাৰণ। কিন্তু এইবাৰও বিশেষ একো নহ'ল। তুমি যদি ইমান হেপাহেই কৰিছা তেন্তে তোমাক মোৰ জীৱনৰ এটা চমু টোকা দিম।…

মোৰ জীৱনৰ বিষয়ে লিখিবলৈ হলে, তুমি Andre Muroisৰ "Ariel" (Shelleyৰ জীৱনী) অথবা Irning Stoneৰ লিখা "Lust for Life"—(Vincent Gogh নামে এজন Dutch Artistৰ জীৱনী) পঢ়িবা।…সেই ঠাঁচত লিখিলে কতাপৰ মূল্য বাঢ়িব।… মোৰ বিষয়ে জনতাৰ কি মত,—খেতিয়ক, বনুৱা, ছাত্ৰ, মধ্যবিত্ত শ্ৰেণীৰ কি অভিমত,—বুদ্ধিজীৱীসকল কেনে ভাব সেইফাললৈকো লক্ষ্য ৰাখিবা।…মোৰ জীৱনৰ philosophy কি,—কি অৱস্থাত মই শিল্পী, গায়ক, নৃত্যশিল্পী, লিখক, কবি, সাহিত্যিক, ঐতিহাসিক, নাট্যকাৰ, চিত্ৰপৰিচালক, অভিনেতা, খেলুৱৈ আদি হলোঁ—সেইবিলাকো মন কৰিবলগীয়া।…মোৰ private জীৱনৰ যিখিনি প্ৰকাশযোগ্য—তাকো আভাস যাতে সমাজত ছাব নপৰাকৈ ৰিৰিঙে। কিয়নো মই ৰাজনীতিত যোগ দিলোঁ সেইফালেও মন দিবা।…

মোৰ প্ৰথমা ভাৰ্য্যাৰ কথা।…এতিয়াৰ কাহিনী…সকলো পাতাল দিবা।…জীৱনত প্ৰেমৰ কাহিনীও আছে। সেইবিলাকো প্ৰকাশ কৰিব পাৰা, কিন্তু যাতে সিঁহতৰ জীৱিত অৱস্থাৰ জীৱনত কলঙ্ক নপৰে এনে কৌশলেৰে লিখিবা। যাক মই তোমাক সহায় কৰিম।…তবে বেচি খৰখৰ নকৰিবা।…

….অধৰবাবুক কৈছিলোঁ,—উমেশ স্বৰ্গীয়াৰী, যোগেশ বড়ো, গণেশ বড়ো, বেঙা বড়ো,—এই স্বৰ্গীয়াৰী, পূৰ্ণকান্ত বড়ো ( বসুমতাৰী ), নিগ্ৰো বড়ো, এইবিলাকৰ ওপৰত warrant আছে নে নাই; যদি আছে কি কি caseত আছে, কেনেকৈ সেই warrant withdrow কৰিব পাৰি ইত্যাদি বিতংকৈ খবৰ লৈ মোলৈ চিঠি লিখিবলৈ। তেওঁ কি কৰিলে জনাবা।…

….আৰু বেচি নেলেখোঁ। বুঢ়া-বুঢ়ীক আমাৰ উভয়ৰে নমস্কাৰ জনাবা। তোমালোকে মোৰ মৰম ও আশীষ লবা। ইতি

বিষ্ণুপ্ৰসাদ ৰাভা

---

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ চিঠি এখন হুবহু নকল প্ৰকাশ কৰা হ'ল। ফটোগ্ৰাফ দিব নোৱাৰাৰ কাৰণে দুঃখিত। —লেখক।

॥ এক ॥

# আগলিকা

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ জীৱনী লিখোঁ বুলি যুগুতাই থোৱা ফাইলবপৰা মাজে-সময়ে চিঠিখনি উলিয়াই পঢ়োঁ, একেলগে কেবাবাৰো পঢ়োঁ। চকু দুটা সেমেকি আহে। দশম-কীৰ্ত্তন পাঠ কৰি সেৱা-সৎকাৰেৰে সামৰি থোৱাৰ দৰে আকৌ সামৰি থওঁ। মনলৈ বেজাৰ আহে, ভাবোঁ, জীৱনীখন সম্পূৰ্ণ কৰিব নোৱাৰিম নেকি! তেজপুৰৰ 'মেম্বাৰছ লজ'ত থাকোঁতে, যোৰহাটৰপৰা বদলি হৈ অহা ই-এ-চি এজনৰ আগত মোৰ পৰিচয় "এওঁ মোৰেই শিষ্য কিন্তু মোতকৈ বেছি লিখিলে" এনেদৰে কোৱা কথাবাৰি যেতিয়াই মনত পৰে, তেতিয়াই মনটো ইছাট-বিছাট কৰে। মনতে ভাবোঁ, সঁচাকৈ আধা লিখা কৰি থোৱা ৰাভাদেৱৰ জীৱনীখন সম্পূৰ্ণ কৰিব লাগে; কিন্তু তেনে মহৎ, বিশাল আৰু সুন্দৰ জীৱন এটিৰ আলেখ্য লিখা বা 'চৰিত তোলা' জানো আমাৰ পক্ষে সম্ভৱ? জানো, বুজি পাওঁ, নিজৰ ক্ষুদ্ৰ জ্ঞান, অধ্যয়ন, অভিজ্ঞতাৰ সীমাবদ্ধতাত এনে কাম সম্ভৱ নহয়। তথাপিও লিখিব লাগিব, কাৰণ সেই প্ৰতিভাশালী, গুণী পুৰুষজন জীয়াই থাকোঁতেই লিখা কাম আৰম্ভ কৰিছিলোঁ আৰু তেওঁৰ পূৰ্বপুৰুষবপৰা 'জয়মতী' ছবি উলিওৱা সময়লৈ তেওঁৰ শ্ৰীমুখবপৰাই শুনি টোকা লিখিছিলোঁ। তাৰ বাহিৰেও, মাজে

সময়ে দুই-চাৰি কথা সুধি লৈছিলোঁ। খোৱতে দুই-চাৰি কথা কৈছিল। ৰাজনৈতিক কাৰ্য্যসূচী, থিয়েটাৰ বা কোনো সভালৈ আছিলে লগ পালেও সুযোগ নোলায়; কাৰণ তেওঁৰ লগে লগে গুণগ্ৰাহী লোকসকলে সদলবলে তেওঁক আগুৰি থাকে।

কেতিয়াবা তেওঁৰ স্বাভাৱিক হাঁহিটিৰে কয়: "হৰ, দুয়ো একে-লগে বহিম, এই বেলিও নহ'ল।"

সময়ে বাট চাই নাথাকে। দিন যায়, মাহ যায়, বছৰ বাগৰে। ইয়াৰ মাজতে কেইবাবাৰো তেওঁ আমাৰ ঘৰলৈ আহে। আমাৰ পিতৃ-মাতৃৰ লগতেই আমি সাত ভাই-ককাইৰ মাজত তেওঁ যেন এজন, এনেভাবেই আমাৰ পিতৃ-মাতৃৰ তেওঁলৈ চেনেহ। মাজে সময়ে দুয়ো মোক তেওঁৰ খা-খবৰৰ কথা সোধে। মাতৃ দেৱীয়ে কয় "বাপা, তেওঁক একবাৰ আহইবা কৰি এ।"

আমাৰ ঘৰলৈ বিষ্ণুপ্ৰসাদ ৰাভা কিয় আহে, সেয়ে যেন হ'ল এটি জগৰ, আমাৰ ঘৰলৈ পুলিচ তদন্ত আহিল। কোনোবা শত্ৰুৱে হয়তো পুলিচত লগালে যে মই বিপ্লৱী কমিউনিষ্ট পাৰ্টিলৈ ৰৰগুনি দিওঁ। চৰকাৰী কামত থকা মানুহ গতিকেই জগৰ।

"অসমীয়াৰ জাতীয় সমস্যা" নামৰ এখনি পুস্তিকা লিখিছিলোঁ ১৯৪৬ চনত তেজপুৰত থকা কালত। তাত চি-পি-আইৰ ভাষা নীতিৰ এটি বিৰূপ সমালোচনা আছিল। তদন্তী পুলিচলৈ সেই-খনকেই আগবঢ়োৱা হ'ল। তেওঁলোক নিতাল মাৰিলে। কিছুদিন পিচত এদিন দাদাই কলে যে বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ লগত মোৰ সহযোগ থকা বুলি পুলিচে হেনো ৰিপোৰ্ট পায়, মই সাৱধানে চলিব লাগে। তেতিয়া মই বজালী চাৰ্কোলৰ স্কুল ছাব-ইনপেক্টৰৰ কাম কৰিছিলোঁ। এইবেলিও কোনোমতে ৰক্ষা পৰিলোঁ।...

তেওঁৰ অজ্ঞাতবাসৰ পিচত নবৌ কনকলতাক লগত লৈ তেওঁ এবাৰ আমাৰ ঘৰলৈ আহিল। নবৌক মই 'বৌদেউ' বুলি মাতিলোঁ. ৃিয়া খুলি কথা-বতৰা হলোঁ, যেন আমি ভাই-ভনীহে। দাদাৰ

হোৱাজী বাপু আৰু আমাৰ প্ৰথমা হোৱাজী বাইহঁত তেতিয়া সৰু সৰু। সিহঁতে বৌদেউক সম্বোধন কৰে জেঠাদেউ বুলি। কনকলতা বৌদেৱে আমাৰ আই-দেউতাক সম্বোধন কৰিছিল—আই-দেউতা বুলিয়েই, যেন আমি সকলোবিলাকেই এটি পৰিয়ালৰহে লোক। তেওঁলোক তিনি দিন থাকিল। চতুৰ্থ দিনা হুয়ো বিদায় ললে। যাবৰ সময়ত বাভাদেৱে পিন্ধি ললে এটি মাটীয়া ৰঙৰ দীঘল পেণ্ট আৰু গৰম কাপোৰৰ প্ৰায় তেনে ৰঙৰেই এটি বুছচাৰ্ট। মোক কলে যে সেইযোৰ কাপোৰ তেওঁৰ কোনোবা এজন সামৰিক বিভাগত কাম কৰা বন্ধুৱে দিছে। নামটোও কৈছিল ; কিন্তু এতিয়া আৰু মনত নাই।

হুয়ো বাছত উঠিল। মোৰ মনটো বৰ বেয়া লাগিল। বৌদেৱে মোক কলে, "তুমি এবাৰ তেজপুৰক যাবা।"

এনেদৰেই আমাৰ আপোন সম্পৰ্ক গঢ়ি উঠিছিল।

এবাৰ বৰপেটা চৰকাৰী হাইস্কুলৰ ছাত্ৰসকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম দিৱস উপলক্ষে স্কুলৰ চৌহদৰ ভিতৰতে এখন ৰভা সাজি উৎসৱৰ আয়োজন কৰিছিল আৰু বাভাদেৱক বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰিছিল। ছাত্ৰসকলক হেনো তেওঁ কৈ পঠিয়াইছিল যে তেওঁ আহি আমাৰ ঘৰতেই উঠিব আৰু ছাত্ৰসকলে তেওঁক তাতেই লগ ধৰিব।

চাওঁতে চাওঁতে সন্ধিয়া হৈ আহিল। তেওঁ আহি পোৱা নাই ; ছাত্ৰসকল উদ্‌গ্ৰীৱ আৰু উৎকণ্ঠিত। ৰভাতলত চাৰিওপিনে বিজুলী বাতি জ্বলিছে। ষ্টেইজত কাপোৰ পাৰি ৰৰশীবা সমুখত দি সজাই তুলিছে। সেই সভা শেষ হোৱাৰ পিচতেই তেওঁক নিবলৈ বৈ আছে ওজাপালিৰ দল এটাই। বাতিয়েই ওজাপালীয়াসকলে ট্ৰাক এখন ভাড়া কৰি তেওঁক লৈ যাবলৈ ঠিক কৰি থৈছে। স্কুলৰ সভাৰ পিচত আমাৰ ঘৰতেই তেওঁ ভোজন কৰিব আৰু বাতিয়েই গুচি যাব।... তেওঁ আহিল, মৌৰৰয়া বক্তৃতা দিলে আৰু সভাৰ শেষত আমাৰ ঘৰলৈ আহিল।

আমাৰ খোৱা-বোৱা হৈ গ'ল। বৰ লবালবিকৈয়ে খোৱা শেষ কৰা হ'ল। দুয়ো আমাৰ ঘৰৰ সমুখৰ কোঠাটোত বহিছোঁ। আমাৰ পিতৃদেৱেৰেই সজা সেই ঘৰটো তেতিয়া জীৰ্ণ অৱস্থা প্ৰায়। আগৰ কেইবাৰ তেওঁ আহিলে আমাৰ পুৰণি ঘাইঘৰ 'ঈলেয়া'তহে আছিল। এতিয়া মোৰ পৰিয়ালটি লৈ মই এই ঘৰটোত আছোঁ।

শ্ৰীমন্ত শঙ্কৰদেৱৰেই কথা ওলাইছে। কলা আৰু কবিত্বৰে পৰিপূৰ্ণ তেওঁৰ সুমধুৰ কথাবিলাক শুনি শুনি এনে লাগি গৈছে যেন মই এই পৃথিবীখন এৰি এখনি নতুন সুন্দৰ পৃথিবীত বিচৰণ কৰিছোঁ, চৌষষ্ঠী কলা তাত বিৰাজমান হৈ পৰিছে।

## ॥ বটদ্ৰৱা মহাতীৰ্থত চিহ্ন-যাত্ৰা ॥

ওপৰ চোকেলীৰে আৰম্ভ কৰি সৰু-ধেমালি, বৰ-ধেমালি, নাট-ধেমালি, দেৱ-ধেমালি, ঘোষা-ধেমালিৰ বৰ বাজনাই আকাশ বজন-জনাই উঠিছে। গীত-নাট-সূত্ৰৰ মধুৰ শব্দত পৃথিবী যেন বৈকুণ্ঠতহে পৰিণত হৈছে।...

"বায়ু-মণ্ডলীত বাগ দিলন্ত শঙ্কৰ।
পাতিসঙ্কা এক বৃক্ষ আছে ভয়ঙ্কৰ॥
যেতিক্ষণে শঙ্কৰে বাগক তুলি দিল।
দুই চৰণ দিতে পাত সমস্তে সৰিল॥
বহয়ে শোষক বায়ু অসংখ্য অপাৰ।
আৰ দুই ফাকি দিতে পাত ভৈলা তাৰ॥"...

বাভাদেৱে কলে, "আজি আমাৰ-সকলোৱে তানচেনকহে বিশ্বাস কৰে, কিন্তু আমাৰ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ গায়নৰ সঙ্গীতৰ অসীম ক্ষমতাক বিশ্বাস কৰিবলৈ টান পায়।"

তেওঁৰ কথাখিনি মন দি শুনি আছোঁ। তেওঁৰ গহীন, ভদ্ৰ মুখখন আৰু গম্ভীৰ হৈ পৰিছে।

"নজানিলা সভাসদে কিবা ৰাত্ৰি দিন।
দেখি বৈকুণ্ঠক যেন পাত ভৈলা ক্ষীণ॥"...

"হাজাৰ দশেক লোক ভৈত হৈয়া আছে।
হাত তুলি হৰিধ্বনি কৰিলন্ত পাছে॥"...

এক পোহাৰীৰ কথা।...

তাই মাছৰ পাচীটো থৈ চিহ্নযাত্ৰা চাবলৈ বহিল। মাছৰ কথা তাই পাহৰিলে, ঘৰ-সংসাৰৰ কথাও তাইৰ মনৰ মাজৰপৰা আঁতৰি গ'ল।...

ৰব-সবাহ ভাগিল।

তাই মাছৰ গোন্ধ পালে। চাই-টিপি দেখিলে তাইৰ মাছখিনি গেলি গৈছে। কিছু কাষতেই থকা বুঢ়ী লুইতলৈ তাই মাছ ধুবলৈ গ'ল।

আচৰিত কথা। ধোওঁ বুলি পানীত মাছ নমাওঁতেই সেই মাছে যেন সাৰ পাই পানীত সাঁতোৰ মেলিলে।

ৰাভাদেৱে ক'লে "ইয়াৰ তাৎপৰ্য্য এয়েই—শ্ৰীমন্ত শঙ্কৰৰ কাব্য কলা-সঙ্গীত-সাহিত্য প্ৰতিভাৰ বলত গেলি যোৱা সমাজখনে প্ৰাণ পালে।"

বাহিৰত মটৰৰ হৰ্ণ। মই কৈ উঠিলোঁ, "দাদা, ওদালগুৰিৰ মানুহ আহি পালে।"

এনেতে আমাৰ পত্নী শ্ৰীমতী বেবাই পৰ্দাখন আঁতৰাই হমুখেকতে প্ৰশ্ন কৰিলে, "মানুহ আহিল নেকি?"

"অ' তুমি?"

"হয়, আপোনালোকৰ কথাবিলাক শুনি আছিলোঁ।"

"শুইছা বুলিহে ভাবিছিলোঁ।" তেওঁ এটি স্বাভাৱিক হাঁহিৰে ক'লে।

ওদালগুৰিৰ মানুহ দুজন সোমাই আহিল।...

"তিলক, আহোঁ দেই।"

"আক আহিব।" আমাৰ শ্ৰীমতীয়ে ক'লে। দুয়ো নমস্কাৰ জনালোঁ।

ৰংমঞ্চৰ আঁৰ-কাপোৰহে যেন পৰিল। ঠাকখনলৈ ক্ষন্তেক চাই থাকি দুয়ো বিমনভাৱে ভিতৰ সোমালোঁ।

॥ দুই ॥

## অসমীয়া কৃষ্টি

“নাচোনৰ তালে তালে
পুষ্পিত বননি
ছেৱে ছেৱে হালে জালে
বিকশিত ফুলনি।
আমোল মোল কৰে
গুৱনী ধৰণী
পুষ্পিত সুবাসিত
গন্ধে……।”—মুক্তি দেউল

চ'ত মাহ। বতাহ সোঁ-সোঁকৈ বৈ আছে। ওদালগুৰিৰ শুকান বতাহ শাল-শিমলুৰ মাজেদি হো-হোৱাই বৈ গৈছে। সৰি পৰা শুকান পাতবিলাকত জীৱ-জন্তুৰ খোজ পৰিলে মৰ্মৰকৈ ভগা শব্দ এটি হয়।

সেই শুকান সৌন্দৰ্য্যৰ মাজেদি আইসকলে গোৱা নামৰ ধ্বনি বতাহৰ বোকোচাত বহুত দূৰলৈ উৰি গৈছে।

নাম শেষ হ'ল। গোপালক কোলাত লৈ মাকে আঁঠুকাঢ়ি সেৱা কৰিলে। নামতীৰ মাজৰে বুঢ়ীজনীয়ে আশীৰ্বাদ কৰিলে।

বতাহৰ সোঁ-সোঁ শব্দ তেতিয়াও বৈ আছে।

"হ'ল আই, উঠা।" নামতী বুঢ়ীয়ে ক'লে। কিন্তু গোপালক কোলাত লৈ সেৱা কৰি থকা মাকৰ একো সাৰ-সুৰ নাই। নামতী-সকলে ভাবিলে যে পুত্ৰৰ মঙ্গল কামনা কৰি মাকে ঈশ্বৰকেই ভাবি আছে।

কন্তেক পিচত বুঢ়ী নামতীজনীয়ে আকৌ ক'লে, "হ'ল আই, উঠা।" তথাপিও গোপালৰ মাক নিথৰ, অলৰ-অচৰ। তেতিয়া বুঢ়ীয়ে কাষলৈ গৈ গাত হাত দি দেখে, একেবাৰে চেঁচা, জীৱ নাই।

"আইসকল, গোপালৰ মাক আৰু নাই।"

সকলোবিলাক কাঁহ পৰি জীণ গ'ল। কাৰো মাত-বোল নাই, সকলোৰে নিজম পৰিল।

"উস্, এনেকৈ সেৱা কৰিয়েই যাব লাগেনে?" এজনীয়ে বৰ বেজাৰেৰে ক'লে।

"পৰম ভাগ্যৱতী, নাম লৈ তৰি গ'ল, দুখ-কষ্ট একোৰে নাপালে।" আন কোনোবা এজনীয়ে মন্তব্য কৰিলে।

এই কোলাৰ শিশু গোপালেই হ'ল বিষ্ণুপ্ৰসাদ ৰাভাৰ পিতৃদেৱ। এই গোপালেই হৈ পৰিল চৰ্দাৰ বাহাদুৰ গোপাল চন্দ্ৰ ৰাভা। O.B.I, Aide-Camp, Governor of Bengal. গোপালৰ পিতৃ শনিৰাম কছাৰীয়ে কামৰূপৰ বাণীগাৱঁৰ ওচৰৰপৰাই গৈ ইংৰাজৰ সামৰিক বিভাগত চিপাহী হৈ কৰিদপুৰলৈ যায়। তেওঁ তাত কিছুদিন থকাৰ পিচতেই ইংৰাজ আৰু ভূটীয়াৰ ৰণ লাগিল। কামৰূপ আৰু গোৱালপাৰা জিলাৰ উত্তৰফালৰ কেৰামাইলো জুৰি ভূটীয়া সৈন্যই দখলৰ চেষ্টা কৰিছিল। অৱশ্যে তেতিয়াও ভূটীয়াবিলাকৰ লগত অসমৰ মানুহৰ অবাধ বেহা-বেপাৰ চলিছিল আৰু তেওঁলোকে আমাৰ মানুহবিলাকক 'মিতা' সম্বোধন কৰিছিল আৰু আমাৰ মানুহেও তেওঁলোকক অসমৰ বিভিন্ন কৈনৰ এটি কৈন বুলিয়েই ধৰি লৈছিল। ভূটানৰ ৰজাই উপহাৰ দিয়া নৰসিংহ বিগ্ৰহে আজিও উত্তৰ বঙ্গালীৰ ভোটেপোৱাৰবীৰ নামঘৰৰ মণিকূটত সেৱা পাই আছে। সেই

ঠাইৰ কিছু দক্ষিণত তোটাক-মহিষ্মৰাত দেৱী মন্দিৰত ভূটীয়া অসমীয়াই একেলগে পূজা কৰিছিল। সেই দেৱী মন্দিৰৰ আজি চিন-মোকাম একো নাই। মুঠতে, ভোটান আৰু কামৰূপৰ বন্ধুত্ব আৰু ভাতৃত্বৰ সম্পৰ্ক সদায় বিৰাজমান হৈ আছিল।

বৰ্তমান অসমৰ প্ৰাচীন গৌৰৱময় কামৰূপ মহাৰাজ্যৰ এটি অতি সঙ্কুচিত খণ্ডহে।

বিষ্ণুপ্ৰসাদ ৰাভাদেৱে অসমৰ কৃষ্টি-সংস্কৃতি, সভ্যতাৰ জনম আৰু ক্ৰমবৰ্ধমানৰ বিচিত্ৰ তথ্যৰ বিস্তাৰিত বিৱৰণ দিছে তেওঁৰ "অসমীয়া কৃষ্টিত"। কেনেকৈ চামে চামে লোক আহি মনোৰম অসম গঢ়িলে, সেই বিৱৰণ তেওঁৰ অতি সুন্দৰ।

অনুসন্ধিৎসু আৰু প্ৰতিভাশালী গৱেষক ৰাভাদেৱে লিখিছে :

"...অসমৰ আদিম, প্ৰাচীন জাতি নগা, কুকি, মিকিৰ ; মিকিৰেই অসমৰ আদিবাসী। অসমৰ পাহাৰে পৰ্বতে, গুহাই কন্দৰে, নৈয়ে ভৈয়ামে, হাবিয়ে বননিয়ে এই মিকিৰসকলেই প্ৰথম বিচৰি ফুৰিছিল। তেওঁলোকেই অসমৰ আৱিষ্কৰ্তা কলম্বচ। তেওঁলোক অষ্ট্ৰীক জাতীয়। আজি প্ৰায় আঢ়ৈ লাখ বছৰ হ'ল, যেতিয়া যাভা, বালী আদি পূৰ্ব-ভাৰতীয় দ্বীপপুঞ্জৰ লগত মালয়েদি দক্ষিণ-পূৰ্ব এছিয়াৰ সংযোগ আছিল, সেই সংযুক্ত থলেদি এই অষ্ট্ৰীক জাতীয় লোকসকল উত্তৰ-পশ্চিমমুৱা হৈ আহে।...এই প্ৰথম আদিম অসমীয়া হ'ল মিকিৰ।...

তাৰ পিচত আহিল আদি প্ৰস্তৰ যুগৰ শেহত আৰু নৱ-প্ৰস্তৰ যুগৰ প্ৰাৰম্ভতে কুকি-লুচাই, শেহত নগা। মিকিৰৰ মতে তেওঁলোক অৰ্থাৎ নগা, কুকি, মিচিমি, মফলা, ছাম বজাৰ বংশৰ, অৰ্থাৎ মিকিৰৰ সন্তি-সন্ততি। তেওঁলোকো অষ্ট্ৰীক জাতীয়, কিন্তু এওঁলোকৰ ভিতৰত নগাই জ্যেষ্ঠ।...

দহ হেজাৰ বছৰৰ আগেয়ে দক্ষিণ ব্ৰহ্ম আৰু শ্যামৰ মোন্ বা তালৈং জাতি আৰু কম্বোজৰ খামেৰ্ জাতি মিলি মনখ্‌মেৰ্ এই

দুয়োৰ শবৰ জাতি অসমলৈ আহিছিল। এওঁলোক খাছীয়া জাতিৰ পূৰ্বপুৰুষ।···

তাৰ পিচত আহিছিল মঙ্গোলীয়া জাতি, অসমৰ সৌমাৰ অঞ্চলৰ পূবপিনেদি। এই জাতিৰ মানুহৰ তিনি ভায়েক আছিল। তিনি ভায়েক বৰ প্ৰতাপী আছিল। এই তিনি ভাইৰ নাম মৌবাং, মাইবাং আৰু মোবাণ।···ঘটক কিৰাতৰ মৃত্যুৰ লগে লগে মহীৰঙ্গ বা মাইবাঙৰ বংশও লোপ পালে। মৌবাং বংশৰ মানুহ এতিয়াও নেপালত আছে। আৰু সৌমাৰ অঞ্চলৰ মোবাণ ৰজাৰ বংশ মৰাণসকল এতিয়াও জীয়াই আছে।···

জনক ঋষিৰ আশ্ৰমত পৰিপুষ্ট আৰু আৰ্য্য সংস্কৃতিৰে সংস্কৃত নৰকাসুৰে অসমৰ ৰজা হৈও অসমীয়াৰ বৰ্বৰ সভ্যতা ধ্বংস ক ি ৰ নোৱাৰিলে।···সেই সময়ৰ প্ৰধান দেৱতা আছিল শিৱ বা শিব্ৰাই।··· ৰাজ্যৰ নাম হ'ল 'কামৰু' অৰ্থাৎ ভূত-প্ৰেত, দেৱ-দেৱীৰ ৰাজ্য আৰু আদ্যশক্তি গোঁসানীৰ নাম হ'ল কামাখী বা কামলখী অৰ্থাৎ ভূত-প্ৰেত, দেৱ-দেৱীৰ গোঁসানী।···আহল-বহল ডাঙৰ-দীঘল নৈৰ নাম হ'ল 'ডিলাও'। শেহত এই ডিলাওৰেই 'টিলাও' হ'ল।···এই নৈখনক "ভুলুং বুথুৰ" ও বুলিছিল। ভুলুং বুথুৰৰ অৰ্থ হৈছে কল কল নাদকাৰী।···

···আৰ্য্য সভ্যতা 'কামৰু'ত চলিল, কামৰুৰ নাম সলাই কামৰূপ কৰা হ'ল। কামাখী বা কামলখী গুচি কামাখ্যা হ'ল; টিলাওৰ ঠাইত লাওটি, লুইত, লোহিত, লোহিত্য হ'ল আৰু ভুলুং বুথুৰে মোট সলাই ব্ৰহ্মপুত্ৰ হ'ল।···

···চন্দ্ৰভূতি বৰ্মাই নগাৰ্হৰে ভৱাক বা ভৱকাৰুপৰা এজন দূতক চীনলৈ পঠিয়ালে।···

···ভাস্কৰ বৰ্মাই আৰ্য্যাবৰ্তৰ মগধ ৰজা হৰ্ষবৰ্ধনৰ সৈতে বন্ধুত্ব পাতিবলৈ হংসবেগ নামে দূতক মগধ ৰাজ্যলৈ নানা উপাদান লগত দি পঠিয়ালে।···ভাস্কৰ বৰ্মাৰ কালতে অসমীয়া সভ্যতাৰ চৰম উৎকৰ্ষৰ পৰিচয় পাওঁ।···

…মঙ্গোলীয়া বড়ো জাতীয় লোকসকল যেতিয়া অসমলৈ আহি বিয়পি পৰিল, তেওঁলোকৰ ভাষাত প্ৰচলন অষ্টীক জাতিৰ ঠাইবোৰৰ নাম তেওঁলোকৰ ভাষাতে চলিল। ডিবং, ডিহং, দিহিং, দিখৌ, ডিগাক, গাৰুক, ফাগ্‌আদৈয়া ইত্যাদি।…

তাৰ পিচত আহিল বড়োজাতীয় বৰাহী ৰাজবংশ।…মহামনিকা মহামাণিক্য। এওঁ বৰাহী-খছাৰী আছিল। এওঁৰ নিৰ্দেশ মতে এই নগাৰঁৰ কন্দলী ব্ৰাহ্মণ মাধৱ কন্দলীয়ে পদ্যত ৰামায়ণ লিখিছিল। এওঁৰ পদ্য ৰামায়ণ অসমীয়া সাহিত্যত ডাকৰ বচনৰ পাচত প্ৰথম আৰু শ্ৰেষ্ঠ অৱদান।…

…খেনবংশ, কোচবংশ, সৌমাৰত চুটীয়া বংশ, মৰাণ বংশ, বৰাহী বংশৰ আধিপত্য চলিল। ডিমাপুৰত খছাৰী বংশৰ আধিপত্য প্ৰবল হ'ল। আহোমৰ টাই জাতীয় চুকাফাই মুংৰিং মুঙৰপৰা অৰাজকতাত দুৰ্বল অসম ৰাজ্যলৈ আহি মৰাণ আৰু বৰাহী ৰাজ্যৰপৰা থাকুম্‌থা আৰু বদনছাক হুকৰাই নতুন ৰাজ্য পাতি দিখৌ-পাৰত ৰংপুৰ-শিৱসাগৰত ৰাজধানী নিৰ্মাণ কৰিলে। লাহে লাহে এই আহোম-সকলেই অসমত ৰাজ্য বিস্তাৰ কৰি অসমখন গঢ়িলে আৰু ইয়াৰ বাসীন্দাসকলক অসমীয়া হিচাপে এটা জাতিত পৰিণত কৰিলে। সেয়েহে আজিৰ কামৰূপ-অসম আৰু ইয়াৰ বাসিন্দা অসমীয়া হ'ল।"…

বাভাদেৰৰ ককাদেউতাক শনিৰাম কছাৰীয়ে তেওঁৰ পৰিয়াল, ডাঙৰ ল'ৰা ধনসিং আৰু সৰু ল'ৰা গোপালক ওদালগুৰিৰ আত্মীয়ৰ আশ্ৰয়ত (Line & Barrack) লাইনত থৈ ভৈৰৱকুণ্ডৰ সামৰিক শিবিৰলৈ বণুৱা বেশত যাত্ৰা কৰিলে। তেতিয়া শনিৰাম কছাৰী সামৰিক বিভাগৰ এন-চি-ও।

অলপ দিনৰ পিচতেই সেই লাইন এও বেৰাকত ভয়ানকভাৱে বসন্ত বেমাৰে দেখা দিলে। তেতিয়া এই বেমাৰে মহামাৰীৰূপে দেখা দিছিল। ঘৰৰ ভিতৰত মানুহ মৰি খাটাং হৈছিল আৰু মানুহ উঠি

বোৱাত গাওঁবোৰ ভাঙি গৈছিল। লাইন-বেবাকৰ বহুত মানুহ এই বেমাৰত চুকায় আৰু সেই সময়তে নামত সেৱা কৰি থকা অৱস্থাতেই গোপালৰ মাকে আচৰিতভাৱে ইহলীলা সম্বৰণ কৰে। শোকৰ বাতৰি ভৈৰৱকুণ্ডৰ সামৰিক শিবিৰলৈ গ'ল। শনিৰাম জামাদাৰ আহি কেঁচুৱা গোপালক লৈ নিৰুপায়ত পৰিল। কি কৰিব, কি নকৰিব, তেওঁ ভাবি নোপোৱা হ'ল। বহুত ভাবি-চিন্তি থাকোঁতে তেওঁৰ মনত পৰিল তেওঁৰ এক আত্মীয়লৈ। তেওঁ পুলিচ ইন্সপেক্টৰৰ কামত তেজপুৰতেই আছে। তেওঁৰ নাম চান্দৰৰ বাভা। এওঁৰ ঘৰ কামৰূপৰ তামোলপুৰৰ ওচৰতেই আছিল।

তেতিয়াৰ দুৰ্গম বাট-পথ। ডাকৰ চিঠিৰ খবৰো এমাহত আহি নাপায়। ইপিনে তেওঁৰ ছুটীও কম দিনৰ। গতিকেই, পাঁচজন মানুহ সংগ্ৰহ কৰি চান্দৰৰ বাভাক খবৰ দিবলৈ তেওঁ পঠিয়াই দিলে। তেতিয়া ওদালগুৰিৰপৰা তেজপুৰলৈ কোনো বাট-পথ নাছিল। মাথো খৰালিৰ দিনত কোনোমতে হাবিৰ সুৰঙ্গুৰীয়া বাটেদি কেবাজনো মানুহ হলেহে যাব পাৰি। বাঘ-ভালুকৰ কথাই নাই, বনৰীয়া হাতীও জাকে সৈতে ওলায়।

এই মানুহ পাঁচজন ভূটীয়া ঘোঁৰাত উঠি তিনি দিনৰ মূৰত তেজপুৰ পালেহি। শনিৰামৰ দুখৰ বাতৰি চান্দৰৰ বাভাক বিৱৰি কোৱা হ'ল।

বেদনা আৰু উদ্‌গ্ৰীৱভাবে চান্দৰৰ ওদালগুৰি ওলাল। শনিৰাম কছাৰীয়ে স্বস্তিৰ নিশ্বাস পেলালে, তেওঁৰ যেন সকলো সমস্যাৰ সমাধান হ'ল।

চান্দৰৰ বাভা নিঃসন্তান আছিল। তেওঁ মাউৰা গোপালক তেজপুৰলৈ নিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। সেয়ে হ'ল, শিশু গোপালক শোকতপ্ত শনিৰাম কছাৰীয়ে চান্দৰৰ বাভাৰ হাতত অৰ্পণ কৰিলে।

গোপাল তেজপুৰতেই লাহে লাহে ডাঙৰ-দীঘল হৈ আহিল।

ইপিনে তেওঁৰ পালক পিতৃয়ে সন্তানৰ আশাত দ্বিতীয় বাৰ পৰিগ্ৰহণ কৰিলে। কিন্তু মাতৃহীন গোপালৰ প্ৰতি তেওঁৰ মৰম অকণো নকমিল। সম্পূৰ্ণ পিতৃৰ দায়িত্ব আৰু মৰম-চেনেহেৰেই তেওঁ গোপালক ডাঙৰ-দীঘল কৰিলে। ঠিক সময়ত স্কুললৈও পঠিয়ালে।

গোপাল সৰুৰেপৰাই স্বাস্থ্যবান আছিল। তেওঁ প্ৰাইমাৰী পাছ কৰি তেজপুৰৰ হাইস্কুলত নাম লিখিলে। স্বাস্থ্যৰ লগে লগেই প্ৰত্যেক শ্ৰেণীতেই প্ৰমোচন পাই নৱমমান শ্ৰেণীলৈ (তেতিয়াৰ ছেকেণ্ড ক্লাছ) আগবাঢ়িল। কিন্তু সেই শ্ৰেণীৰপৰা শিক্ষা শেষ কৰি ডিব্ৰুগড়ত থকা অসম-ৰাইফল্‌ছত ভৰ্তি হয়।

গোপালৰ ককায়েক ধনসিং ফৰিদপুৰলৈ গৈ সামৰিক বিভাগৰ চাকৰিত সোমায়। ভায়েকৰ দৰে ককায়েকো আছিল নিখুঁত স্বাস্থ্যৰ অধিকাৰী। ধনসিঙৰ এজন পুতেক আছিল—তেওঁৰ নাম জগৎসিং কছাৰী। এওঁ তেজপুৰৰপৰা মেট্ৰিক পাছ কৰি কলিকতাৰ আৰ্টছ কলেজত নাম লগায় আৰু অতি কৃতিত্বৰে পাছ কৰে। চিত্ৰকলাত তেওঁ সুনিপুণ হৈ উজ্জ্বল প্ৰতিভাৰ পৰিচয় দিয়ে। কলিকতাৰ ছাত্ৰ কিছুমান তেওঁৰ প্ৰতিভা আৰু শক্তি দেখি বিমুগ্ধ হৈ পৰিছিল।

তেওঁ পাছ কৰি আহি তেজপুৰ পালেহি। আকৌ চিত্ৰ অঙ্কনত মনোযোগ দিলে। এখন-দুখনকৈ ভালেমান চিত্ৰ বৰ কম সময়ৰ ভিতৰতে আঁকি পেলালে। কিন্তু কালৰ কুটিল গতিত পৰি সাধাৰণ অসুখতেই তেওঁৰ পৰলোক হ'ল। হাবিৰ মাজৰ পুখুৰীত ফুলা পদুম ফুলৰ দৰে কোনেও তেওঁৰ সুৰভি নাপালে।

গোপাল সামৰিক শিবিৰত ভৰ্তি হোৱাৰ কিছুদিনৰ পিচতেই মিচিমি, আবৰ, খামতি, চিংফৌসকল ইংৰাজ চৰকাৰৰ শাসন নামানি বিদ্ৰোহী হৈ উঠে। এইসকলক দমন কৰিবলৈ নৌপাওঁতেই নগা পৰ্বততো একুৰা বিদ্ৰোহৰ বহ্নি জ্বলি উঠে। তৎপৰ ইংৰাজে এই সকলোবিলাক বিদ্ৰোহ দমন কৰিবলৈ শক্তিশালী সামৰিক অভিযান চলালে। ইংৰাজৰ বন্দুক-বাৰুদৰ আগত বিদ্ৰোহীসকল তিষ্ঠিব

নোৱাৰিলে। উত্তৰকালৰ পৰ্বতীয়া জাতিবিলাকে এই অভিযানত বাকৈয়ে ভয় খাই গ'ল। কিন্তু নগাসকল তুঁহ-জুই অনাদি জলি থাকিল। হলেও, কূটনীতিবিদ ইংৰাজে এই দুৰ্দান্ত বিভিন্ন জাতি-খেলৰ নগাক লাহে লাহে হাত কৰি তুলিলে। চিৰস্বাধীন জাতি-সমূহক অলপ দিনৰ ভিতৰতেই সাম্ৰাজ্যবাদে মৰিমূৰ কৰি পেলালে। তাৰ উপৰিও, ভৈয়ামৰ অসমীয়াৰ লগত হেজাৰ হেজাৰ বছৰে চলি থকা মিতিবালিত হেঙাৰ পাতিলে—'ইনাৰ-লাইন'ৰ সৃষ্টি হ'ল।

গোপাল সামৰিক বিভাগৰ লোক হৈ পৰিল যদিও, ছাত্ৰ অৱস্থাত গঢ়ি উঠা সাহিত্য আৰু বুৰঞ্জীৰ প্ৰতি ধাপ কোনোমতেই কমি নগ'ল। বয়স বঢ়াৰ লগে লগে তেওঁৰ বুৰঞ্জীৰ অনুসন্ধিৎসাও বাঢ়ি গ'ল।

সেই সময়তে ইংৰাজ বিষয়া ই. এ. গেইট চাহাব অসমৰ কমি-ছনাৰ হৈ আছিল আৰু অসমৰ বুৰঞ্জী লিখাৰ বাবে সমল যোগাৰ কৰিবলৈ ধৰিলে। গোপালে এই কথা জানিব পাৰি উচ্চপদস্থ কৰ্মচাৰীৰ জৰিয়তে চাহাবৰ লগত চিনা-পৰিচয় হ'ল আৰু অ'ৰ-ত'ৰপৰা সমল যোগাৰ কৰি দিয়াত বিশেষ সহায় কৰিলে।

গোপাল সামৰিক বিভাগৰ কামত চুবেদাৰ মেজৰ হৈ ঢাকালৈ বদলি হৈ গ'ল। ঢাকা নগৰৰ লাইন আৰু বেৰাকতে ১৯০৯ চনৰ ৩১ জানুৱাৰী, বৃহস্পতিবাৰৰ দিনা এক শুভ মূহুৰ্ত্তৰ শুভ লগ্নত বিষ্ণুপ্ৰসাদৰ জন্ম হয়।

প্ৰথমতে বিষ্ণুপ্ৰসাদে মিলিটাৰী প্ৰাইমাৰী স্কুলত বঙলা ভাষাৰে শিক্ষা আৰম্ভ কৰে।

সামৰিক শিবিৰৰ শিঙাৰ ধ্বনি শিশু বিষ্ণুৰ কাণত পৰে। তেওঁ বৈ যায়; সেই সুৰটো তেওঁৰ ভাল লাগে। দিনটোত কেবাবাৰো বিভিন্ন সুৰত সেই শিঙা বাজে। সেই সুৰে তেওঁৰ অন্তৰতো অবুজ ভাবে এটি সুৰৰ সৃষ্টি কৰে।

॥ তিনি ॥

# খিনৃনং খিত্ং তাত্তং

সেই তেজপুৰ নগৰ,—অতীতত গীতে-মাতে, নাচে-চিত্ৰে ভৰপূৰ শোণিতপুৰ। উষা-চিত্ৰলেখাৰ মনোৰম লীলাভূমি। হৰিহৰৰ সংঘাত আৰু মিলনৰ অপূৰ্ব তীৰ্থস্থান এই নগৰ। হেজাৰ বাহুবলৰ বাণ মহাৰজাৰ সুকৌশলেৰে নিৰ্মিত অজেয় অগ্নিগড়ৰ মাজৰ ৰাজধানী, য'ত বাহুবল, অস্ত্ৰবল, দেহবলৰ ওপৰত প্ৰেমৰ জয়ঢোল ঘোষিত হয়। ইয়াতেই বিষ্ণুপ্ৰসাদৰ জীৱনৰ আদিছোৱা শ্যাম একতালিৰেই যেন আৰম্ভ হয়।

বঙলা প্ৰাইমাৰী ঢাকাতেই শেষ হৈছিল। তেজপুৰলৈ আহি চৰকাৰী হাইস্কুলত চতুৰ্থ শ্ৰেণীত ভৰ্তি হয়। ইংৰাজীৰ কিঞ্চিৎ শিক্ষা তেওঁ ঘৰতেই লয়। কিন্তু পৰীক্ষাৰ পিচত দেখা গ'ল যে তেওঁ পাছ কৰিব নোৱাৰিলে। তেওঁ হতাশ নহৈ অধিক মনোযোগেৰে পঢ়া-শুনাত লাগি পিচৰ বছৰত চতুৰ্থ হৈ প্ৰমোচন পালে। পঞ্চমমান শ্ৰেণীতো বছৰেকীয়া পৰীক্ষাত তৃতীয় স্থান অধিকাৰ কৰিলে, তাৰ পিচৰ বছৰত দ্বিতীয় স্থান লাভ কৰি শিক্ষকসকলৰ মাজত কৌতূহলৰ সৃষ্টি কৰিলে। আকৌ যেতিয়া সপ্তমমান শ্ৰেণীৰ বছেৰেকীয়া পৰীক্ষা আহিল, তেতিয়া তেওঁ আৰু বেছি মনোযোগেৰে পঢ়াত লাগি গ'ল। ক্লাছ মাষ্টৰজনে ক'লে—"বিষ্ণু, তুমি এইবেলি প্ৰথম হ'ব লাগিব।"

পৰীক্ষাৰ খবৰ ওলাল। তেওঁ এইবাৰ প্ৰথম হৈ অষ্টমমান শ্ৰেণীলৈ প্ৰমোচন পালে। সকলো শিক্ষকৰে তেওঁৰ প্ৰতি দৃষ্টি আকৰ্ষিত হ'ল। ইপিনে তেওঁৰ সুন্দৰ স্বাস্থ্য, খেল-ধেমালিত নিপুণতা, স্কুলৰ বঁটা-বিতৰণী সভা আদিত পৰিবেশন কৰা গীত-বাদ্য, লগ-সমনীয়াৰ লগত সহজে মিলিব পৰা স্বভাৱ, তাওঁৰ প্ৰতি অমায়িক ব্যৱহাৰ, আদি গুণৰাশিয়ে তেওঁক এজন লেখৰ ছাত্ৰ কৰি তুলিছিল।

সেইদৰে পিচৰ দুটা বছৰো তেওঁ শ্ৰেণীত প্ৰথম স্থান লাভ কৰি দশমমান শ্ৰেণীলৈ আগবাঢ়ি গ'ল। লগে লগে ফুটবল, ক্ৰিকেট, হকি-খেল আৰু তাৰ লগে লগে সঙ্গীত-চৰ্চাও চলি থাকিল। ছাত্ৰ আৰু শিক্ষকসকলৰ মাজত তেওঁ অতি সৰবৰহী হৈ উঠিছিল।

১৯২৬ চনত তেওঁ প্ৰথম বিভাগত মেট্ৰিক পাছ কৰি কলিকতাৰ চেণ্ট্ প'ল্ কলেজত আই-এছ-চি শ্ৰেণীত ভৰ্তি হয়। তেতিয়া কলিকতা মহানগৰী সংগীত-কলা-সাহিত্যৰ এটি ডাঙৰ কে . । বিষ্ণুপ্ৰসাদে ইয়াত বিশেষকৈ কলা চৰ্চাত মনোযোগ দিয়ে। তথাপিও তাৰ মাজতেই তেওঁ কলেজৰ ক্ৰিকেট-কেপ্টেইন নিৰ্বাচিত হয়। দু বছৰীয়া আই-এছ-চি পাছ কৰি ১৯২৮ চনত কলিকতাৰ ৰিপন কলেজৰ বি-এছ-চি শ্ৰেণীত নাম লগালে। ইয়' ত তেওঁ সকলো ছাত্ৰৰে মাজত জনজাত হৈ পৰে আৰু ছাত্ৰসকলে তেওঁক কলেজৰ ফুটবল-কেপ্টেইন নিৰ্বাচন কৰে। অসমীয়া ছাত্ৰৰ পক্ষে কলিকতীয়া কলেজত এনে সম্মান এয়ে প্ৰথম।

কলিকতা মহানগৰীত বিষ্ণুপ্ৰসাদে যেন এটি নতুন জীৱন পালে। বাণিজ্য-ব্যৱসায়, শিক্ষা-সংস্কৃতি, স ়ত্য-সংগীত, সমাজসেৱা, ধৰ্ম, সকলো বিষয়ৰে তাত উথল-মা' ল। বিষ্ণুপ্ৰসাদৰ ভবিষ্যতৰ মহৎ জীৱনৰ অশেষ সম্বল কলিকতাতেই লাভ হয়।

বিষ্ণুপ্ৰসাদৰ দেউতাকে ১৯১৩ চনতেই সামৰিক বিভাগৰ চাকৰিৰপৰা অৱসৰ পায় আৰু বৃটিছ চৰকাৰৰপৰা দুহেজাৰ বিঘা খেতিৰ মাটি লাভ কৰি স্থায়ীভাৱে তেজপুৰতে থাকিবলৈ লয়।

তেতিয়া তেওঁ বাজহুৱা পুথিভঁৰাল, বাণ-মঞ্চক আৰু কংগ্ৰেছ কাৰ্য্যালয় স্থাপনত বৰঙনি আগবঢ়ায়। বাণ রঙ্গমঞ্চখনক এটি দেৱমন্দিৰৰ দৰেই তেওঁ শ্ৰদ্ধাৰ চকুৰে চাইছিল। অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি তেওঁৰ অগাধ আস্থা আৰু শ্ৰদ্ধা আছিল। সেই সময়ৰ তেজপুৰীয়া সকলো শ্ৰেণীৰ লোকৰেই তেওঁ শ্ৰদ্ধাৰ পাত্ৰ হৈ পৰিছিল। ১৯১৭ চনত তেওঁৰ পৰলোক হয়। মৃত্যুৰ সময়লৈকে তেওঁৰ স্বাস্থ্য সুন্দৰ আছিল।

পিতৃ-বিয়োগত বিষ্ণুপ্ৰসাদ নিথকৱা হৈ পৰিলেও, তেওঁৰ উৎসাহ, সাহস, অধ্যৱসায়ত কোনো ব্যাঘাত নঘটাকৈ তেওঁ ছাত্ৰজীৱন অতিবাহিত কৰিব পাৰিছিল। তেওঁৰ জীৱনৰ পৰম ব্ৰত কলাৰ সাধনা তেওঁ কোনোদিনেই মুহূৰ্ত্তৰ বাবে হলেও পাহৰি যোৱা নাছিল। তেজপুৰ নগৰৰ অ'ত ত'ত পৰি থকা শিল্পৰ প্ৰাচীন ঐতিহ্যমণ্ডিত মূৰ্তিবিলাকে তেওঁক সৰুকালৰপৰাই আকৰ্ষণ কৰিছিল।

১৯২৯ চনত বিপন কলেজত বি-এছ-চিৰ প্ৰথম বাৰ্ষিক পৰীক্ষা দি দ্বিতীয় বাৰ্ষিক শ্ৰেণীলৈ প্ৰমোচন পায়, কিন্তু তেতিয়া কলিকতাত স্বাধীনতাৰ আন্দোলনত ছাত্ৰ-সমাজৰ মাজত এটি অস্থিৰতাই দেখা দিছিল। তাৰ উপৰিও সহস্ৰ বিপ্লৱৰ গোপন ষড়যন্ত্ৰৰ বতাহ তলে তলে বৈ আহি এচাম যুৱকক উদ্বুদ্ধ কৰি তুলিছিল। ইপিনে চোৰাং-চোৱাবিলাকে কোন সময়ত কলেজৰ বাহিৰে-ভিতৰে পিয়াপি দি ফুৰে, কোনেও ধৰিব নোৱাৰে। আনপিনে পুলিচৰ তদন্তই যেতিয়াই তেতিয়াই এচাম ছাত্ৰক অতিষ্ঠ কৰি তুলিছিল। তাৰ মাজেদিয়েই সন্ত্ৰাসবাদীৰ কাৰ্য্যকলাপ ইংৰাজ বিষয়াৰ প্ৰাণৰ শঙ্কাৰ কাৰণ হৈ পৰিছিল।

বিষ্ণুপ্ৰসাদৰ এই সন্ত্ৰাসবাদীৰ লগত কোনো সংশ্ৰৱ নাথাকিলেও তেওঁৰ ওপৰত পুলিচ আৰু গোয়েণ্ডাৰ চোকা নজৰ পৰে। এদিন হঠাতেই পুলিচ আহি তেওঁ থকা হোষ্টেলৰ কোঠাটো খানাতালাচ কৰিলে। তেতিয়া তেওঁ কলেজৰ জেনেৰেল কেপ্টেইন। খেল-

খেমালিত তেওঁ সদায় সকলোতে আছে। মহানগৰীৰেই যেন তেওঁৰ ওপৰত চকু।

তেওঁৰ ওপৰত চলা তদন্ত ক্ৰমাৎ বেছি হৈ আহিল আৰু তেওঁ অতিষ্ঠ হ'ল। পঢ়া-শুনা কৰা তেওঁৰ অসম্ভৱ হৈ পৰিল। শেষত সেই কলেজ এৰি তেওঁ কোচবিহাৰৰ ভিক্টোৰিয়া কলেজলৈ ট্ৰেন্সফাৰ-চাৰ্টিফিকেট লৈ যাবলৈ মনস্থ কৰিলে। ছাত্ৰসকলে এই কথা শুনি মনত বৰ বেজাৰ পালে, তেওঁলোকে বিষ্ণু ৰাভাক কোনোমতে এৰি দিবলৈ নোখোজে; কিন্তু শেষত যেতিয়া বুজিব পাৰিলে যে কলিকতাত থাকি লিখা-পঢ়া কৰা তেওঁৰ পক্ষে আৰু অসম্ভৱ, তেতিয়াহে শেষত মান্তি হবলৈ বাধ্য হ'ল।

ট্ৰেন্সফাৰ-চাৰ্টিফিকেটৰ তেওঁ দৰ্খাস্ত কৰিলে, তেওঁক সেই চাৰ্টিফিকেট দিয়া হ'ল। খেল-ধেমালিত ৰাপ থকা হুজনমান অধ্যাপকে কোৱা-কুই কৰিলে যে কলেজৰ পৈণত খেলুৱৈ এজনৰ স্থান শূন্য হৈ পৰিল।

ষ্টেচনলৈ বহুত ছাত্ৰ তেওঁক আগবঢ়াই থবলৈ আহিল। দীঘল উকি এটি মাৰি ৰেলগাড়ীখনে যাত্ৰা আৰম্ভ কৰি দিলে।

কোচবিহাৰ ৰাজ্য। নৰনাৰায়ণ চিলাৰায়ৰ সেই গৌৰৱময় কৰ্মক্ষেত্ৰ। শ্ৰীমন্ত শঙ্কৰ-মাধৱদেৱ, দেৱ দামোদৰ গুৰু, দহমুকুতৰ ভকত আদি অনেক গুণৱন্ত, ভক্তিমন্ত, শক্তিমন্তৰ লীলাক্ষেত্ৰ। ষোল শতিকাৰ অসমীয়া সাহিত্যৰ কেন্দ্ৰস্থল এই বেহাৰ খণ্ড।

বিষ্ণুপ্ৰসাদ এনে পবিত্ৰ স্থানত নামিয়েই পুলকিত হৈ পৰিল। কলেজৰ চৌহদৰ বা-বতাহখিনি তেওঁৰ বৰ আপোন আপোন লাগিল। তোৰচাখনো যেন তেওঁৰ বৰ-লুইতৰে জীয়ৰী, এনে হেন অনুভৱ কৰিলে! কপিলীৰ পাৰত জন্মা অসমৰ ভেকাগিৰি ৰচিত টোটয়টি তেওঁৰ মনত পৰিল:

"মধু দানৱ দাৰুণ দেৱ বৰং।
বৰ বাৰিজ লোচন চক্ৰধৰং॥

ধৰণীধৰ ধাৰণ ধেয় পৰং।
পৰমাৰ্থ বিভ্ৰান্তভ নাশ কৰং॥"...

আৰু মনত পৰি গ'ল সৰ্বগুণাকৰ শ্ৰীমন্ত শঙ্কৰৰ বেহাৰ-লীলাৰ সমস্ত কাহিনী। গায়ন-বায়ন, চিত্ৰকৰ মহা কলাকাৰজনালৈ তেওঁ জনালে প্ৰণিপাত। ভুককাত হাতী ভবোৱা মহাকবিজনালৈ যেন তেওঁ তথা লাগিছে চাই ৰ'ল।...

তোৰচা-গদাৰে বিধৌত কোচ-বেহাৰ। সেই অঞ্চলৰ হাড়িয়া কছাৰী। দুই পত্নী তেওঁৰ হীৰা আৰু জীৰা। হাড়িয়াই বিহান পুৱাতে গৈ কপাহ খেতিৰ কাৰণে টিলা এটিত হাল মাৰে। দুপৰীয়া কোনো এক পত্নী গৈ চকত ভাত, পোৰামাছ, লাওপানী নি দিয়ে।

এদিন হীৰাই পঁইতা-ভাত, পোৰামাছ, লাওপানী লৈ গৈছে দুপৰীয়া। ৰ'দে তিৰ্‌বিৰাইছে, ৰ'দৰ তাপত স্বাস্থ্যৱতী হীৰাৰ গাল দুখন ৰঙা পৰি উঠিছে, বুকুখনো যেন ওফন্দিছে উঠিছে, মেখলিৰ ওপৰেদি ৰূপৰ ঢৌবোৰ যেন উপচি পৰিছে।

হাড়িয়া কছাৰীকেই যেন দেখা পালে গছজোপাৰ তলত। প্ৰেমত দুয়ো উদ্‌বাউল হ'ল। পানী, পোৰামাছ, পঁইতাখিনিত আজি ইমান তৃপ্তি, ইমান সোৱাদ! বাহু-বন্ধনত দুটি দেহ এটি, দুটি হিয়াৰ অস্তিত্ব বিলীন হৈ এক হৈ যায়। শেষত মোহভঙ্গ হ'ল আৰু দুয়ো সন্ধিয়াৰ আগে আগে ঘৰ পায়।

কালক্ৰমত সবগৰ শিশু এটিয়ে হীৰাদেৱীৰ কোলা শুৱনি কৰিলে। নাম থলে বিছু। সি ডাঙৰ হৈ গৰু চাৰিব পৰা হ'ল। ল'ৰাইতৰ মাজত জনাজাত হ'ল বৰ-গৰখীয়া। হ্যাড়িয়ায়ো খ্যাতি লাভ কৰিলে হাড়িয়া মণ্ডলৰূপে। বৰ-গৰখীয়া বিছুই নাম পালে বিশ্ব আৰু লগে লগে অনেকখন গ্ৰামৰ অধিপতি হৈ নাম পালে বিশ্বসিংহ। নৰনাৰায়ণ মহাৰজাৰ পূৰ্বপুৰুষ, চিলাৰায় দেৱানৰ পূৰ্ব-পুৰুষ, অসমৰ হালোৱা-হজুৱায়ো চিনি পোৱা গোহাঁইকমলৰ পূৰ্বপুৰুষ। পুৰ স্বৰ্গদেৱৰ লগতো

'ৰ' মাৰিলে'। হাবুলীয়া শূদ্ৰই বামুণ হবলৈ সোণালী সুযোগ পালে। বেহাৰ ৰাজ্যৰো অনেক তাঁতী, সোণাৰি, বাঢ়ৈ লোক অসম সোমাল। দুই ৰাজ্যৰ প্ৰীতি হৈ এক হ'ল। নামদাঙতো কোচৰ মানুহ বহিল।

অতীতৰ এই বেহাৰ ৰাজ্যৰেই ৰাজধানীত বিষ্ণুপ্ৰসাদে অধ্যয়নৰ বাবে সাজু হ'ল। কলিকতাত তেওঁ পঢ়িছিল বিজ্ঞান। এই কলেজত বিজ্ঞান নাই, সেয়ে তেওঁ এবছৰ পিচুৱাই আহি বি-এ শ্ৰেণীৰ প্ৰথম বাৰ্ষিকত নাম লগালে। পঢ়া আৰম্ভ হ'ল, খেল-ধেমালিতো নামি পৰিল, মুক্ত চৰাইৰ দৰে তেওঁৰ গীতৰ সুৰো অনেকৰ কাণত পৰিল। সুন্দৰ শহৰৰ সুন্দৰ অসমৰ এই হৃষ্ট-পুষ্ট স্বাস্থ্যবান যুৱকজনক লাহে লাহে সকলোৱে চিনি পোৱা হ'ল।

১৯২১ চনৰ পিচত মহাত্মা গান্ধীৰ নেতৃত্বত গোটেই ভাৰত জুৰি ইংৰাজ ৰাজত্বৰ অৱসান ঘটোৱাৰ বাবে অহিংস অসহযোগ আন্দোলন আৰম্ভ হৈ আহিছে। চাই থাকোঁতে থাকোঁতেই সেই আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিলে। ১৯৩০ চনটো ভাৰতৰ স্বাধীনতা আন্দোলনৰ দ্বিতীয় স্তৰ। মহাত্মা গান্ধীয়ে লোণ আইন ভঙৰ বাবে প্ৰস্তুত হ'ল। তেওঁৰ বাসস্থান সবৰমতিৰপৰা দুশ মাইল খোজ কাঢ়ি আহি আৰৱ সাগৰৰ পাৰৰ দাণ্ডিৰ ওচৰৰ কৰাদি গাঁৱত তেওঁ সদলবলে আহি লোণ-আইন ভঙ্গ কৰি লোণ তৈয়াৰ কৰিলে। ১৮২৭ চনৰ ৩৫ ধাৰামতে বৃটিছ চৰকাৰে চিপাহী-সন্ত্ৰীৰে সুসজ্জিত হৈ আহি দোভাগ ৰাতি তেওঁক বন্দী কৰিলে।

মহাত্মাৰ গ্ৰেপ্তাৰৰ বাতৰিত সমগ্ৰ ভাৰত জুইত তেলত পানী পৰাৰ দৰে যেন জ্বলিহে উঠিল। অসহযোগ আন্দোলন আৰু তীব্ৰতৰহে হ'ল। ইংৰাজৰ তলত চাকৰি নকৰা, খাজনা নিদিয়া আদি ভাবে লোকসমস্তক উদ্‌বাউল কৰি তুলিলে। অনেকেই চৰকাৰী বিষয়-বাব ইস্তফা দিলে, কোনো কোনো ঠাইত খাজনা বন্ধ আন্দোলন হ'ল। আত্ম-বল আৰু অনুপ্ৰেৰণাই আন্দোলনকাৰী

সকলক নির্ভীক কবি তুলিলে। চৰকাৰী বন্দুক-বেয়োনেটৰ আগত অনেকেই নির্ভীকভাবে থিয় হৈ বৃটিছ শাসন নমানো বুলি ধ্বনি কৰিলে।

স্বাধীনতাৰ কাৰণে বিষ্ণুপ্রসাদৰ প্রাণত অদম্য অগনি জ্বলি আছিল। ১৮২৬ চনৰ বর্মা ৰজাৰ লগত হোৱা ইয়াণ্ডাবু সন্ধিত কিমান ষড়যন্ত্রৰে ইংৰাজে স্বাধীন অসমক কৰতলীয়া কৰিছিল, ছাত্র বিষ্ণুপ্রসাদে সেইটো আগৰপৰাই সহ্য কৰিব পৰা নাছিল। তেওঁ অকলেই ৰাতি গোপনে ভিক্টোৰীয়া কলেজ, জেনকিন্স হাইস্কুল, ৰাজপ্রসাদৰ সন্মুখত আৰু বিজেণ্ট হাটচিলিচন চাহাবৰ চৰকাৰী বঙলাৰ গেটত ত্রিবর্ণ পতাকা উকৰাই দিলে। ৰাতিপুৱা কোচবিহাৰ নগৰত হৈ-চৈ লাগি পৰিল। পুলিচ মিলিটাৰী হতভম্ব হ'ল। তেওঁলোকৰ তীব্র পহৰাৰ মাজেদি কোনে তেওঁলোকৰ চকুত ধূলি মাৰিলে ?

কলেজৰ বাহিৰে ভিতৰে চোৰাংচোৱা আৰু পুলিচ বাহিনীৰ অনুসন্ধান চলিল। তেওঁলোকৰ সন্দেহ হৈ আছিল—সকলোৰে চকুত পৰা পৈণত খেলুৱৈ, সুগায়ক, স্বাস্থ্যবান, স্পষ্টবাদী এই সুন্দৰ অসমীয়া ডেকাটিলৈ। কিন্তু খেলুৱৈৰ আদৰ এই ৰাজ-নগৰখনত বৰ বেছি। ৰজা-প্রজা সকলোৰে তেওঁক ভাল পায়। সেয়ে কোনো প্রমাণ নোপোৱাকৈ তেওঁক সন্দেহৰ ওপৰত গ্রেপ্তাৰ কৰিবলৈ পুলিচৰ সাহস নহ'ল।

ইপিনে মহাত্মা গান্ধী গ্রেপ্তাৰ হোৱাত সমগ্র ভাৰত জুৰি বিদ্রোহৰ ভাবে দেখা দিলে। বিষ্ণুপ্রসাদে বি-এৰ বার্ষিক পৰীক্ষা দি তেজপুৰলৈ গুচি আহিল।

স্বাধীনতা আন্দোলনৰ বা' তেতিয়া তেজপুৰতো লাগিছে। তেজপুৰৰ ছাত্রসকলক লৈয়ে স্বাধীনতাৰ বাবে অনুপ্রেৰণা যোগাবলৈ এটি সমৰল যাত্রাৰ তেওঁ পৰিকল্পনা কৰিলে। মহাত্মাৰ গ্রেপ্তাৰত তেতিয়া যুৱক, ছাত্র সকলো অসন্তুষ্ট।

হাইস্কুলৰ তেতিয়া শ্ৰেণী আৰম্ভ হৈছে। শিক্ষক ছাত্ৰ পঢ়া-লিখনত ব্যস্ত।

বিষ্ণুপ্ৰসাদে চৰকাৰী হাইস্কুলৰ দুৱাৰমুখত থিয় হৈ তেওঁৰ স্বাভাৱিক গম্ভীৰ কণ্ঠস্বৰেৰে ধৰ্মঘট কৰি স্কুলৰপৰা ওলাই আহিবলৈ আহ্বান দিলে। প্ৰধান শিক্ষকৰ লগতেই আন আন শিক্ষকো চমকি উঠিল। ছাত্ৰসকলে তেওঁৰ আহ্বানত সঁহাৰি দি মহাত্মা গান্ধীৰ জয়, ভাৰত মাতাৰ জয়ধ্বনি কৰি শ্ৰেণীৰপৰা ওলাই গ'ল আৰু লগে লগে দীঘল সমদল যাত্ৰা আৰম্ভ হ'ল। ছাত্ৰৰ লগতে আন মানুহো আহি আহি বাটে বাটে যোগ দি শাৰী দীঘলীয়া কৰি তুলিলে। জয়ধ্বনিত তেজপুৰ টাউন ধ্বনিত প্ৰতিধ্বনিত হৈ উঠিল।

সমদল যাত্ৰাটিক বিষ্ণুপ্ৰসাদে নেতৃত্ব দিলে। নগৰ ঘূৰি সকলো লোকৰ সমদল কাছাৰীৰ মুখে আগবাঢ়িল আৰু লগে লগেই ৰঙা টুপী পিন্ধা শ শ লাঠিধাৰী চিপাহী শাৰী পাতি বাধা দিবলৈ উদ্যত হ'ল। লগে লগেই কাণ তালমৰা ধ্বনি উঠিল—স্বাধীন অসমৰ জয়, স্বাধীন ভাৰতৰ জয়, বন্দে-মাতৰম্।

পুলিচৰ কালৰপৰা মুখত চুঙা এটি লৈ চিপাহী বিষয়া এজনে কৰলৈ ধৰিলে, "শোভাযাত্ৰা ভাঙি ঘৰাঘৰি গুচি যাওক, নহলে ছত্ৰভঙ্গ কৰিবলৈ লাঠি চলোৱা হব, এয়া চৰকাৰী হুকুম।"

কিন্তু স্বাধীনতাৰ বাবে মৃত্যুকো ভয় নকৰা ৰাইজ আৰু ছাত্ৰক সেই সাৱধান-বাণীয়ে মুঠেই টলাব নোৱাৰিলে, তেওঁলোকে বন্দে-মাতৰম্ ধ্বনি কৰি আৰু আগবাঢ়ি গ'ল। বিষ্ণুপ্ৰসাদে চিঞৰি কৈ উঠিল: "ৰাইজক ঘৰ নালাগে, ৰাইজক লাগে স্বাধীনতা—মুক্তি।" অনুপ্ৰাণিত হৈ সমদল আৰু আগবাঢ়িল। লগে লগেই লাঠিৰ থন্ থন্ শব্দ উঠিল। সমদল যাত্ৰা হেলেদি-ভেলেদি হ'ল, ৰাইজ ভাগি গ'ল, ছাত্ৰসকলো দিহা-দিহি যাবলৈ ধৰিলে। নগৰত এটি আতঙ্কৰ সৃষ্টি হৈ পৰিল। খোলা দোকান-পোহাৰবোৰৰ দুৱাৰবোৰ জাপ

খাই গ'ল। কোনো কোনোৱে ভিতৰৰপৰা খুলি দিলে, দূৰত পুলিচ মাৰ্চৰ বুট-জোতাৰ গপ্-গপ্ শব্দ শুনা গ'ল।

শেষত একাডেমী স্কুলত লাঠি চালনাৰ প্ৰতিবাদত সভা বহিল আৰু ইংৰাজ চৰকাৰৰ পুলিচ-নিষ্পেষণক নিন্দা কৰি প্ৰস্তাৱ গ্ৰহণ কৰিলে।

এসপ্তাহৰ পিচতেই খবৰ আহিল যে বিষ্ণুপ্ৰসাদক কোচবেহাৰৰপৰা চৰকাৰে বহিষ্কাৰ (Extern) কৰিছে আৰু কলেজ কৰ্তৃপক্ষই তেওঁক বাধ্যতামূলক ট্ৰেন্সফাৰ-চাৰ্টিফিকেট দিবলৈ থিৰাং কৰিছে।

পিচত জানিব পৰা গ'ল যে তেওঁ চতুৰ্থ স্থান লাভ কৰি বি-এৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীলৈ প্ৰমোচন পাইছে। তেওঁৰ মনত আনন্দ লাগিল, কিন্তু পিচ মুহূৰ্ততেই চিন্তা হ'ল—তেওঁ এতিয়া কলৈ যাব, ক'ত পঢ়িব, কাৰণ ছাত্ৰ-জীৱনৰ হাবিলাস তেওঁৰ অন্তৰত প্ৰজ্বলিত হৈ আছিল। কোচবেহাৰৰ কথা তেওঁৰ মনত পৰিল আৰু মনত পৰি গ'ল কোচবেহাৰৰ ৰাজ-ভৱনৰ চৌহদৰ দুৱাৰমুখত তেওঁ নিজে লিখি আঁৰি দিয়া ৰিজেণ্ট হাটচিনচন আৰু দেৱান খাস্তগীৰ বিৰুদ্ধে চাৰি শাৰী বাংলা কবিতা:

রাজ্যে আছে দুইটি পাঠা,
একটি কালো একটি সাদা।
রাজ্যের যদি মঙ্গল চাও,
দুইটি পাঠাই বলি দাও॥

# ৰংপুৰ ৰঙে-ৰসে ভৰপুৰ

এসময়ত ভাটিৰ ৰংপুৰৰ লগত অসম-কামৰূপৰ সম্পৰ্ক বৰ নিবিড় আছিল। কমতা ৰাজ্যৰ ৰজা নীলাম্বৰে কমতাপুৰৰপৰা ৰংপুৰ জিলাৰ ঘোঁৰাঘাটলৈ যি আলি নিৰ্মাণ কৰিছিল, সেই ৰাজআলিয়ে উজনী-ভাটিৰ লোকক আদান-প্ৰদানেৰে একত্ৰিত কৰিছিল। সেয়েহে ৰংপুৰৰ ভাষাৰ আদিও কামৰূপী ভাষাৰ লগতহে সম্পৰ্ক বেছি।

ৰাভাদেৱে ভাষাৰ গঠনৰ কথা কওঁতে ( অসমীয়া কৃষ্টি ) অসমীয়া ভাষাৰ লগত ইয়াৰ মিল দেখুৱাই কৈছিল—

“…ৰংপুৰ, কোচবিহাৰৰ ‘ভাৰ নাক ভাংৰা বেটাতা মোৰ চকু ভাংৰী বেটীতাৰ মন ফুচুলাই গেল হাতৰে থাক দি।’ নাইবা ‘অ’ মোৰ বাপ মুই আৰ কাম কৰিবা নাপাৰংৰে’ ইত্যাদি।”

ৰংপুৰৰ উত্তৰ অঞ্চলত ‘নীলাম্বৰ চক’ নামৰ ঠাই এখনি এতিয়াও আছে। নৰনাৰায়ণ চিলাৰায়ৰ সময়ৰ বেহাৰ ৰাজ্যৰ ই এটি এৰাব নোৱাৰা অঙ্গ।

এনে হেন ৰংপুৰলৈ গৈ তাতেই পঢ়িবলৈ বিষ্ণুপ্ৰসাদে মন মেলিলে। সেইমতেই তেওঁ গৈ ৰংপুৰ কাৰমাইকেল কলেজত বি-এ শ্ৰেণীৰ ৪ৰ্থ বাৰ্ষিকত নাম লগালে। ৰংপুৰ কলেজ কলিকতাৰ বিশ্ববিদ্যালয়ৰেই অধীনত; গতিকে পাঠ্যপুথি আদিৰ বিষয়ত তেওঁৰ একো অসুবিধা নহ'ল। আৰম্ভণিৰপৰাই তেওঁ অধ্যয়নত মন দিলে আৰু লগে লগে

খেল-খেমালি, গীত-বাদ্য-নৃত্য, ছবি-আঁকা আদি কাৰ্য্যৰদ্বাৰা অলপ দিনৰ ভিতৰতে ছাত্ৰ আৰু অধ্যাপকসকলৰ মাজত জনাজাত হৈ পৰিল। অলপ দিনৰ পিচতেই তেওঁ কলেজৰ ক্ৰিকেট খেলৰ কেপ্টেইন হৈ পৰিল। কলেজৰ ছাত্ৰৰ মাজত সকলো খেলবে এটি ঢৌ উঠাৰ নিচিনা হ'ল। নতুন নতুন খেলুৱৈ আহিও খেলত নামি গ'ল। চাই থাকোঁতেই শ্ৰীপঞ্চমী উৎসৱ আহি পালে। কলেজত বীণাপাণি সৰস্বতী পূজাৰ যো-জা হ'ল। শিল্পী বিষ্ণুপ্ৰসাদে অৰিয়েণ্টেল ঠাঁচত দেৱী মূৰ্তি এখনি সাজি কলেজৰ পূজাৰ বাবে ছাত্ৰসকলৰ মাজত উলিয়াই দিলে। তেনে ঠাঁচৰ প্ৰতিমা সেইখনেই সৰ্বপ্ৰথম। ছাত্ৰ আৰু অধ্যাপকৰ বাহিৰেও, টাউনৰ বিশিষ্ট নাগৰিক সকলেও একষাকো সেই প্ৰতিমাখনকেই প্ৰথম স্থান দিলে। সৰস্বতীৰ শাস্ত্ৰীয় বসন-ভূষণ, আ-অলঙ্কাৰ নিখুঁত হৈ পৰিল। মূৰ্তি দৰ্শনৰ বাবে লোকৰ উখল-মাখল লাগিল। সঁচাকৈয়ে ৰংপুৰ যেন ৰঙে-ৰসে ভৰপূৰ হ'ল।

পূজা শেষ হৈ যোৱাৰ পিচৰ দিনা সকলোৱে আলচ কৰি প্ৰতিমাখনি কলেজৰ পুথি-ভঁৰালৰ সৰু কোঠা এটাত ৰক্ষণৰ ব্যৱস্থা কৰিলে।

কিন্তু পিচলৈ ইয়াতো বিষ্ণুপ্ৰসাদে শান্তিৰে থাকিব নোৱাৰা হ'ল।

বঙ্গদেশৰ সন্ত্ৰাসবাদীৰ দলে চট্টগ্ৰামত বৃটিছ অস্ত্ৰাগাৰ লুণ্ঠন কৰিলে। সমগ্ৰ দেশতেই হৈ-চৈ লাগিল। চোৰাংচোৱাই বিষ্ণুপ্ৰসাদক ঠেকত পেলাবলৈ যত্ন কৰিলে। পুলিচে কেবাবাৰো তেওঁ থকা কলেজ বোৰ্ডিংখনো তালাচ কৰিলে। বেড্-লেটাৰ আৰু চি-আই-ডিয়ে তেওঁক বাৰুকৈয়ে বিৰক্ত কৰি তুলিলে। তেওঁৰ মনৰ শান্তি নোহোৱা হ'ল। পঢ়া-শুনাত বাধা পৰিল। শেষত, ৰংপুৰ এৰি কলিকতাৰ কোনো এখন কলেজলৈকে পুনৰ গৈ ভৰ্তি হোৱাৰ মন কৰিলে। তেওঁৰ বন্ধু-বান্ধৱৰ বাহিৰেও বহুতেই তেওঁৰ প্ৰতি সহানুভূতিশীল হৈ

পুলিচৰ কাৰ্য্যকলাপৰ নিন্দা কৰিলে। কিন্তু চাপৰিলে যেৱ লেবাৰ।
পুনৰ ৰংপুৰ কলেজ বৰ্ডিঙলৈ পুলিচৰ আগমন নিগমন হ'ল।
বিষ্ণুপ্ৰসাদে অভিষ্ঠ হৈ বহুৰ ৰংপুৰ এৰিবলৈকে স্থিৰ কৰিলে। তেওঁৰ
ছাত্ৰ-বন্ধু কেইজনমানে এই কথাটো জানিব পাৰি বৰ বেজাৰ কৰিলে
আৰু তেওঁক থাকিবলৈ অনুৰোধ কৰিবলৈ ধৰিলে। এনেকৈয়ে
আৰু কেইদিনমান গ'ল।

পুনৰ এদিন পুলিচ-দাৰোগা আহি চট্টগ্ৰামৰ বিষয়ে নানান প্ৰশ্ন
কৰি তেওঁক ব্যতিব্যস্ত কৰিলে। পুলিচবিলাকৰ কথা হ'ল যে অসমৰ
ছাত্ৰ বিষ্ণুপ্ৰসাদ ৰাভাও এই আইনবিৰোধী ৰাষ্ট্ৰদ্ৰোহী কাৰ্য্যত নিশ্চয়
জড়িত হৈ আছে। সৰল-সহজ আৰু আবেগপ্ৰৱণ অন্তৰৰ ৰাভাই
এই কথাত বৰ বিষম পালে। তেওঁৰ মনটোৱে ইংৰাজ চৰকাৰৰ এনে
পুলিচৰ অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিল। সাম্ৰাজ্যবাদী
বিদেশী লুণ্ঠনকাৰী চৰকাৰক দেশৰপৰা বহিষ্কাৰ কৰিব নোৱাৰিলে
এই ভাৰতভূমিত কোনেও এটি দিন শান্তিৰে কটাব নোৱাৰে।
বৃটিছৰ অন্যায়, অনীতি, শোষণ, শাসনৰ বিৰুদ্ধে যিসকল যুৱকে সশস্ত্ৰ
বিদ্ৰোহৰ আঁচনি কৰিছে, সেইসকল যুৱকে নিশ্চয় এটি কাৰ্য্যকৰী
পন্থা লৈছে, তাত কোনো সন্দেহ নাই বুলি বিষ্ণুপ্ৰসাদে সেই নিৰ্ভীক
দুঃসাহসিক যুৱকসকলক অন্তৰেদি অভিনন্দন জনালে।

পুলিচ বাহিনী গুচি গ'ল। বোৰ্ডিঙৰ চুপাৰিন্টেনডেন্ট আৰু
আন কেবাজনো অধ্যাপক বোৰ্ডিঙলৈ আহি ছাত্ৰসকলক নানা প্ৰকাৰ
পৰামৰ্শ দিবলৈ ধৰিলে। বিষ্ণুপ্ৰসাদৰ সেইবোৰ কাণত নোসোমাল।
তেওঁ ৰংপুৰ এৰি কলিকতালৈকে গুচি যাব বুলি সকলোৰে আগত
প্ৰকাশ কৰিলে। তেওঁৰ-নিচিনা এজন সুদক্ষ খেলুৱৈ আৰু গায়কক
এৰি দিবলৈ কাৰো ইচ্ছা নাই, যদিও শেষত সকলোৰেই নিমাত হ'ল,
কাৰণ তেওঁক ৰাখিবলৈ যত্ন কৰিলে হয়তো পুলিচৰ কাণত পৰিব আৰু
অযথা পুলিচ-জুলুমৰ সমুখীন হব লাগিব।

সন্ধ্যা লাগি আহিল।

কোনো কোনো দুৰিবলৈ ওলাই গ'ল।

কলেজৰ বোৰ্ডিং অলপ সময়ৰ বাবে নিতাল মাৰিলে।

ছয়-সাতজন ছাত্ৰৰে সৈতে বিষ্ণুপ্ৰসাদ তেওঁৰ কোঠাতেই থাকিল। ছাত্ৰৰ হাঁহিমুখ কোনো দিনেই মাৰ নাযায়। তেওঁলোকে পুনৰ হাঁহি-খিকিন্দালি কৰি গান গাবলৈ ধৰিলে। মেজ এখনতেই কোনোবা এজনে তবলা বজালে।

ৰংপুৰ এৰিবৰ লগা হোৱাত বিষ্ণুপ্ৰসাদৰ মনত পৰি গ'ল অতীতৰ ইতিহাসৰ এটি মাৰ যোৱা থিং—কোচবেহাৰৰ নৃপতি বিশ্বসিংহৰ পুত্ৰ নৰসিংহৰপৰা উদ্ভূত হোৱা পাজাৰ বংশটিলৈ। এই নৰসিংহৰ পুত্ৰ ব্যাসকেতুৱে এই ৰংপুৰতেই এখনি সৰু ৰাজ্য স্থাপন কৰি বজা হৈছিল। কিন্তু পিচলৈ সেই ক্ষুদ্ৰ ৰাজ্যৰ অস্তিত্ব বিলোপ হ'ল আৰু বেহাৰৰপৰা গৈ সৃষ্টি হোৱা পাজাৰ বংশৰো অস্তিত্ব জনতাৰ লগতহে মিলি গ'ল। তেনেকৈয়ে ৰংপুৰ এৰি তেওঁও মানুহৰ মহাসমুদ্ৰত যেন মিলি যাব পাৰে এনে ভাব হ'ল।

বিংশ শতিকাত সকলো দেশৰে শাসিত, শোষিত আৰু নিৰ্য্যাতিত-সকলৰ বিপ্লৱে একোটিকৈ নতুন ৰূপ লয়। পৃথিৱীৰ সাম্ৰাজ্যবাদে জীৱনৰ দিন গণিছে। ভাৰত জুৰি বৃটিছ ৰাজত্বৰ বিৰুদ্ধে যি জুই জ্বলিলে, তাক বে শত উৎপীড়নেও নুমাব নোৱাৰে, বৃটিছ সাম্ৰাজ্য-বাদীয়ে বুজিও যেন নুবুজে। ভাৰতীয় মানুহৰ যেতিয়া গড়ে দৈনিক আয় সাত পইচা, কিন্তু ভাৰতৰ গভৰ্ণৰজনৰ মাহিলি দৰমহা একৈইশ হেজাৰ টকা, অথচ ইংলণ্ডৰ প্ৰধান মন্ত্ৰীৰ দৰমহা মাহে পাঁচ হেজাৰ চাৰিশ মাত্ৰ। সেই দেশখনৰ মানুহৰ গড়ে আয় ছটকা। মহাত্মাগান্ধীয়ে ভাৰত গভৰ্ণৰলৈ এইবোৰ ব্যৱস্থাৰ অৱসান ঘটাবলৈ জনাই দিছিল; কিন্তু ইয়াৰপৰা ইংৰাজ চৰকাৰৰ ক্ৰোধৰ মাত্ৰাহে বাঢ়িছিল। গান্ধী আন্দোলনৰ মূলকথা আছিল—অহিংস অসহযোগ।

এটি যুৱক দলে সশস্ত্ৰ বিপ্লৱৰদ্বাৰা অতি সোনকালেই স্বাধীন

হৰণৈ বিচাৰিছিল। ঠাইত ঠাইত ইংৰাজ বা-বিষয়াক নিধন কৰিছিল, চট্টগ্ৰামৰ চৰকাৰৰ অস্ত্ৰ-ভঁৰালত লুণ্ঠন চলাইছিল। কিন্তু গান্ধীৰ আন্দোলনৰ তেতিয়াৰ পদ্ধতি আছিল এটি অভিনৱ।

ভাৰতৰ পশ্চিম উত্তৰে থকা বৃহৎ দেশ ৰুছিয়াতো ক্ষমতাশালী অধিপতি জাৰৰ স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে প্ৰবল বিদ্ৰোহ হৈছিল। জাৰৰ ধনতন্ত্ৰক ৰক্ষা কৰিবলৈ অভিজাত, বুৰ্জোৱা আৰু সুবিধাবাদীসকলক ৰক্ষা-কৱচ দি সেই বিদ্ৰোহ মষিমূৰ কৰিবলৈ চেষ্টা কৰিছিল। ৰুছিয়াৰ টলষ্টয়ৰ সাহিত্যবপৰা গান্ধীয়ে শিক্ষা আৰু আদৰ্শ পাইছিল। সেই টলষ্টয়ক জাৰৰ চৰকাৰে ঈশ্বৰ আৰু গীৰ্জাৰ বিৰোধী বুলি ঘোষণা কৰি জনসাধাৰণক তেওঁৰপৰা আঁতৰাবলৈ যত্ন কৰিছিল। জনতাৰ নেতা ভ্লাদিমিৰ লেনিনক দেশৰপৰাই নিৰ্বাসন কৰিছিল। এইবোৰ ঘটনা গান্ধী আন্দোলনৰ বহু পূৰ্বৰ ১৯০৫ চনৰ। হলেও তেতিয়াৰ-পৰাই এই বিপ্লৱৰ বেঙুনি বুটিছ চৰকাৰৰ লৌহ গড় ভেদিও ভাৰত ছুইছিল। জাৰৰ অত্যাচাৰ বাঢ়িছিল কিন্তু বিপ্লৱীৰ শক্তিও হেজাৰ গুণে বৃদ্ধি পাইছিল আৰু নতুন নতুন কৌশলেৰে জন-গণৰ সমৰ্থন লভিছিল। শেষত চিপাহী-চন্তৰী-বণুৱায়ো বিপ্লৱীসকলৰেই সঙ্গী হৈ জাৰ-তন্ত্ৰৰ অন্ত পেলাইছিল। ১৯২১ চনত গান্ধীৰ প্ৰথম স্বাধীনতাৰ আন্দোলন হৈছিল আৰু ১৯২২ চনৰ অক্টোবৰ মাহত ৰুছিয়াত অত্যাচাৰী, শোষণকাৰী, শাসনকাৰী ক্ষমতাৰ দৰ্প চূৰ্ণ কৰি মহান লেনিনৰ নেতৃত্বত ৰুছিয়াত কাৰ্লমাৰ্ক্স আৰু ফ্ৰেডাৰিক এঙ্গেলছৰ দ্বাৰা সুচিন্তিত বৈজ্ঞানিক আঁচনিৰে শ্ৰেণীবিহীন সত্য-সমতাৰ ৰাষ্ট্ৰৰ পাতনি মেলিছিল।

ভাৰতৰ বাইজেও বিচাৰিছে, বিদেশী চৰকাৰক বিতাৰণ কৰি দেশীয় চৰকাৰ স্থাপনৰ বাবে, অৰ্থাৎ ভাৰতীয় লোকে বিচাৰিছে স্বাধীনতা। সেই স্বাধীনতা লাভৰ বাবেই আৰম্ভ হৈছে দেশ জুৰি আন্দোলন। ৰংপুৰ নগৰতো সেই আন্দোলনৰ জোকাৰনি আহি লগাতো স্বাভাৱিক আৰু সেয়েহে ইংৰাজৰ চিপাহী আৰু চোৰাংচোৱাই

ভাবিছে, এই ৰংপুৰ কলেজখনেই সেই আন্দোলনৰ আখৰাৰ ঘৰ। সেয়েহে তেওঁলোকৰ ইয়াতে ইমান নজৰ। অসমৰ অগ্ৰণী যুৱকৰ প্ৰতি সেয়েহে তেওঁলোকৰ বক্ৰ দৃষ্টি।

হলেও, যুৱকৰ আনন্দক কোনে বাধা দিব? ৰংপুৰৰ ৰঙীয়াল যুৱকৰ মাজত বহি পবিত্ৰ শিক্ষানুষ্ঠানৰ আশ্ৰমসদৃশ বোৰ্ডিঙত শোণিত-পুৰৰ শিল্পী বিষ্ণুপ্ৰসাদক মাজত লৈ গাবলৈ ধৰিলে নানা গীত। তেওঁৰ শিল্পী মন মুঞ্জৰিত হৈ উঠিল। তেওঁ গহীন-গম্ভীৰ সুৰত গালে, নাচিলেও হেও দি দি সুন্দৰ ভঙ্গীৰে। পাহৰি গ'ল চিপাহী চোৰাং-চোৰাৰ জুলুমবাজ আৰু উৎপীড়নৰ কথা।

সঙ্গীতৰ মজলিছ ভাঙিবৰ সময় হ'ল। গায়ক, বাদক, শ্ৰোতা-সকলৰ হাবিলাস তেওঁলোকে যেন প্ৰিয় বিষ্ণুপ্ৰসাদক চিৰকাল তেওঁলোকৰ মাজতেই ৰাখিব, কিন্তু যেতিয়াই অনুভৱ কৰিলে যে ৰংপুৰত আৰু বিষ্ণুপ্ৰসাদ ৰব নোৱাৰে, তেতিয়াই এটি বেদনাৰ কৰুণসুৰে তেওঁলোকক যেন বলিয়া কৰি পেলালে।

এজনে ব্যথিত হৃদয়েৰে গাবলৈ ধৰিলে:

"…রাঙিয়ে দিয়ে যাও গো এবার
যাবার আগে,
আপন রাগে,
গোপন রাগে,
তরুণ হাঁসির অরুণ রাগে,
অশ্রু-জলের করুণ রাগে।
যাবার আগে যাও গো আমায়
জাগিয়ে দিয়ে,
রক্তে তোমার চরণ দোলা—
লাগিয়ে দিয়ে।…"

। পাঁচ ॥

# ৰংপুৰৰপৰা ৰংঘৰলৈ

তাতিৰ ৰংপুৰত বিষ্ণুপ্ৰসাদৰ শেষ নিশা। পুবে ধলফাট দিয়াৰ আগতেই তেওঁ সাৰ পালে। কিমান যে কল্পনাই তেওঁক হেঁচি ধৰিছে! সেই কল্পনাবিলাকে তেওঁক যেন শ্ৰীশ্ৰীকলাৱতী হৈহে দেখা দিছে। সেই আকুঞ্চিত কেশ, পঙ্কজসদৃশ নেত্ৰ, নিপোতল বক্ষ, চম্পাকলীয়া আঙুলি, সুহাস্য বদন, হংস-কম্বুক ভঙ্গী, শিৰ-নয়ন-গ্ৰীৱা-চৰণত তাল-লয়ৰ প্ৰকাশ। এপিনে উদ্দাম গতিৰ তাল-লয়-মানৰ নৃত্য-ভঙ্গী, আনপিনে মধুৰ মৃদু তাল-লয়-মানৰ অঙ্গ পৰিচালনা। তেওঁ চক্ খাই উঠিল। কিবা পোৱাৰ দৰে তেওঁ জাঁপ মাৰি শয্যাৰপৰা নামি পৰিল। বাহিৰত চৰাই-চিৰিকতিৰ মধুৰ আৱাজ, কিবা এখনি যেন মঞ্চতহে সিহঁতে ঐক্যতানৰ সুৰ মেলিছে।

লাহে লাহে আন আন বোৰ্ডিংবাসী ছাত্ৰবোৰো সাৰ পালে। মুখ-হাত ধুই সকলোৰে চাহ-জলপান খোৱাৰ আয়োজন কৰিলে।

তেওঁ নিজেই বিছনা বান্ধিবলৈ ধৰাত কোনোবা এজনে তেওঁক আজৰাই দি বান্ধিলে। সকলো যো-জা হ'ল। বিদায়ৰ বেদনাই সকলোকে চুঁচ-বুইৰ দৰে খুঁচিলে। পাঁচজন ছাত্ৰ ওলাল তেওঁৰ লগত যাবলৈ। তেতিয়া কলিকতাৰ লগত ৰেল-গাড়ীৰহে সংযোগ। সেই ৰেলতেই তেওঁলোক যাব লাগিব। বিষ্ণুপ্ৰসাদৰ মনটো বেয়া

লাগিলেও, কিবা এটা যেন অনুপম বস্তু পোৱাৰ আগ-জাননীয়ে তেওঁক উৎসাহিত কৰিছে।

এটি দীঘল উকি মাৰি বেল-গাড়ীৰ যাত্ৰা আৰম্ভ হ'ল।...

কলিকতা মহানগৰী। পশ্চিম জগতৰপৰা অহা সাহিত্য-সংস্কৃতি-সভ্যতা প্ৰৱেশৰ সিংহদুৱাৰ। ন-ভাব, ন-আশা, ন-প্ৰেৰণা, ন-বিজ্ঞানে দপ্‌দোপ্‌ হেন্দোলদোপ লগাইছে কলিকতীয়া বাইজৰ বৰঘৰৰ বৰ-চোতাল। ইয়াতেই এদিন অসমীয়া সাহিত্যৰ নৱ-জাগৰণৰ ওপৰ-চোকেলী বাজিছিল, জোনাকী-যুগৰ সূচনা হৈছিল ইয়াৰপৰাই। সাহিত্য-সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে অমৰ সাহিত্যিকসকলৰ ইয়াতেই সাহিত্যিক চেতনাৰ উন্মেষ হৈছিল।

যদিও বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যই পশ্চিমৰ ইংৰাজী সাহিত্যৰপৰা মূল শক্তি লাভ কৰিলে, তথাপিও তাহানিৰ বঙ্গীয় সাহিত্যই এটি প্ৰভাৱ বিস্তাৰ নকৰাকৈ নাথাকিল। বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়, গিৰীশচন্দ্ৰ বা দ্বিজেন্দ্ৰলালৰ সাহিত্যই অসমীয়া পঢ়ুৱৈ-সমাজত সমাদৰ লাভ কৰিছিল। এইবিলাক উথল-মাথলৰ ঢৌ এদিন কলিকতাৰপৰা অসমলৈ বৈ গৈছিল।

ঊনৈশ শতিকাৰ শেষ ভাগত কলিকতাত থকা অসমীয়া ছাত্ৰৰ উদ্যোগত (২৫ আগষ্ট, ১৮৮৮ ইং) মহানগৰত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ জন্ম হয়। লক্ষ্মীনাথ বেজবৰুৱা, কবি. চন্দ্ৰকুমাৰ আগৰৱালা আৰু আন আন উৎসাহী সাহিত্যপ্ৰেমীৰ যত্নতেই মাহেকীয়া আলোচনী "জোনাকী"ৰো জন্ম হ'ল, যি জোনাকীৰ জৰিয়তেই অসমীয়া সাহিত্যত গৌৰৱময় জোনাকী যুগৰ সৃষ্টি। এই আলোচনীৰ প্ৰথমতে আগৰৱালাদেৱেই সম্পাদক আছিল। তৃতীয়-চতুৰ্থ বছৰত বেজবৰুৱাদেৱ সম্পাদক হয়, তাৰ পিচলৈ সম্পাদকৰ দায়িত্ব সালসলনি হৈ ষষ্ঠ বছৰলৈ এই মহানগৰীতেই ছপা হৈ ওলায়। বেজবৰুৱাদেৱৰ যুগস্ৰষ্টা আলোচনী 'বাঁহী'ৰো জন্ম ইয়াতেই। লক্ষীপুৰৰ জমিদাৰ গল্প-সাহিত্যিক ৺নগেন্দ্ৰনাৰায়ণ চৌধুৰী প্ৰতিষ্ঠিত

আক পিচলৈ দীননাথ শৰ্মাৰ সম্পাদনাত অতি সৰবৰহী মাহেকীয়া 'আৱাহন' আলোচনীখনেও এই স্থানতেই পৌনপ্ৰথমতে পৃথিৱীৰ পোহৰ দেখিছিল।

এনে হেন কলিকতা মহানগৰলৈ পুনৰবাৰ আহি বিষ্ণুপ্ৰসাদ বাভাই কি কৰিব, কি নকৰিব ভাবত আতুৰ হ'ল। কেবাদিনো পাৰ হৈ গ'ল, কিন্তু কলেজত ছাত্ৰ হৈ পঢ়া-শুনা কৰাৰ কথা তেওঁৰ মনলৈ নহা হৈ পৰিল। সুকুমাৰ কলাৰ সাধনাৰ বাবেহে যেন তেওঁ মহানগৰীত নামিছে, এনে ভাবহে তেওঁৰ মনলৈ বেছিকৈ আহিল। ৰংপুৰৰপৰা তেওঁৰ লগত যোৱা ছাত্ৰ পাঁচজনৰ তিনিজন ৰংপুৰলৈ উভতি গ'ল। বাকী দুজন কলেজত ভৰ্তি হৈ পৰিল যদিও, তেওঁৰ সুখ-সঙ্গ অনবৰত নোপোৱাত তেওঁলোক দুজনেও কলিকতা এৰি ৰংপুৰমুৱা হ'ল। বিষ্ণুপ্ৰসাদ এতিয়া সম্পূৰ্ণ মুক্ত।

শিল্পীজনাৰ মন এতিয়া কথাছবিৰ ফালেহে ঢাল খালে। কলেজত নাম লগাই ছাত্ৰ হোৱাৰ বাঞ্ছা তেওঁৰ মনৰপৰা সম্পূৰ্ণ নোহোৱা হৈ পৰিল। কলাৰ সাধনাত যেন তেওঁ উৰি ফুৰিব, সেয়াই তেওঁৰ এতিয়া প্ৰাণৰ হাবিলাষ।

১৯৩১ চন। এই চনতেই তেওঁৰ ছাত্ৰ-জীৱনৰ সঁচাকৈয়ে সামৰণি পৰিল। ৰংপুৰৰপৰা আহোঁতে তেওঁ ভাবিছিল—তেওঁ পুনৰ কলেজৰ ছাত্ৰ হ'ব, পঢ়িব, খেলিব, গাব, নাচিব, বজাব, অভিনয়ো কৰিব আৰু দৰকাৰ হলে বক্তৃতাও দিব। কিন্তু সেইবিলাক নহ'ল, ৰংঘৰৰ ৰঙ্গমঞ্চত তেওঁ প্ৰবেশ কৰিলে। বিভিন্ন কলা-কল্পনাই তেওঁৰ মন-প্ৰাণ আলোড়িত কৰি তুলিলে। কলিকতাৰপৰাই তেওঁ সুন্দৰী অসমখন জুমি জুমি চালে। তেতিয়া অসমীয়া শিল্পী সাহিত্যিকসকলে নতুন অসম, বৃহত্তৰ অসম, সংগঠিত অসমৰ বিভিন্ন আঁচনি হাতত লৈছিল। বিষ্ণুপ্ৰসাদে মহানগৰী কলিকতাত চৌষষ্ঠি কলাৰে পৰিপূৰ্ণ সুন্দৰ অসম এখনৰ সপোন দেখিলে। তেওঁৰ চকুৰ আগত মূৰ্তিমান হৈ উঠিল লুইতপৰীয়া ডেকাগিৰি মহান কলাকাৰ শ্ৰীমন্ত শঙ্কৰ। 'শ্ৰীশ্ৰীকলাৱতী'

সাৰেৰে তেওঁ এটি প্ৰবন্ধ লিখিলে। কিছুদিনলৈ তেওঁ শ্ৰীবিষ্ণুপ্ৰিয়া নাজা ঠাকুৰীয়া ছদ্মনামেৰে লিখিবলৈ ধৰিলে।

৺মাধৱ চন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাৰ কালত 'বাঁহী' আলোচনীত নতুনকৈ খোলা 'চিত্ৰলেখা' বিভাগটো তেওঁ পৰিচালনা কৰিলে। এই বিভাগটিৰ নামকৰণো তেওঁৰেই। এই সময়তেই তেওঁ এটি অতি মূল্যবান কালজয়ী প্ৰবন্ধ "সংগীত আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ গায়ন" লিখি 'আৱাহন'ত প্ৰকাশ কৰে। তেওঁ তাত লিখিলে :

"...ভাৰতীয় সঙ্গীত শাস্ত্ৰ যে কিমান জটিল তাক সঙ্গীত শাস্ত্ৰজ্ঞ মহলে বুজা টান। যিজন ঋষিয়ে এই সঙ্গীত শাস্ত্ৰত ব্যুৎপত্তি লাভ কৰিব পাৰিব, যিজনে ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰিব পাৰিব, যিজনে নিয়মিতভাৱে সাধনা কৰিব পাৰিব, সেইজন মহাপুৰুষ সঙ্গীত-বিশাৰদ হব আৰু তেওঁৱেই সঙ্গীতৰ আদি নাদৰূপী ব্ৰহ্মক লাভ কৰিব পাৰিব। এনে জটিল বিজ্ঞানত এজন মহাপুৰুষে দক্ষতা লাভ কৰিছিল। তেওঁ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ গায়ন।"...

কলিকতা মহানগৰীত নিজৰ গুণ আৰু প্ৰতিভাৰদ্বাৰা অনেক কলা আৰু সাহিত্যপ্ৰেমী লোকৰ মাজত জনাজাত হৈ তেওঁলোকৰ লগত আত্মীয়তা গঢ়ি উঠিল। উচ্চমানবিশিষ্ট সঙ্গীতত থকা তেওঁৰ জ্ঞান আৰু পাৰদৰ্শিতা ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতত তেওঁৰ পটুতা, বিভিন্ন বাদ্যযন্ত্ৰত তেওঁৰ নিপুণতা, শাস্ত্ৰীয় নৃত্যত থকা তেওঁৰ স্বাভাৱিক ব্যুৎপত্তি আদি সীমাহীন গুণে শ-শ লোকক তেওঁ মুগ্ধ কৰি তুলিলে। তেওঁৰ গুণগ্ৰাহী লোকৰ এখন নতুন সমাজৰ সৃষ্টি হৈ পৰিল।

সেই সময়ত কলিকতাত "সঙ্গীত শিক্ষা প্ৰবেশিকা" নামৰ বঙ্গলা ভাষাৰ আলোচনী এখন তেওঁৰ হাতত পৰে। বঙ্গদেশৰ কেবাজনো সঙ্গীতজ্ঞই তাত সঙ্গীতৰ বিষয়ে প্ৰবন্ধ-পাতি লিখিছিল। বিষ্ণুপ্ৰসাদে নিয়মিতভাৱে সেই আলোচনীখন অধ্যয়ন কৰিবলৈ ধৰিলে। কোনো ঠাইৰপৰা সঙ্গীতৰ ওস্তাদ আহিলে মহানগৰীত সঙ্গীতৰ বৈঠক বহে আৰু সেই বৈঠকলৈ বাভাদেৱেও নিমন্ত্ৰণ পাইছিল।

বঙ্গৰ চিনেমা-জগতে কলাৰ বিকাশত বিশেষভাৱে বঙালীক সচেতন কৰি তুলিছে। অসমীয়া চিনেমা-জগতৰ তেতিয়া কাঁকটোও সৃষ্টি হোৱা নাই। বিষ্ণুপ্ৰসাদ ৰাভাই চিনেমাৰ বাবে এটি কোম্পানী খুলি কাম হাতত লবৰ বাবে মনৰ মাজতেই আঁচনি কৰিবলৈ ধৰিলে। কিন্তু এই সুন্দৰৰ ব্যৱসায়টো এটি অতি ব্যয়বহুল ব্যৱসায়। তেওঁৰ হাত উদং। ইমান টকা তেওঁ ক'ত পাব ?

এনে সময়তে মেচুৱা বজাৰত ওৱাই-এম-চি-এৰ দ্বাৰা এখনি 'কেশি-ড্ৰেছ একজিবিচন' পতা হয়। এই অনুষ্ঠানত নিখিল বঙ্গ মিউনিচিপাল বোৰ্ডৰ চেয়াৰমেন জে-চি বসু বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰিত হৈ উপস্থিত আছিল। সুভাসচন্দ্ৰ বসুক ইংৰাজ চৰকাৰে বিলাতফেৰা বাৰিষ্টাৰী পাছ-কৰি অহাৰ পিচত এই পদবী যাচিছিল ; কিন্তু দেশপ্ৰেমিক বসুৱে এই পদ প্ৰত্যাখ্যান কৰিলে। পিচত জে-চি বসুক এই পদ প্ৰদান কৰা হয়।

এই প্ৰদৰ্শনীত বিষ্ণুপ্ৰসাদ ৰাভাই ভিক্টৰ হিউগোৰ 'Hunsback of Noterdom' চৰিত্ৰটিৰ 'মেক-আপ' কৰি যেতিয়াই মঞ্চত থিয় হ'ল, তেতিয়া ওৱাই-এম-চি-এৰ চুপাৰিন্টেনডেন্টৰ পৰিয়াল যিহেতু বাক্‌নেলে ভয়তে চিঞৰি পিছিয়েকক সাৱটি মাৰি ধৰে। দৰ্শকবৃন্দৰ মাজত হৰ্ষ আৰু ত্ৰাসৰ সৃষ্টি হৈ পৰে। হান্‌ছবেকৰ পিঠিত ৰামায়ণৰ কুঁজী বুঢ়ীতকৈও ডাঙৰ কুঁজ, তৰি দুখন বেঁকা-পেংতা, চকু কেঁৰা, কুৎচিৎ, কুৰূপ। এনেহেন নিখুঁত মেক-আপ দেখি উপস্থিত লোক-সকলে মনত বিস্ময় মানিলে। বিশ্ববিখ্যাত সাহিত্যিক ভিক্টৰ হিউগো সেই সভাত উপস্থিত থকা হলে, তেৱোঁ হয়তো অসমৰ এজন শিল্পীৰ এনে অসাধ্য সাধনত বিস্মিত আৰু অভিভূত নহৈ নাথাকিলহেঁতেন।

আমেৰিকাৰ তেতিয়াৰ বোলছবি জগতৰ মেক-আপৰ ৰজাস্বৰূপ মিঃ লংচেনিও ( Mr. Longcheney ) সেই প্ৰদৰ্শনীত উপস্থিত আছিল আৰু তেওঁ এটি বিশিষ্ট মেক-আপত মঞ্চত দেখা দিছিল। কিন্তু ৰাভাদেৱৰ প্ৰদৰ্শনত দৰ্শকবৃন্দৰ মাজত যেনে আলোড়ন হৈছিল,

তেনে আলোড়ন নহ'ল। অভিনয়ৰ শেষত মিঃ লংচেনিয়ে হাঁহি হাঁহি তেওঁক কৰ-মৰ্দন কৰিলে। সভাৰ শেষত উদ্যোক্তাসকলৰ কালৰপৰা এজনে ঘোষণা কৰিলে—বিষ্ণুপ্ৰসাদলৈ এটি উত্তম বঁটা ( Best Medal ) আগবঢ়োৱা হৈছে।

বিশিষ্ট অতিথি জে-চি বসুৱে মন্তব্যত কলে যে সুবিধা পালে শ্ৰীমান ৰাভাই ভাৰতৰ বোলছবি জগতত নিশ্চয় সুখ্যাতি লাভ কৰিব আৰু সুপ্ৰতিষ্ঠিত হব পাৰিব।

চাৰিওপিনে হাত চাপৰি বাজি উঠিল। আনন্দৰ ধ্বনিত হল-ঘৰটি ৰজনজনাই গ'ল।

মিছেছ বাক্‌নেলে পেটে পেটে লাজ পালেও, দূৰৰপৰাই স্বাস্থ্যবান, হাঁহিত উজ্জ্বলি থকা ৰাভাৰ পিনে কেৰাহিকৈ চাই নিমাত হ'ল।

সভা ভাগিল। সকলো লোক দিহাদিহি গ'ল। বিষ্ণুপ্ৰসাদে তেওঁ থকা হোটেললৈ আহি 'Argu picture corporation'ৰ বিস্তৃত আঁচনি, আদৰ্শ, উদ্দেশ্য, নিয়মাৱলী আদি লিখি উলিয়াই পিচদিনাই তেওঁৰ বন্ধু মহলৰ আগত দাঙি ধৰিলে। একবাক্যে সকলোৱে তেওঁক সমৰ্থন জনালে আৰু লগে লগেই প্ৰাথমিক কামবোৰ আৰম্ভ হ'ল। তেওঁ বৰ আশা কৰিলে যে অসমীয়া ছবি উলিয়াই 'দাবিঙ'ৰ দ্বাৰা বঙলা আৰু হিন্দী কৰা হব। অলপ দিনৰ পিচতেই পুলিচ আৰু চি-আই-ডিৰ তেওঁৰ ওপৰত তীব্ৰ নজৰ পৰিল।

তেতিয়া কলিকতাত 'বেঙ্গল ভলন্টিয়াৰ্ছ' ইংৰাজ চৰকাৰৰ এটি আতংকৰ অনুষ্ঠান। ১৯২৮ চনৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ কলিকতাৰ অধিবেশনত দেশপ্ৰেমিক বিপ্লৱী সুভাসচন্দ্ৰ বসুৰ দ্বাৰা পৰিচালিত হৈ এই অনুষ্ঠানে স্বেচ্ছাসেৱকৰ কাম কৰিছিল। সামৰিক নিয়মানুবৰ্তিতাৰে এই দলটোক নিয়মিতভাৱে প্ৰশিক্ষণ দিয়া হৈছিল। সিপিনে পূবৰ চট্টগ্ৰামত সশস্ত্ৰ পুলিচ-চিপাহীৰ লগত বিপ্লৱী দলৰ

সংঘৰ্ষ হ'ল। ইয়াৰ আগতেই অস্ত্ৰ লুণ্ঠনৰ সময়ত নেতৃত্ব দিয়া অসীম সাহসী সূৰ্য্য সেন পলাই আত্মগোপন কৰিছিল। এই সূৰ্য্য সেনক ধৰি দিব পাৰিলে দহ হেজাৰ টকা পুৰস্কাৰ দিয়া হব বুলি ইংৰাজ চৰকাৰে ঘোষণা কৰিছিল। চি-আই-ডিয়ে সন্দেহ কৰিছিল যে বি-ভি ( বেঙ্গল ভলন্টিয়াৰ্ছ )ৰ লগত সেনে সংযোগ কৰিছে। আন নগৰ-চহৰবপৰাও অনেক চোৰাংচোৱা আনি কলিকতাত সুমুৱাই দিছিল।

এদিন হঠাতে পুলিচ আৰু চি-আই-ডি আহি বাভাৰ কোঠাটো খানাতালাচ কৰিলে; কিন্তু একো নাপালে। তেওঁৰ মনটো বৰ বেয়া লাগি গ'ল। তেতিয়া তেওঁ সম্পূৰ্ণভাৱে কলাৰ সাধনাত মগ্ন। কিন্তু পুলিচৰ এনে কাৰ্য্যই তেওঁৰ সাধনাত ব্যাঘাত ঘটালে। ইপিনে কৰপোৰেচনত টকা খৰচ হৈ আছে। তেওঁ কিছু বিমোৰত পৰিল।

তেতিয়া তেওঁৰ ককায়েক নন্দলাল বাভা ঢাকাত পুলিচ বিষয়াৰ পদত আছিল। ভায়েকক তেওঁ অতি স্নেহ কৰিছিল। ককায়েকৰ হাবিলাস যে বিষ্ণুপ্ৰসাদেও পুলিচ বা সামৰিক বিভাগৰ চাকৰিত সোমাই বংশৰ নাম ৰাখিব। সেই আশা কৰিয়েই তেওঁ জৰুৰী চিঠিৰে ভায়েকক ঢাকালৈ মাতি পঠালে। ককায়েকৰ তেনে চিঠি পাই বিষ্ণুপ্ৰসাদৰ ভাল লাগিল। ভাবিলে, জন্মস্থানৰপৰা এবাৰ ঘূৰি অহা ভাল। ককায়েক বদলি হৈ গলে হয়তো সিপিনে যোৱাৰ সুযোগ নঘটিব পাৰে। সেয়ে ঢাকা নগৰলৈ যোৱাটো স্থিৰ কৰিলে। এই নগৰতেই তেওঁ পোন প্ৰথমতে পৃথিৱীৰ পোহৰ দেখিছিল আৰু শিশুকালত এই নগৰৰ বেবাকৰ অভিনয়তেই উৰ্দ্দু নাটত তেওঁ আঠ বছৰ বয়সত ( ১৯১৭ চনত ) অভিনয় কৰিছিল। সেই নাট অভিনয়ৰ আখৰাত শিক্ষা দিছিল 'লায়ন থিয়েটাৰ'ৰ ওস্তাদ কালাচান্দ চাহাৰে। কবলৈ গলে বাভাৰ অভিনয় জীৱনৰ প্ৰথম অনুপ্ৰেৰণাদাতা এইজন কালাচান্দ চাহাবেই। গীতে-মাতে, নাচে-অভিনয়ে ঢাকা

নগৰ তেজিয়া উথল-মাথল। হাতে অকোৱা সূচিতে সুকোৱা ঢাকাৰ কাপোৰ ভাৰত বিখ্যাত; নানা তৰহৰ, নানা কলা-কুশলতাৰে তৈয়াৰী ঢাকাৰ সোণাৰীৰ গহনা সেই সময়ৰ ইংৰাজী শিক্ষা পোৱা লোক-সকলৰ পৰিয়ালবিলাকৰ অতি হাবিলাসৰ বস্তু। ইয়াৰ বাহিৰেও, সেই ঠাইৰ শ্ৰীকৃষ্ণজন্মাষ্টমী উৎসৱ চাবলৈ কলিকতাৰপৰাও লোকৰ আগমন হৈছিল। মুঠতে ঢাকা তেতিয়া কলা-সংস্কৃতিৰ এখনি সুন্দৰ কেন্দ্ৰস্থান।

তেওঁক পাই ককায়েকে বৰ আনন্দ পালে আৰু কি কৰিলে তেওঁলোকৰ পৰিয়ালটিৰ গৌৰৱ অক্ষুণ্ণ ৰ'ব, তাকেই তেওঁক বুজালে। বিষ্ণুপ্ৰসাদে ককায়েকৰ মৰমৰ দাবীৰ একো বাদ-প্ৰতিবাদ নকৰি শুনি গ'ল; কিন্তু সুকুমাৰ কলা-সঙ্গীত-সাহিত্যত বুৰ গৈ থকা তেওঁৰ অন্তৰখনক, ঘৰ-সংসাৰ, চাকৰি আদিৰ মায়া-মোহে অকণো লৰাব নোৱাৰিলে। শিশুকালতে কৰা ৰঙ্গমঞ্চৰ অভিনয়ৰ স্মৃতিয়ে তেওঁৰ মনটো ৰংঘৰৰ ভিৰবিৰাই থকা ৰূপালী দুৱাৰমুখখনলৈহে টানি লৈ গ'ল। কলাকাৰৰ সূক্ষ্ম ভাববিলাকে তেওঁৰ হৃদয়-বীণাৰ তাঁৰবোৰত সা-ৰে-গা-মা-পা-ধা-নি-সা বজাই বজাই তেওঁক আপোন-পাহৰা কৰি তুলিলে।

॥ ছয় ॥

# নৃত্যতি ললিতং হৰিগুণ বলিতং

"গীতং বাদ্যং তথা নৃত্যং এবং সঙ্গীতম্ উচ্যতে"—সঙ্গীতৰ অৰ্থ এই গীত, বাদ্য, নৃত্যৰ সমাবেশ। 'নট্' ধাতুৰপৰা 'নাট' শব্দ সৃষ্টি হৈছে। এই ধাতুৰ অৰ্থ 'নাচ' বা 'নৃত্য' কৰা। গ্ৰীচ দেশৰ বিশ্ব-বিখ্যাত দাৰ্শনিক প্লেটোৰ মতে 'কলা' হৈছে প্ৰকৃতিৰ অনুকৰণ। সেয়েই এই প্ৰকৃতিৰ যি স্ৰষ্টা, সেই স্ৰষ্টা নিশ্চয় মহান কলাকাৰ।

প্ৰকৃতিৰ স্বাভাৱিক নিয়ম অনুসৰি প্ৰতি মুহূৰ্ত্ততে শব্দ-তৰঙ্গৰ ক্ৰম পৰিবৰ্ত্তন হলেই স্বৰৰ ঢৌ উঠি ওপৰলৈ আৰু তললৈ গতি কৰে। মানৱ-কণ্ঠস্বৰৰ দ্বাৰা নাইবা কোনো বাদ্যযন্ত্ৰৰ ধ্বনিৰ দ্বাৰা শব্দ-তৰঙ্গৰ ব্যতিক্ৰম শ্ৰৱণেন্দ্ৰিয়ত ধৰা দিয়ে। কলা-বোধৰপৰা বিভিন্ন শব্দ-তৰঙ্গৰ ধ্বনি শ্ৰুতিমধুৰ কৰি সঙ্গীতৰ সৃষ্টি কৰা হয়। ইয়াৰো আকৌ বহু প্ৰকাৰৰ শ্ৰেণী-বিন্যাসৰ দ্বাৰা ৰাগৰ বিচাৰ কৰে।

কৃত্ৰিমতা অৱলম্বন কৰা হয় অভিনয়ত। এই অভিনয় বা তাণ্ডৱ দ্বাৰা প্ৰদৰ্শন কৰা জীৱন্ত কাহিনীয়েই হ'ল নাটক। অভিনয় কলা জীৱনৰ প্ৰতিচ্ছবি। সেয়েহে সংস্কৃত আলংকাৰিকে সকলো শ্ৰেণীৰ নাটকৰ নামকৰণ কৰিছিল 'ৰূপক' বুলি।

পুৰণিৰো আও-পুৰণি কালত সমস্বৰে গোৱা সুমধুৰ গীতি-ধ্বনিৰ দ্বাৰাই দেৱতাৰ আৰাধনা কৰা হৈছিল। কেতিয়াবা আগ্নেয়গিৰি,

উল্কাপাত, ভূমিকম্পৰ নিবৃত্তিৰ বাবে আৰু কেতিয়াবা বাঁদ-বৰষুণৰ বাবে এই সু-সমন্বৰৰ ব্যৱহাৰ কৰি তেওঁলোকে যৌথ-সমাজত একত্ৰিত হৈ আনন্দ কৰিছিল। মুঠতে সঙ্গীত এটি আৰ্ট, মানৱ হৃদয়ৰ গভীৰ ভাব ইয়াৰ উৎস। সময় আৰু সংস্কৃতিৰ অগ্ৰগতি আৰু সাধকৰ সাধনাৰ লগে লগে ইয়াৰ প্ৰগতি। বৈদিক যুগৰ আৰম্ভৰপৰা ঋগ্বেদৰ মন্ত্ৰ উদাত্ত, অনুদাত্ত আৰু স্বৰিত তিনি স্বৰত আৰু ত্ৰি-সপ্তকত ইয়াৰ অনুধাৱন হৈছিল। কোনো কোনো সঙ্গীত পণ্ডিতে মত প্ৰকাশ কৰে যে বৈদিক ত্ৰি-স্বৰৰপৰাই ক্ৰমান্বয়ে সপ্তস্বৰ উদ্ভাৱিত হৈ পৰিছিল।

সঙ্গীত শাস্ত্ৰ অপাৰ, এনেহেন সঙ্গীত শাস্ত্ৰকো বিষ্ণুপ্ৰসাদে চৰ্চি, মথি, সাধনা কৰি কেনেকৈ কণ্ঠ, হৃদয়, মন, দেহ আৰু বুদ্ধিৰ অধীন কৰি লৈছিল ভাবিলে আচৰিত হব লাগে।

ঢাকাৰপৰা উলটি আহি পুনৰ তেওঁ কলিকতা পালে। ককায়েকক কলে যে তেওঁৰ আধৰুৱা কামবোৰ সমাপ্ত কৰি তেওঁ আকৌ আহিব। ককায়েকৰ মনত আনন্দ লাগিল। তেওঁ মনতে ভাবিলে যে দেউতাকৰ বন্ধু ইংৰাজ চাহাব কৰ্ণেল ডি. স্মিথ ইয়াত থাকোঁতেই ভায়েকক সামৰিক বিভাগত এটি উচ্চপদ নিশ্চয় দিয়াব পাৰিব। তেতিয়া-হলে তেওঁলোকৰ পিতৃৰ মান-যশ অক্ষুণ্ণ থাকিব।

বিষ্ণুপ্ৰসাদে ঢাকাৰপৰা আহি দেখিলে যে আৰগু ফিল্মি কৰ্পোৰেচনৰ কাৰ্য্যবোৰৰ কিবা খেলিমেলি হৈ গৈছে। সহকৰ্মী দুজনমানে তেওঁৰ অনুপস্থিতিৰ সুযোগ লৈ অনুষ্ঠানটোৰ কৃতকাৰ্য্যতাত সন্দেহ কৰি আন চাকৰিৰ অনুসন্ধানত আঁতৰি গৈছে। টোপনি ক্ষতি কৰি তৈয়াৰ কৰা চিনেমা-জগতৰ আঁচনি সিমানতেই ইতি পৰিল। কিন্তু টকা-পইচা বহুতো অথলে গ'ল। যি কেইজন বন্ধুৱে অকাতৰে এই ধন অনুষ্ঠানটিৰ বাবে উলিয়াই দিছিল, তেওঁলোকে অকণো অসন্তোষ প্ৰকাশ নকৰি মাথো এই উদাৰ শিল্পী গৰাকীক সঙ্গীতত লাগিবলৈহে উদগালে। সঙ্গীত তেওঁৰ জীৱনৰ তেজ-মঙহ, নৃত্য তেওঁৰ জীৱন-ছন্দ ; এই গীত-নৃত্যৰ সমাবেশতেই তেওঁৰ জীৱনৰ সৌন্দৰ্য্য। গতিকে

গাঁনৰ কালৰপৰা ইয়াৰ উদগনি বিয়েই নহওক, তেওঁৰ ধমনিতেই ইয়াৰ উদগনি, ইয়াৰ উৎস কন্তৰ দৰেই জীৱন্ত। তেওঁ বিমৰ্ষ নহ'ল। এটি মধুৰ হাঁহিৰে তেওঁ বন্ধু-বান্ধৱৰ লগত আলোচনা হয়, কথা-বতৰা পাতে আৰু কেতিয়াবা গীতেৰে সেই আ-আলোচনাৰ সামৰণি মাৰে।

জনম গন্ধৰ্ব বিষ্ণুপ্ৰসাদে তেতিয়া সঙ্গীততেই মনোনিবেশ কৰিলে। অ'ত-ত'ত বহা বিভিন্ন সঙ্গীত বৈঠকলৈ তেওঁ নিমন্ত্ৰণ পাবলৈ ধৰিলে। বিভিন্ন ওস্তাদৰ লগত তেওঁৰ চিনা-পৰিচয় আৰু আত্মীয়তাও গঢ়ি উঠিল। বঙ্গৰ বিখ্যাত ঠাকুৰ বংশৰ লগতো তেওঁৰ পৰিচয় ঘটিল। তেওঁলোকৰ ঘৰলৈ যাতায়াত হোৱাত ৰবীন্দ্ৰ-সঙ্গীতৰ প্ৰতিও তেওঁৰ ধাউতি জন্মিল আৰু সেই আপাহতে চৰ্চা কৰি সেই নব্য সঙ্গীততো এজন সুগায়ক হৈ উঠিল।

এবাৰ তেওঁ নাট্যকাৰ প্ৰভাত শৰ্মা আৰু কলিকতাৰ প্ৰভাত সেনগুপ্তৰ লগত কলিকতাৰপৰা তিনিও তিনিখন বাই-চাইকেলেৰে চন্দন নগৰৰ মাজেদি অ'ত-ত'ত বৈ গৈ আশী মাইল পথ অতিক্ৰম কৰি শান্তি-নিকেতনৰ বিশ্ব-ভাৰতীত প্ৰবেশ কৰে। ই যেন এখনি কলা-কৃষ্টি-বিষ্ঠা-সাহিত্যৰ অপূৰ্ব ৰম্যপুৰী। শিল্পী বাভাৰ হৃদয়ৰাজ্য ন-ন অনুপ্ৰেৰণাত উদ্বেলিত হৈ উঠিল। বিশ্ব-ভাৰতীৰ 'কলাভৱন' দৰ্শন কৰি অনেক শিক্ষা লাভ কৰিলে। কেবাজনো বিদ্বান আৰু পণ্ডিত লোকৰ লগত নানা বিষয়ৰ আলোচনাৰ সুযোগ পালে।

ইয়াৰপৰা তিনিও বীৰভূমৰ 'চিউৰী' নামৰ ঠাইলৈ বাই-চাইকেলেৰেই আগবাঢ়িল। তেওঁলোকৰ উদ্দেশ্য আছিল কলাৰ আবিষ্কাৰ। গাৱঁৰ মাজেদি যাওঁতে তেওঁলোকে গাৱঁলীয়া মানুহৰ লগত বহি তেওঁলোকৰ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক সকলো ধৰণৰ কথাকেই আলোচনা কৰিছিল। নিশা বৈ গাৱঁলীয়া বতাহ-শিল্পীৰ লগত গান-বাজনাত অংশ গ্ৰহণ কৰিছিল। আৰু অৰ্থনৈতিক দুৰ্যোগৰপৰা সমাজখনক ৰক্ষা কৰিবৰ বাবে সাম্ৰাজ্যবাদী শোষক

ইংৰাজ ৰাজৰ বিৰুদ্ধে তেওঁলোকক উচটাই দিছিল। কোনো কোনো পাৰ্বত্য তেওঁলোকক আৰু এনিশা ৰবলৈহে অনুৰোধ কৰিছিল।

এনেদৰে জনতাৰ লগত সম্বন্ধ স্থাপন কৰি, পুনৰ ৰাতি হলে গাৱেঁ-গাৱেঁ বৈ, থাকি, খাই, প্ৰীতি আৰু সম্ভাৱেৰে চাইকেলত উঠিয়েই আহি আহি ছুসপ্তাহৰ মূৰত কলিকতা মহানগৰীত উপস্থিত হ'ল। তেওঁলোকক পাই কলামোদী বন্ধু-বান্ধৱসকলে পুনৰ আনন্দত কিৰিলি পাৰি উঠিল। নিজম পৰি থকা সঙ্গীতৰ সৰোবৰত বিষ্ণুপ্ৰসাদ পুনৰ বুৰ গ'ল।...

শান্তিনিকেতনত ফুটবল প্ৰতিযোগিতা আৰম্ভ হৈছে। পশ্চিম বঙ্গ পূৰ্ব-বঙ্গ, কোচবেহাৰ, ৰংপুৰ আদি বিভিন্ন স্থানৰপৰা ফুটবলৰ দলবোৰ খেলিবলৈ চাপলি মেলিছে।

কলিকতাৰ ওৱাই-এম-চি-এৰ টিমত খেলিবলৈ শ্ৰীবাস্তাক অনুৰোধ কৰিলে। তেওঁ অতি আনন্দেৰে যাবলৈ ওলাল ; অৱশেষে এইবেলি ৰেলগাড়ীৰে। ৰেলৰ ভৰা দল্‌দোপ, কৰি ডেকা খেলুৱৈ দল শান্তিনিকেতনলৈ যাত্ৰা কৰিলে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ সপোন ৰ'ত দিঠক হৈ পৰে, সেই শান্তিনিকেতনত গৈ দলটো নামিল। সকলোৰে মাজত হৃষ্ট-পুষ্ট, স্বাস্থ্যবান লুইতপৰীয়া ডেকা বিষ্ণুপ্ৰসাদ জিলিকি উঠিল। দৰ্শকসকলে এই দলটো দেখি আনন্দ লভিলে।

দেখাই-দৰ্পণে যেনে, খেলতো তেনে, কাৰণ কলিকতাৰ বছা বছা সুন্দৰ খেলুৱৈ। চাৰিওপিনে মানুহৰ হেঁচা-ঠেলা এই দলটোক চাবলৈ।

ওৱাই-এম-চি-এৰ এই দলটোৰ লগত সেই সময়ৰ বাংলা গানত ক্লাছিকেলৰ পৰশ দি নতুন সুৰৰ সৃষ্টি কৰোঁতা হিমাংশু দত্ত। এৱেঁই পিচত 'সুৰ-সাগৰ' নামেৰে সঙ্গীত-জগতত জনাজাত হৈ পৰিছিল। সন্ধিয়া সঙ্গীতৰ বৈঠক বহিল। দত্তৰ সঙ্গীতৰ নতুনৰত মানুহ মুগ্ধ হ'ল। যেতিয়া বিষ্ণুপ্ৰসাদে তেওঁৰ গন্ধৰ্ব-সদৃশ গহীন-গম্ভীৰ স্বৰেৰে এটাৰ পিচত আন এটা গীত গাবলৈ ধৰিলে তেতিয়া একোটি গীতৰ

শেষত হাত-চাপৰিৰ লগতে "আবাৰ একটা, আবাৰ একটা" ধ্বনি উঠিবলৈ ধৰিলে।

জয় জয়ন্তেই তেওঁ গাইছিল এটি অসমীয়া গীত—বনগীত-বিহু-গীতৰ মিশ্ৰিত সুৰৰ। দ্বিতীয়তে গালে ত্ৰি-ধৰাধৰ বড়ো-গীত, তৃতীয়তে, কোঁচীয়া সুৰৰ বাতা গীত এটি। চতুৰ্থতে গালে ৰবীন্দ্ৰনাথৰ—

একদা তুমি, প্ৰিয়ে, আমারি এ তরুমূলে
বসেছ ফুলসাজে সে কথা যে গেছ ভুলে॥
সেথা যে বহে নদী নিরবধি
সে ভোলে নি,
তারি যে স্রোতে আঁকা বাকা বাকা
তব বেণী,
তোমারি পদ রেখা আছে লেখা
তারি কূলে।
আজি কি সবই ফাঁকি—
সে কথা কি গেছ ভুলে॥

গানটি শেষ হোৱাৰ লগে লগেই হাত চাপৰিৰ লগে লগে চাৰিওপিনে ধ্বনিত হৈ উঠিল: 'সুন্দৰ,' 'চমৎকাৰ', 'আবাৰ একটি।'

তাৰ পিচত মিৰি, মিকিৰ, গাৰো, নগা, মণিপুৰী, খাছী, মিজো আদি ভাষাৰ গীত চলিল। সেইবিলাক ভাষাৰ গীত চলি থাকোঁতে শ্ৰোতা-চমজদাৰসকলে যদিও তাৰা বুজি নাপালে, তথাপিও প্ৰত্যেকটিৰে সুৰৰ বিভিন্নতাত মুগ্ধ নহৈ নাথাকিল।

অসমৰ সুৰ-সাগৰৰ কণ্ঠত হিন্দী ভজন এটিও ধ্বনিত হ'ল বায়ুমণ্ডলত কঁপনি তুলি। তাৰ পিচত তেওঁ গালে এটি ইংৰাজী গীত।

তাৰ পিচত উৰিয়া, ভুটীয়া আৰু নেপালী ভাষাৰ এটি খুহটীয়া গীতেৰে তেওঁ গীতৰ সামৰণি মাৰিলে।

চাৰিওপিনে হাত-চাপৰি উঠিল। প্ৰশংসাসূচক শব্দৰ ঘেথ-জোখ নোহোৱা হ'ল।

হিমাংশু দত্তই বিষ্ণুপ্ৰসাদক সাৱট মাৰি ধৰিলে। দুয়োৰো চকুৰে আনন্দৰ চকুপানী বৈ গ'ল। দত্ত নিজেই এজন প্ৰসিদ্ধ সঙ্গীতজ্ঞ। তেওঁৰ আগতে বঙ্গত দিলীপকুমাৰ ৰায় মহাশয়ে ৰাগ-প্ৰধান সঙ্গীতৰ প্ৰচলনৰ যত্ন কৰিলেও, পিচলৈ এইজনা শিল্পীয়েহে আধুনিক গীত ৰাগ-প্ৰধান কৰি শ্ৰোতাৰ ৰুচিলৈ আনিছিল আৰু সময়ত সি বৰ জনপ্ৰিয় হৈ পৰিছিল।

ইতিমধ্যে চট্টগ্ৰাম অস্ত্ৰাগাৰ লুণ্ঠন মামলাৰ ৰায়ত বাৰজনৰ দ্বীপান্তৰ, দুজনৰ কাৰাদণ্ড, যোলজনক স্পেচিয়েল ট্ৰিবুনেলৰ দ্বাৰা মুক্তি দি পুনৰ বেঙ্গল-অৰ্ডিনেন্স অনুসাৰে গ্ৰেপ্তাৰ কৰি জাহাজত তুলি অজ্ঞাতস্থানলৈ লৈ যোৱা হ'ল। চট্টগ্ৰামৰ বাসিন্দাৰ ওপৰত আশী হেজাৰ টকাৰ পাইকাৰী জৰিমনাৰ ৰায় দিলে।

এই বিচাৰত বঙ্গ তথা ভাৰতীয় বিদ্ৰোহীসকল মুঠেই বিচলিত নহ'ল, বৰং এটি ৰাজনৈতিক সচেতনতাই লোক-সমাজক জগাইহে তুলিলে। বিদেশীৰ পদানত হৈ থাকিবলৈ কাৰো ইচ্ছা নাই।

ব্যস্ত কলিকতাত বেহা-বেপাৰৰ লগে লগে সাহিত্য-সৃষ্টি, সঙ্গীত সৃষ্টি, কলাৰ সাধনা, দেহৰ সাধনা চলিয়েই থাকে। ইয়াৰ মাজতে ওৱাই-এম-চি-এৰ এখনি বিচিত্ৰানুষ্ঠান বহিছিল। ইয়ালৈ অগ্নি-কবি নজৰুল ইছলামো নিমন্ত্ৰিত হৈছিল। তেতিয়া যুৱকসকলৰ মাজত ইছলাম চাহাব বৰ প্ৰিয়পাত্ৰ।

বঙ্গীয় লেখক পৰশুৰাম ৰচিত "বিৰিঞ্চি বাবা" গল্পটো নাটক কৰি তাত অভিনয় কৰা হ'ল। বিষ্ণুপ্ৰসাদৰ ভাগত পৰিল 'দাৰোৱান'ৰ ভাওটো। এই ভাওটো তেওঁ এনে কৃতকাৰ্য্যভাৱে অভিনয় কৰিলে যে দৰ্শকৰ বহুতৰ লগতেই চিনা-পৰিচয় হবলৈ তেওঁৰ সুযোগ ওলাল। কবি নজৰুলে তেওঁক 'দাৰোৱান ভাই' বুলি সম্বোধন কৰিবলৈ ললে আৰু দুয়োৰো ভিতৰত চিনা-পৰিচয় হৈ বন্ধুত্ব হ'ল।

তাব পিছবপৰাই অনেক গুণী লোকব লগত তেওঁব সৌহার্দ গঢ়ি উঠিল। হিমাংশু দত্তব লগত হোৱা তেওঁব বন্ধুৰেই বহুত কেইজন কলাকাব, সঙ্গীতজ্ঞ, কবি, সাহিত্যিকব সঙ্গলৈ তেওঁক কায চপাই নিলে। সেই সময়ব বাংলা-সঙ্গীতব নৱ-যুগ স্থাপনত সহায় কৰোঁতা অনিল বাগচি (মেইষ্ট্ৰী) আদিব লগতো সঙ্গীত-কলাব বিষয়ে আলোচনা কৰিবলৈ তেওঁ সুযোগ পালে।

এইজনা হিমাংশু দত্তই পার্বতীপ্রসাদ বৰুৱাব কোনো কোনো গীতত সুব দিছিল আৰু গীতিকাব কমলানন্দ ভট্টাচার্য্যব "নাও ল সিপাৰলৈ নাৱৰীয়া, বা ভতাতৈয়াকৈ" গীতটিতো সুব-সংযোজনা কৰিছিল। পিচত পার্বতীপ্রসাদ বৰুৱা বচিত আৰু পৰিচালিত 'ৰূপহী' কথাছবিব সঙ্গীত পৰিচালক হৈছিল। হিমাংশু দত্ত এজন চিত্রকৰো আছিল। আলেখ্যব ধাৰা আৰু সঙ্গীতব ধাৰা, এই দুই বিষয়ত বাভা-দত্তব দীঘলীয়া আলোচনা হৈছিল। সুন্দৰ চছমা পৰিধান কৰা দত্তব ভৱনী মুখখনত কলাকাৰব স্পষ্ট চিত্র এটি যেন ফুটি উঠিছিল। দুয়োৰো সঙ্গ-সুখে সোণতহে যেন সুৱগা চৰাইছিল। সঙ্গীত শাস্ত্ৰব গভীৰ অধ্যয়নত দুয়ো নিমগ্ন।

শুভ দিনবোৰ মানুহে কব নোৱাৰাকৈয়ে আহে। বাভাব জীৱনলৈও এনেকৈয়ে এটি শুভ লগন আহি উপস্থিত হ'ল।

ৰাছিয়াৰপৰা বিশ্ববিখ্যাত নর্তকী প্রাইমা বেলেৰিনা আনা পাভলোভা কলিকতালৈ আহিছিল। মহানগৰীত উখল-মাখল। বিষ্ণুপ্রসাদে বব আগ্রহ আৰু শ্রদ্ধাবে উক্ত শিল্পী গৰাকীব নৃত্য দর্শন কৰিবলৈ গ'ল। এটি নতুন তাল-লয়-ছন্দব মনোহৰ সুৰে তেওঁব অন্তৰাত্মা পৰশি গ'ল। মঞ্চত এজনী-দেৱীব আবির্ভাৱ হৈ পৰিল। সুব-বাদ্য-তাল-লয়ব ৰূপত এয়া শ্রীমতী আনা পাভলোভা দেৱী। বিষ্ণুপ্রসাদ যেন চমক্ খাই উঠিল।

এয়া ৰাজহংস (Swan) নৃত্য।

"ৰস-ভাৱযুক্ত শ্রীহস্ত, তাল-লয়-ছন্দবে ভৰা ৰূপসী; বসিকা,

বড়ুৱী, হাস্য-লাস্যময় যেন প্ৰাচীন যুগৰ নৃত্য পটীয়সী পদ্মিনী পাৰ্বতীহে।

বিষ্ণুপ্ৰসাদৰ হৃদয়ৰ তাঁৰ নাচৰ ছন্দে ছন্দে বাজি উঠিল। তেওঁৰ চকুপানীও ওলাল। নৃত্যৰ এনে জীৱন্ত ৰূপ, এনে শক্তিশালী প্ৰভাৱ তেওঁ আগতে উপলব্ধি কৰা নাছিল। তেওঁ স্তব্ধ হৈ গ'ল, কিন্তু সেই স্তব্ধতাই আনি দিলে তেওঁৰ এটি জীৱন-জাগৰণ, এটি নতুন মহাজীৱনৰ পাতনি।

নৃত্য শেষ হৈ গ'ল। বাইজ ঘৰাঘৰি ভাগিল। নানাজনে নানা কথা কলে। ভাৰতকেই মাথো নৃত্যৰ ৰাজ্য বুলি ভৰা ভুল ধাৰণা অনেকৰেই আঁতৰিল।

ৰাতি সপোনত বিষ্ণুপ্ৰসাদে সেই কলাৱতীৰ নৃত্যকেই যেন দেখিলে। সাৰ পালে পুৱতী নিশা।

"সোণৰে সপোন ভাগি<br>পুৱতি নিশা<br>সোণালী উষা—<br>তন্দ্ৰালস আঁখি মেলি<br>উঠে জাগি<br>উঠে জাগি॥"

মানৱ জাতিৰ নৃত্যৰ আঁতি-গুৰিৰ কথা তেওঁ চিন্তা কৰিবলৈ ধৰিলে; সভ্যতাৰ কোন শুভ-মুহূৰ্তত নৃত্যৰ সৃষ্টি হৈছিল, কেনেকৈ যুগ যুগ ধৰি নৃত্যই মানৱ মনৰ চৰম বিকাশৰ অভিব্যক্তিৰূপে প্ৰকাশ পাই আহিছে ইত্যাদি।

পিচদিনা এটি পৰিকল্পনা লৈ তেওঁ হোটেলৰ দেৱী গৰাকীৰ কাষ পালেগৈ। তেওঁৰ অভিলাষ—শিষ্য হোৱাৰ। প্ৰশ্ন—কেনেকৈ নৃত্য শিকিব পাৰি।

সুহাস্যবদনা নৃত্য-বিশাৰদা শিল্পী গৰাকীয়ে গহীন মিঠা স্বৰত কলে, "ভাৰতত নৃত্য শিক্ষা লাভ কৰা অতি সহজ। নৃত্যৰ সকলো

বস্তুৰেই ইয়াত আছে। ঠায়ে ঠায়ে সিঁচৰিত হৈ থকা শিলৰ মূৰ্ত্তিৰ ভঙ্গিমাকেই গতিশীল কৰি তালত পেলাই দিলেই ভাবব্যঞ্জক নৃত্য হব পাৰে।”

এনে চমু কথাৰেই বিৰাট গভীৰ বিষয় এটাৰ সমিধান পাই বিষ্ণুপ্ৰসাদ মুগ্ধ হৈ গ'ল। তেওঁৰ শিল্পী-মনৰ নতুন দিগন্তৰ সিংহদ্বাৰ যেন মুকলি হৈ পৰিল। তেওঁৰ মন-প্ৰাণ-দেহ নাচি উঠিল। নৃত্যাচাৰ্য্যৰ গহীন-গম্ভীৰ সুন্দৰ পুৰুষলৈ তেওঁ ৰূপান্তৰিত হ'ল। তাল, লয়, মান, গতি, ৰসেৰে তেওঁৰ অন্তৰ ভৰি পৰিল।

পাভলোভাক প্ৰণিপাত জনাই তেওঁ উভতিল। মুখে মুখেই গুণ-গুণাই ৰচনা কৰি গাই আহিল :

“বিশ্বৰে ছন্দে ছন্দে
মহানন্দে
আনন্দে নাচা।”

॥ সাত ॥

# জীৱনৰ মৌ-কোঁহ

মানৱ জীৱন ক্ষণস্থায়ী, কিন্তু সুন্দৰ। এই সুন্দৰৰ মৌ-কোঁহ হৈছে কলা—সুকুমাৰ কলা। জীৱনক কেন্দ্ৰ কৰি, বিৰাট মানৱক কেন্দ্ৰ কৰি, যুগক কেন্দ্ৰ কৰি কলাই গঢ় লয়। ইয়াৰ স্ৰষ্টা মানুহ জীৱন। এই কাৰণেই হেনো দেৱতাসকলেও এই মনুষ্য জীৱন লাভ কৰিবলৈ হাবিলাস কৰে। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে লিখিছে—

"দেৱৰো বাঞ্ছনি মনুষ্য তনু।
ইহাক বিফল নকৰা পুনু॥"

কাঁচৰ কাৰণে মাণিক বিকি আমি দেউলীয়া হওঁ, মানৱ জীৱনক ব্যৰ্থ কৰোঁ। ব্যৰ্থ হৈ অকলে মৃত্যুবৰণ কৰোঁ। এই মানৱক প্ৰাণদান কৰে সিদ্ধ শিল্পী পুৰুষসকলে।

বিষ্ণুপ্ৰসাদ ৰাভাই গোকুল পাঠক সম্পাদিত 'ৰূপান্তৰ' আলোচনীলৈ দিয়া এটি আশীষ বাণীত এনেদৰে লিখিছিল :

"ৰূপ-তন্ত্ৰৰ সাধনাই এজনক ৰূপ-তান্ত্ৰিক সিদ্ধপুৰুষ ৰূপে গঢ়ে। ৰূপতীৰ্থৰ যাত্ৰী ৰূপ-তন্ত্ৰ সাধনাৰ গৰাকী হ'ল। সেই ৰূপ-তান্ত্ৰিক সিদ্ধ-পুৰুষেই হ'ল প্ৰকৃত শিল্পী, ৰাজ্য বিজয়ী শিল্পী। প্ৰশান্ত মহাসাগৰৰ গভীৰ তলিৰ শামুকৰ গৰ্ভ ফালি মুকুতাৰ সৌন্দৰ্য্য সি উপভোগ কৰে, পৃথিবীৰ উচ্চতম শৃঙ্গ গৌৰীশঙ্কৰৰ ওপৰত আৰোহি সৌন্দৰ্য্য সি ভোগ কৰে, আৰু মহাকাশত উৰি মহাশূন্যৰ মহা সৌন্দৰ্য্য

সি দৰশন কৰে। কুমাৰে প্ৰতিমা গঢ়ে, কিন্তু সি তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে। প্ৰাণ প্ৰতিষ্ঠা কৰে কোনে? পুৰোহিতে।

ৰাজনৈতিক দলবোৰে এখন দেশ বা এটা জাতি গঢ়িব পাৰে, কিন্তু তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে। প্ৰাণ প্ৰতিষ্ঠা কৰে ৰূপ-তান্ত্ৰিক সিদ্ধপুৰুষ বাধা-বিজয়ী আত্মাৰ গৰাকী প্ৰকৃত শিল্পীয়েহে।

ৰাজনৈতিক দলবোৰে মনন্ত-সমাজৰ ৰূপান্তৰ ৰূপায়ণ কৰিব পাৰে, কিন্তু শিল্পীসকলেহে তাত প্ৰাণ প্ৰতিষ্ঠা কৰি সুন্দৰ কৰি তোলে।

বিষ্ণুপ্ৰসাদ ওলাল ৰূপ-তীৰ্থৰ মহাযাত্ৰী স্বৰূপে। পাভলোভা দেৱীৰ মৰ্মবাণীয়ে তেওঁৰ অন্তৰাত্মাত চিৰন্তন নেপুৰ ধ্বনি বজাই দিলে। প্ৰশান্ত মহাসাগৰৰ তলিৰ শামুকৰ গৰ্ভৰপৰা মুকুতা উলিয়াবলৈও তেওঁৰ মনে-প্ৰাণে হাবিলাস কৰি উঠিল।

মহানগৰীৰ যাদুঘৰত থকা আওপুৰণি মূৰ্তিবোৰ নিৰীক্ষণ কৰিলে। সঙ্গীতৰ মূল্যবান পুথি, আপুকগীয়া তুলাপাত, গীত-বাদ্য-নৃত্যৰ বিশিষ্ট ওস্তাদসকল তেওঁৰ সঙ্গী হৈ পৰিল। সংসাৰখন তেওঁ যেন পাহৰি গ'ল। সুখ, দুখ, কষ্ট, শ্ৰম সকলোকে নেওচি তেওঁ সঙ্গীতৰ সাধনাত লাগিল, নৃত্য চৰ্চাত দেহৰ অঙ্গ-প্ৰত্যঙ্গক উৎসৰ্গ কৰিলে। নৃত্যৰ হস্ত, মুদ্ৰা, মণ্ডল, কৰণ, দৃষ্টিভেদ, ভূমিচাৰী, আকাশচাৰী, ৰস-প্ৰকৰণ আদিত তেওঁ সিদ্ধহস্ত হৈ উঠিল। অৰ্গেন, বেহেলা, চেতাৰ, এচৰাজ, তবলা আদি বিভিন্ন বাদ্য-যন্ত্ৰত তেওঁ পৈণত হৈ পৰিল। ইয়াৰ বাহিৰেও, তেওঁৰ সৰল-সহজ-নিভাঁজ জীৱনে তেওঁৰ গুণমুগ্ধ-সকলৰ মাজত তেওঁ আসন লাভ কৰিলে 'শুকদেৱ' স্বৰূপে। সঙ্গীত-বৈঠকসমূহলৈ তেওঁ নিমন্ত্ৰিত হ'ল। এবাৰ এনে—এটি বৈঠকতেই তাহানিতেই দীনেন্দ্ৰ ঠাকুৰৰ কণ্ঠত শুনা ৰবি ঠাকুৰৰ গান এটি তেওঁ গাবলৈ ধৰিলে:

"আজি মৰ্মৰ ধ্বনি কেন জাগিল ৰে!
মম পল্লবে পল্লবে হিল্লোলে হিল্লোলে
থৰথৰ কম্পন লাগিল ৰে॥

কোন ভিখারী হায়রে এলো আমারি

এ অঙ্গনদ্বারে

বুঝি সব মন ধন মম মাগিল রে ॥

হৃদয় বুঝি তারে জানে,

কুসুম ফোটায় তারি গানে।

আজি মম অন্তর মাঝে সেই পথিকেরই

পদধ্বনি বাজে,

তাই চকিতে চকিতে ঘুম ভাঙিল রে ॥"

গানটো শেষ হোৱাৰ লগে লগেই তাত থকা সঙ্গীত-পিপাসু যুৱক এজনে "আশীৰ্বাদ কৰক গুৰুদেৱ" বুলি তেওঁৰ চৰণত পৰিল। তাকে দেখি আৰু কেইজনমানে তেওঁৰ চৰণ চুই সেৱা কৰিলে। তেওঁ হাঁহি হাঁহি ডেকাসকলক তুলি ধৰি চুমা খালে। সভাসদসকল নিমাত-নিতাল—যেন সৰগৰপৰা গন্ধৰ্বৰূপে কোনোবা দেৱদূত পৃথিবীলৈ নামি আহিছে পৃথিবীৰ প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ।

এনে সময়তে শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে ইংলণ্ড, ফ্ৰান্স, জাৰ্মানী আদি বিভিন্ন দেশত সঙ্গীত আৰু লগে লগে কথাছবি বিষয়ৰ শিক্ষা লৈ অসমলৈ ঘূৰি আহিছে। কলিকতাত বিষ্ণুপ্ৰসাদে খবৰ পালে যে কথাছবি শিল্পী ধীৰেণ গাঙ্গুলী কলিকতাৰপৰা আগৰৱালাৰপৰা নিমন্ত্ৰণ পাই গুৱাহাটীলৈ যাবলৈ ওলাইছে। আগৰৱালাদেৱৰ হেনো ইচ্ছা আছিল যে কোনো কলিকতীয়া কোম্পানীৰ দ্বাৰা তেওঁ "জয়মতী" ছবি উলিয়াব। বাভাদেৱে তেওঁৰ চাৰি-পাঁচ বছৰীয়া অভিজ্ঞতাৰ কথা জনাই আগৰৱালাদেৱলৈ চিঠি দি অনুৰোধ কৰিলে যে কলিকতাৰ কোম্পানীক নিদি সেই কাম তেওঁ নিজেই হাতত লব লাগে। বাভাৰ চিঠি পাই শিল্পীজনাই ভাবি-চিন্তি এই মহৎ কাৰ্য্য নিজৰ তত্ত্বাৱধান আৰু খৰচেৰে উলিয়াবলৈ স্থিৰ কৰিলে আৰু বাভাদেৱকো এই মহাযজ্ঞৰ হোতা হবলৈ আহ্বান জনালে। দুয়ো এক মন আৰু এক প্ৰাণ হৈ 'জয়মতী'ত লাগি গ'ল।

ইয়াৰ আগে আগে আগৰৱালাদেৱৰ নিজৰ চাহ-বাগিচা ভোলাগুৰিত পোন প্ৰথমতে 'চিত্ৰবন ষ্টুডিঅ' স্থাপন কৰে আৰু তাতেই ছবিৰ প্ৰাথমিক কাৰ্য্যবোৰ আৰম্ভ কৰে।

ইতিমধ্যে তেজপুৰ নগৰত অসম সাহিত্য সভাৰ অধিবেশনৰ লগতে এখনি সঙ্গীত-সন্মিলনৰ আয়োজন হ'ল। ৰাভাদেৱে মনে-প্ৰাণে সঙ্গীত অধিৱেশনৰ কৃতকাৰ্য্যতাৰ বাবে লাগি যায় আৰু অসমীয়া গীত-বাদ্য-নৃত্যক এটি নতুন ৰূপত সজাই তোলে। এই সঙ্গীত অধিৱেশনৰ প্ৰশংসাত তেতিয়াৰ অসমৰ বাতৰি কাকতবোৰ মুখৰ হৈ উঠে। বিষ্ণুপ্ৰসাদৰ কলাকাৰৰ সুন্দৰ ৰূপটো ৰাইজৰ চকুৰ আগত তিৰ্‌বিৰাই উঠিল, জিল্‌মিলাই উঠিল।

জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ তেজপুৰৰ নিজা ঘৰত সাহিত্য-সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী' নাটৰ চিত্ৰৰূপৰ বাবে তাৰবীয়াৰ যাহনি চলিছে। ঘৰৰ আগৰ বহল ছবিৰ দলিছাত মানুহে জনপূৰ্ণ।

ভিতৰৰ এটি কোঠাত বিষ্ণুপ্ৰসাদ বহিছে। এনেতে একনী ধুনীয়া পাট-গাভৰু আহি তেওঁৰ নিচেই কাষতে থিয় হ'ল।

"মোক আপুনি নাচ শিকাব লাগে।"

এনেতে জ্যোতিপ্ৰসাদো সোমাই আহিল।

"হেৰা মাকণ, এওঁ শিল্পী বিষ্ণু, তোমাক নাচ শিকাব, গানো শিকাব।"

"এওঁ ?" বিষ্ণুপ্ৰসাদে সুধিলে।

"এওঁ মাকণ, গোলাঘাটৰ। জয়মতীৰ ডালিমীৰ ভাওটো এওঁৰ বাবে বহা হৈছে। এতিয়া নাম দিছোঁ—স্বৰ্ণজ্যোতি—স্বৰ্ণজ্যোতি দত্ত।"

ৰাভাদেৱে দুয়োৰে চকুৰ পিনে থৰ লাগি চালে। সঁচাকৈয়ে জ্যোতিপ্ৰসাদে স্বৰ্ণৰ জ্যোতিকেই জয়মতী মহোৎসৱৰ বাবে তেওঁৰ যাদুকৰী শিল্পী-প্ৰতিভাৰে পৃথিৱীলৈ যেন নমাই আনিছে।...

আন এদিনৰ কথা।

"হেৰা বিষ্ণু, তুমি বড়ো-কছাৰী নাচ জানা নহয় ?"

"হয়।"

"বাক মোৰ আগত নাচি দেখুৱাচোন।"

বিষ্ণুপ্ৰসাদে নাচি দেখুৱালে।

"ঠিক আছে।"

"কি ঠিক আছে ককাইদেউ?"

"এই নাচ জয়মতীত দিম। কি নামত জানা?"

বিষ্ণুপ্ৰসাদে উত্তৰ দিবলৈ নৌ পাওঁতেই আগৰৱালাদেৱে কৈ উঠিল—"জাপি নাচ, বুজিছা?"

সিপিনৰপৰা স্বৰ্গজ্যোতি সোমাই আহিল। কিবাকিবি আলচ কৰাৰ পিচত আগৰৱালাদেৱে কলে, "বিষ্ণু, বড়ো-কছাৰী নাচটো নাচাচোন! মাকণ, তুমিও নাচা, মল্লো নাচোঁ।"

তিনিওৰে নাচ আৰম্ভ হ'ল। এই বড়ো-কছাৰী নাচকেই ৰূপৰ পূজাৰী জ্যোতিপ্ৰসাদে তেওঁৰ প্ৰতিভাৰ দ্বাৰা ন ৰূপ দি এটি মনোৰম নৃত্যৰ সৃষ্টি কৰিলে—যাৰ নাম হ'ল 'জাপি নাচ'।

ভাৰতৰ বোলছবি জগতত 'জয়মতী' চতুৰ্থ পদক্ষেপ। ইয়াৰ সমস্ত গীত-মাত-নাচ নিভাঁজ অসমীয়া। বিষ্ণুপ্ৰসাদৰ মতে: "জয়মতী বোলছবি জ্যোতিৰ প্ৰতিভাৰ পূৰ্ণ বিকাশ।"

এনে হেন শিল্পীৰ সঙ্গ-সুখত বিষ্ণুপ্ৰসাদে জোলোকা-জোলোকে পান কৰিলে জীৱনৰ মৌ-কোঁহ, কলাৰ জীৱন্ত বোৱতি সুঁতিত নাদুবিলে, সাঁতুৰিলে আৰু সপোন দেখিলে আজিৰপৰা অন্তলৈ "মন কোঁহৰ কোঁহ মেলি সাতো বৰণীয়া বহন।

## ।বোৱতি সুঁতি।

"তুমি বহাঁ, নাবাবা।" বুলি কৈ জ্যোতি ককাইদেউ ভিতৰ সোমাল।

মই অকলশৰীয়া,—ভাগো, গাথোঁ, ভাবোঁ, চিন্তো।... আকৌ কুহেলিকা! ধুঁৱলী-কুঁৱলী।...

কুহেলিকা জালে ; আঙুঠি খামুচি মন-কৌঁহক আঁকোৱালি ধৰে। কুহেলিকা ? হঁ—সপোনৰ কুহেলিকা। তাৰ জেলুজেলীয়া চাকোন।

মন-কৌঁহ চাক খায়। কেউপিনে জেংজেঙীয়া হেতাল, জেং-জেঙনি, ভীষণ জঞ্জাল শিতাল শিতাল। মন-কৌঁহ পোতা-খাল। কল্পনা-বেলিৰ কাৰাগাৰ। মুকুতি-বলিয়া দাপটি সুৰুৰ দলা-কলা, বিকৃত হৈ ছটফটায়।…

লাহী, পাতল, বাং-কৈয়া, জেলুজেলীয়া চাকোন কঁপে।…

বিধ বিধ ভাৱনা, বিচ বিচ বং-চঙীয়া জেউতি বেলিৰ হেঙুলি বুকুত তিৰ্‌বিৰায়, জল্‌মলায় ; মন-কৌঁহৰ কৌঁহ যেনি সাত বঙীয়া বহন চাবি ভুমুকি মাৰি জুমি জুমি চায় ; দোপত-দোপে খোপত-খোপে চৌ-হেঙাৰ ভেও দি ধুৰঁলী-কুঁৱলী কুহেলিকা কালি নানা ভবহৰ বেহ-ৰূপ লৈ বেড়ায়।…

কল্পনা আক সপোন। সপোনৰ সোণালী গৰ্ভত কল্পনা সুৰুপাৰ কোমল পৰশ।…

অঙ্ক-শাস্ত্ৰত কেবোণ লাগে। বিজ্ঞান হয় অজ্ঞান। দুয়ে দুয়ে এক হয়। জোৰ খায় কল্পনা আক সপোন। এক হয়।…

সৃজনোন্মুখী সহবাস। সৃজনানন্দ জাগে। সচ্চিদানন্দ পুৰুষ দিগম্বৰী ভেশত নাচে। কুণ্ডলী-চাকৰ তাপ পাই তপত হৈ নৱ সৃজনৰ কল্পনা উতলি উতলি জটা কেবাহীবপৰা উপচি উপচি পৰি জিৰ্‌জিৰকৈ বয়। কল্পনাই আল্পনা আঁকে।…

তিনি-কোণীয়া কাঁচৰ মাজেদি সোমনিৰ জিলিঙনিৰ তীখা কাঁড় ভেদি যোৱাৰ দৰে বং-বেৰঙৰ ছবি বিধ বিধ ৰূপ লৈ নয়নপটত বিৰিঙে। Prism Shot—একৰাং বহুতো ভঙ্গি।…

ছবি, চিত্ৰ, আলেখ্য, চিহ্ন-যাত্ৰাৰ দৰে শাৰী শাৰীকৈ নতুন আগেদি যুৰে। চলচ্চিত্ৰৰ আদিম ৰূপ বিকশে। আদিম যুগৰ আদিম ছবি জল্‌মলাই উঠে।

আদিম যুগৰ ভাষা।…

আদিম যুগ। আদিম উদ্যমে আভাস আৰু তাতেই পৰম্পৰা প্ৰাণ-মন-জোৰা উত্তৰ যুগ।...

...লাচকৰ ( Lascaux ) গুহা।...

কুৰি হেজাৰ বছৰীয়া মানুহৰ কেঁচুৱা কাল।..

সেই গুহাৰ গাত প্ৰাচীন চিত্ৰ জীৱন্ত, পশুৰ দল নাচে, চৰে, জপিয়ায়। শকতিৰ চিতৰ-পতি গতি পিঠকত কাৰ চাপি ধায়।... স্থিৰ ছবিৰ স্থিতিশীলতা শিথিল হয়,—শিকলি খোলে, গতিশীলতাৰ মুক্ততা গতি লৱে।...

যুগৰ বোমতি খুঁতিৰ কাহিনী কালৰ দৰে পুৰণি ;—অতুলো। ঠায়ে ঠায়ে প্ৰগতিৰ পটিয়েদি গতি আগুৱায়, মাজে মাজে জপিয়াই আগবাঢ়ে। খেলো কণত থমকি বৈ জেগেলা কৰে। অলেখ উদাহৰণ যুৰ দাতি উঠে কাপোৰত, বাঁহৰ চুঙাত, হাতী-গাহৰীৰ দাঁতত, শিলত, মূৰতিত।...

ভাবভঙ্গো, অসমতো, 'ললিত-ভুজঙ্গ' কৰণত নটৰাজ শিৱ—বাদশ শতিকাৰ মেৰপাকত গুজোৱা কামাইখা, হলেখৰ দেৱালয়ত মনহৰা নাচোন তোলা, প্ৰাণহৰা কাচোন তোলা গণবাজ গণেশ। আৰু যে কিমান! অলেখ উদাহৰণ, অকুৰন্ত পটন্তৰ।...

এইদৰে গতিৰ জীৱন্ত দৃশ্যই ৰূপ-তাত্ত্বিকসকলৰ মন আকুহি নিয়ে ; ৰূপ-তন্ত্ৰ-সিদ্ধ শিল্পীসকলৰ হতুৱাই ছবিত বিচিত্ৰ ৰূপ লৈ ওলায়। কেৱল ছবিয়েই নহয় ; ছায়া-ছবি, পুতলা নাচ, মানুহৰ আজ্ঞান মনৰ মন্ন গুণ। জ্ঞান-প্ৰজ্ঞানৰ খাপনাত খাটিলা-আসন পাতি বিজ্ঞানেও ঠাই লুৰি বহে।...

পোহৰৰ আঁতি-গুৰি কঢ়িয়াই তোৱা হয়, ক'ত কি ওলায়,— পোহৰৰ জনম, পোহৰৰ কৰম, পোহৰৰ ধৰম, পোহৰৰ গৱেষণা, পোহৰৰ নিৰ্দেশনা, পোহৰৰ শকতিৰ পৰিমাণ, আৰু যে কিমান!...

...কেমেৰা ওলাল, ফটো তোলা হয়।...মানৱৰ কেঁচুৱা কালৰ যেন্ চেল্‌চেলীয়া, খেল্‌খেলীয়া, উনৈশ শতিকাত শৈশৱ।...

বোৱতি ছবি Motion Picture তোলাৰো আলম চিন্তা হয়, ভৱাৰো। প্ৰাকপ্ৰস্তৰ যুগৰ দৈত্য হেন অতিকায় জন্তুবিলাকৰ মানৰ দৰে ভাবো যে কিবাৰ নাম। জোৱেট্ৰোপ্ (Zoetrope), ফেনাকিষ্টিকেপ্ (Phenakisticope), কোৰিউটোস্কোপ (Choveutostope), প্ৰেক্সিনোস্কোপ (Praxinoscope), জুগাইৰোস্কোপ (Zoogyroscope) নানা তৰহৰ নাম ; কৃষকৰ বহু নামৰ দৰে বিধ বিধ।

…বোৱতি ছবিৰ এনে কুমলীয়া চেৰাপলীয়া সময়।…খুৰুলী-কুৰুলী।…

গতিৰ বিৰুদ্ধে আদিম মানৱৰ অভিযান অৱশেষত বিজয়ত সাফল্য লভে। ১৮৮৯ চনেই গতিৰ বিৰুদ্ধে মানৱৰ অভিযানৰ বিজয়-স্তম্ভ।

উইলিয়াম ফ্ৰিছগ্ৰীনৰ (William Friese greenৰ গতি-বিজয়ৰ আনন্দতেই লাছকস (Lascux) গুহাৰপৰা পাতনি মেলা শিল্পীৰ অভিযানৰ অপূৰ্ব সাফল্য সাৰ্থকতা মিলে ; সেই চনৰে জান্নুৱাৰীৰ ঠেটুৱে লগা জাৰত খোজ কাঢ়ি যোৱা পুলিচ এজনৰ কেইখন অঙ্গুলৰ বোৱতি-ছবি, চলচ্চিত্ৰ, Motion Picture।

এডিছন আৰু অগাষ্টি লুমিয়েৰ এই দুই ঋষিৰ যাদুকৰী পৰশত বোৱতি-ছবি জখলাৰ কেইখোপ উঠে।…ৰৰগুজা এডিছনৰ মন্ত্ৰ-বলত কাইনেটোস্কোপ (Kinetoscope) ওলায়। তাৰ সৰু খিৰিকীৰে কেৱল এজনৰ ভাগ্যতহে যেই কোনো এটা দৃশ্যৰ দৰ্শন মিলে।…

আপোন-ভোলা শিল্পীয়ে তাৰ আৱিষ্কাৰৰ ভৱিষ্যৎ মূল্য বুজুৱে।…সাউদৰ মনত সন্দেহ ওপজে ; ধনকুবেৰহঁতৰ মন নাগুৰায়। লুমিয়েৰৰ নিজ আৱিষ্কাৰলৈ আওকাণ দেখি বনাটী-ফিল্মৰ আদিম উদ্ভেতা জৰ্জেছ মিলিয়েছৰ (Georges Melies) অশেষ চেষ্টা-প্ৰচেষ্টাতো মন কোঁচ খায়। সমস্ত যুগৰ পিচত ধনতান্ত্ৰিক শিল্প-বিপ্লৱত 'ধনকুবেৰহঁতৰ মন কিবা এটা নতুন সৃজন দেখিলে মুনাফাৰ লোভত লপলপায়, এনে যুগান্তকাৰী বিশ্ব-কৰমী স্ৰজন দেখিও সিহঁতৰ মন নাগুৰায়। কাৰণ, সন্দেহ।…

…আৰু, তাৰ্ লিউ, পল, চাৰ্লছ আৰ্বান আৰু চেচিল হেপ্‌ৱাৰ্থৰ পহিলা চেষ্টা দেখি বাইজৰ হেঁপাহ, কাউতি, উৎসাহ বাঢ়ে। আজিও ছবি যেনেকুৱাই নহওক লাগে, মানুহে তাক চিৰকলীয়াকৈ বিচাৰে। ৰূপ-তান্ত্রিক শিল্পীসকলৰ ৰূপতীৰ্থ-যাত্রা বিফলে নাযায়, বৰং তেওঁলোকে বাইজৰ দাবীত মৰম, চেনেহ, আদৰ আৰু সহানুভূতিহে লভে।…

ৰূপতীৰ্থ-যাত্রীসকলৰ সাধনা কঠোৰ নিষ্ঠাত বাঢ়ে।…

…অক্টোবৰ, ১৮৯৫ চন।…

বাৰ্লিন। উইণ্টাৰ-গাৰ্টেন। স্কলাডানোভস্কী ভাতৃদ্বয়ৰ পহিলা 'বায়োস্কোপ' প্রদর্শন।…আচম্বিত!

২৮ ডিচেম্বৰ, ১৮৯৫ চন।…

মৰতৰ অলকাপুৰী প্যাৰী।…

মন-মোহা বুলিভার্ড দঁা কেপিউচাইনে (Boulevard des Copucines)।…তাৰ ধুনীয়া সৰবৰহী গ্রাণ্ড কাফে (grand cafe)।

…এটি ফুল-কুমলীয়া কেঁচুৱা; পানীৰ খায়। চাওঁতাৰ মন আঁকুহি নিয়ে, অন্তৰত বাৎসল্য প্রেম জাগে।…

কাৰো চকুত পিৰ্‌কতি নাই; সকলোৱে আঁখ্ লাগি চায়।… ১৮৯৬ চন।…

মার্কিন শিল্পী মে আৰউইন আৰু জন্ চি'ৰাইচৰ চুম্বনৰ ছবি। শিহৰণত বোমাঞ্চ।…

…বিজুলী সঞ্চাৰে গোটেই পৃথিৱীত, এনে বাতৰি বিয়পে।…

…১৮৯৬ চন।…বিৰাট আয়োজন। বাইজৰ দাবীৰ হেতুকেহে নিউয়ৰ্কবাসীৰ চেষ্ট-পিটার্চবুর্গলৈ।…

লুমিয়েৰৰ দলৰ চিত্র-শিল্পী আৰু চিত্র-প্রদর্শনকাৰকৰ চলন-ফুৰণ ন-উলাহত, ন-উছাহত। মিহঁতে তোলা ছবিৰ আশাত তোৰাৰ হেঁপাহত সকলোৰে মন উৎপথপ।…

…১৮৯৮ চন। ৱেভছ এণ্ড স্প্রে ( Waves & Spray ) : পাবৰ শিলৰ ওপৰত ঢৌৰ আগৰ চৌবোৰৰ আছাৰনি।…

ব্ৰাইটনৰ জৰ্জ এলবাৰ্ট স্মিথৰ চিত্ৰাৰ্ঘ্য।…

…সেই চন।…চেচিল্ হেপৱাৰ্থৰ চিত্ৰ-ওলগ—এক্সপ্ৰেছ ট্ৰেইনছ। খুনীয়া ছাৰেত ( Surrey )ত তিনিটা তাঁপ-কেবেলুৱাৰ গতি নিলগৰপৰা অহা তিনিখন এক্সপ্ৰেছ ট্ৰেইন। ইঞ্জিনৰ উগাৰ-বগা ধোঁৱা।…

চালে শিহৰণ জাগে, উলাহত মন জকি উঠে। গতিৰ আনন্দ, চলাৰ উলাহ।…ঘোঁৰা-দৌৰ, ৰণ-যুঁজ, পৰিভ্ৰমণ, আৰু যে কিমান! চকু থৰ লাগে।…

…১৮৯৯ চন। জে, উইলিয়েমছনৰ গাৱঁলীয়া খেতিয়ক জীৱনৰ হুবহু ছবি। কৃষক-জীৱনৰ ৰূপোৱালী আবোৱানত প্ৰতিচ্ছবি, দাপোণত যেন কৃষকৰ নিজৰ মূৰতি।…

জীৱন্ত।…শিল্পীৰ তপস্যাৰ ধন ধন-কুবেৰইতে নি সচাত ভৰাই কাঠি ঘূৰাই বন্ধ কৰে। অমূল্য ধন্ ধনীৰ সচাত বন্ধ।…

"তুমিও থাবা ইয়াতে।" জ্যোতি ককাইদেউৰ মাত। উচপ খাই উঠো।…

…সপোন ভাগে, কল্পনা উৰে। দিঠকত থাকোঁ মই। জ্যোতি ককাইদেউ আৰু মই।…

অসমীয়া কৃষ্টি-সংস্কৃতিৰ মৌ-কোঁহ বুকুত লৈ 'জয়মতী' ১৯৩৫ চনৰ ১০ মাৰ্চত কলিকতাত আৰু ২০ মাৰ্চত গুৱাহাটীত ৰাইজৰ উছাহ-উলাহৰ মাজত প্ৰদৰ্শিত হ'ল।

---

"বোৱতি সুঁতি" নামৰ বিষ্ণু ৰাভাৰ এই প্ৰবন্ধটি দিলীপ শৰ্মা আৰু কেশৱ মহন্ত সম্পাদিত "প্ৰৱাহ" নামৰ মাহেকীয়া আলোচনীত প্ৰকাশিত হৈছিল। 'জয়মতী'ৰ সময়তে এজিনৰ স্মৃতিৰ ওপৰত তেওঁ প্ৰবন্ধটি লেখিছিল। ইয়াৰ প্ৰথম স্মৃতি "এপাহি কথা-কবিতা"ও বুলিব পাৰি।

।আঠ।

# সুন্দৰৰ ৰাজআলিয়েদি

সুন্দৰৰ আৰাধনা, সুন্দৰক নিজৰ জীৱনত প্ৰতিফলিত কৰা, সুন্দৰৰ ভবিষ্যতে মানৱ-জীৱন তথা মানৱ-সমাজক সুন্দৰ কৰি তোলা, শিল্পীসকলৰ চিৰকাম্য কৰ্তব্য। সুন্দৰেই শিল্প আৰু সত্য। সুন্দৰৰ অৰূপ ৰূপৰ সাধনা কৰি শিল্পীয়ে 'ঝঞ্ঝা বিজয়ী আত্মাৰ গৰাকী' হৈ সিদ্ধ-পুৰুষ হয়। এই সিদ্ধ-পুৰুষৰ য'তেই পৰশ পৰে, তাতেই প্ৰাণৰ সঞ্চাৰ হয়।

বৈৰাচাৰৰ বেদনাময় পীড়নৰ ফলত সমাজ-জীৱনৰ য'তেই কঁপনি উঠে, তাৰেই প্ৰতিধ্বনি আহি বাজি উঠে শিল্পীৰ মহামানসত। তেওঁ নতুন পৃথিৱীৰ সপোন দেখে, সুন্দৰ জীৱনৰ ৰূপ আৰু ৰসৰ বাবে শিল্পীৰ মানস-মন্দিৰৰ দুৱাৰ মুকলি হৈ পৰে। তেওঁ মহা-মানৱৰ অখণ্ড পৰিচয় আৰু মিলন প্ৰৱাহক বিকশিত কৰিবলৈ সুন্দৰৰ ৰাজ-আলিৰ যাত্ৰী হৈ পৰে।

বিষ্ণুপ্ৰসাদে এনে সুন্দৰৰ ৰাজ-আলিয়েদিয়েই জীৱনৰ কোনোবা এটি শুভ মুহূৰ্ত্তত যাত্ৰা আৰম্ভ কৰিছিল। তেওঁ হ'ল আপোনপাহৰা সুৰৰ সন্ধানত, ৰূপৰ সন্ধানত, ৰসৰ সন্ধানত।

তেওঁৰ ককায়েক নন্দলাল ৰাভা তেতিয়াও চাকৰিতেই পুলিচ বিষয়াৰ পদবীত। মৰমৰ ভায়েকৰ বাবে তেওঁৰ বৰ চিন্তা। এদিন

আবিলে, নেতৃত্বাকৰ বন্ধু কর্ণেল ডি, স্মিথ চাহাব এতিয়াও ঢাকাতেই। গতিকে তেওঁ ইয়াত থাকোঁতেই তাৰেকৰ এটি বাজ পদৰ ব্যৱস্থা নহলে পিচত হয়তো কঠিন হব। তেওঁ তাৰেকলৈ জৰুৰী চিঠি দি মাতি পঠিয়ালে। তাৰেক গ'ল। ককায়েকে তেওঁক সকলো কথা বুজাই দি স্মিথ চাহাবৰ ওচৰলৈ লৈ গ'ল। বিষ্ণুপ্রসাদৰ সুন্দৰ স্বাস্থ্য, হাঁহিভৰা মুখ আৰু সুন্দৰ ইংৰাজী উচ্চাৰণত চাহাব বৰ সন্তুষ্ট হ'ল।

তেতিয়া অসমৰ T. P. M. O মিঃ কালাখান চাহাব। তেওঁৰ মুখ্য কার্য্যালয় শিলঙত। তাতেই তেওঁ থাকে। স্মিথ চাহাবে তেওঁলৈ বিষ্ণুপ্রসাদৰ হাতত এখন চিঠি দিলে আৰু তাত স্পষ্টকৈ লিখিলে যে শ্রীমান বাভাক ডি-এছ-পিৰ পদ দিব লাগে। তেওঁ ককায়েকৰপৰা বিদায় লৈ ঢাকাৰপৰা ট্রেইনত আহি (১৯৩২ চন) বৰপেটা পালেহি। সেই সময়ত তেওঁৰ ভিনিহীয়েক ধাৰাৰাম মেচ বৰপেটাত চৰকাৰী ডাক্তৰ।

বৰপেটা তেতিয়া গায়নে-বায়নে উথল-মাথল। সত্ৰখনক কেন্দ্ৰ কৰি সত্ৰীয়া সঙ্গীতৰ মহা পয়োভৰ।

ইতিমধ্যে বাৰিষা আহি পৰিল। হস্পিটালৰ দক্ষিণ পিনে থকা খেল-পথাৰখন পানীৰে চপ্ চপীয়া হৈছে। ভিতৰৰ জান, খট্‌খটি, হাবিজান, কাটাহাটীৰ জান, ভকুতৰ কুৰ আদিত নৈৰ দৰেই সোঁত।

এদিন খুব পুৱাতেই হস্পিটালৰ এটি ওৱার্ডত শ্যাম বাগত কোনোবাই গাইছিল :

তেজৰে কমলাপতি পৰভাতে নিন্দ।
তেৰি চান্দ মুখ পেখো উঠৰে গোবিন্দ॥

বিষ্ণুপ্রসাদে থৰ লাগি গীতটো শুনিলে। শেষত কোনে গীতটো গাইছে চাবলৈ গৈ দেখিলে এজন ক্ষীণ ডেকা।

"আপুনি গাইছে নহয় ?"

"এ, হয় দিয়ক, সেই কোনো মতেহে।" বুঢ় খজুৱাই ডেকাজনে উত্তৰ দিয়ে।

"ইয়াত আপোনাৰ কোনোবা ৰোগী?"

"মোৰ একজন সম্পৰ্কীয় কাকা, তেওঁৰ অলপ অসুখ।"

"এতিয়া ভাল পাইছেনে?"

"প্ৰায় ভাল, বোধহয় আজিকালিৰ ভিতৰতে যাব পাৰ্‌বো।"

"ভাল, ভাল, আপুনি আৰু দুই-চাৰিটা ৰাগ-সম্বলিত গীত গাই শুনাব লাগিব দেই।" হাঁহি হাঁহি বিষ্ণুপ্ৰসাদে ক'লে।

"এঃ মইতো নাজানো, মোৰ পিতাইহে জানে। আমাৰ ঘৰোক গেলি আপ্‌নাক লৈ যাব পাৰো।"

"নিশ্চয় যাম।"

"আপোনাৰ পিতৃৰ নাম?"

"হৰমোহন ৰায়েন।"

"মোৰ নামটো বিষ্ণুপ্ৰসাদ ৰাভা। মেচ ডাক্তৰ মোৰ তিনিহীলেউ। পিছে নিজৰ নামটো?"

আকৌ সেই স্বাভাৱিক মিঠা হাঁহি এটি তেওঁৰ গোলাকাৰ মুখখনত ফুটি উঠে।

"মোৰ নামনো কি ক'ম? গিৰীশ ৰায়েন।"

"বৰ সুন্দৰ, বৰ পাটৰ বৰ ৰায়ন।"

পিচদিনাই ৰাভাই নিজেই গৈ হৰমোহন ৰায়নৰ ঘৰ ওলাল। টিনৰ ঘৰ হলেও বেৰৰ মাটি অ'ত-ত'ত খহি পৰিছে, মজিয়া আৰু পিৰালি কেঁচা মাটিৰ।

তেওঁক বাহিৰবৈ মজিয়াতেই পাৰি দিলে এখন বৰপীৰা। বুঢ়া ৰায়নেও তেওঁৰ কাষতেই পীৰা এখন পাৰি বহিল। ডেকা ৰায়ন গিৰীশ কাষতেই থিয় হৈ ৰ'ল। দুয়ো চিনা-পৰিচয় হ'ল, প্ৰথমতে বাহ্যিকভাৱে, তাৰ পিচত দুয়োৰে অন্তৰৰ পৰিচয় ঘটিল, প্ৰাণৰ সন্ধান প্ৰাণে পালে।...

কেলিগোপাল নাটৰ গীত এটি মনমোহন বায়নে গাবলৈ ধৰিলে নাট ৰাগত একতালীত :

ধ্রং ॥ আৰত গোবিন্দ গোপিনীক লিউ ।
সঙ্গে চলল গোপী কুলজ জীউ ॥

পদ ॥ শ্যাম মূৰতি পীত অম্বৰ বাসা ।
নয়ন পঙ্কজ জ্যোতি ঈষত হাসা ॥
অধৰ মধুৰ বেণু পঞ্চম গান ।
কৃষ্ণ কিঙ্কৰ এহু শঙ্কৰ ভান ॥

প্ৰথম চাৰি শাৰী নাট একতালীত চলে। পঞ্চম শাৰীত ভাঙি গোৱা হয়, ষষ্ঠ শাৰী ভাঙনি কৰি ঘাটা মাৰি "কৃষ্ণ কিঙ্কৰ এহু শঙ্কৰ ভাণ" বাৰে বাৰে গাই,জ্যোতিত পেলোৱা হয়।

গীতৰ শেষত তন্ময় হৈ পৰা বিষ্ণুপ্ৰসাদে কৈ উঠিল : "সুন্দৰ, সুন্দৰ শঙ্কৰৰ সুন্দৰ সৃষ্টি।"

"আমাৰ গায়েনে-বায়েনে হোতি জ্যোতি বাজে ভাঙি মাৰি দেইখ্‌বা পাৰ্‌লি, কি যে সুন্দৰ হৈ উঠে।" বুঢ়া বায়নে মনৰ তৃপ্তিত এটি টকালি মাৰি কৈ উঠে।

"হয়, সুন্দৰ, তবু সুন্দৰ, অতি সুন্দৰ।"
বায়ন যুগ্মই মূৰ হুপিয়ায়।

বিষ্ণুপ্ৰসাদ ৰাভাৰ হৃদয়-ৰাজ্যৰ সুন্দৰৰ আন এখনি সিংহ-দুৱাৰ যেন মেল খাই গ'ল।

তামোল দুখন মুখত ভৰালে গায়নৰ কথা মতেই। "বাপা, দুজনা গুৰুৰ নামত দুখন তামোল ল', তাৰাসয়ে কৃপা বৰষিবো।"

বিদায় লৈ ওলাই আহিল তেওঁ। তেতিয়া বাহিৰত জয়ামযা জোন ওলাইছে। সেই জোনৰ পোহৰখিনি শিল্পীজনাৰ এখনি অনুপম ছবি যেনহে লাগিল। ওৰে বাটে ভাবি আহিল। আহি আহি ভিনিহীয়েৰেকৰ চকাৰী বহা পালে। ভাগিনীয়েকহঁতৰ লগত গান-বাজনা কিছু কৰি ভাত-পানী খাই শুই থাকিল।

নিশাটিও যেন তেওঁ সেই সুন্দৰ শ্ৰীমন্ত শংকৰৰ সুন্দৰ সঙ্গীতৰ সুৰৰ লহৰত উটি-ভাহি ফুৰিলে। টোপনিও আহিল।···সপোন নে দিঠক···কোনোবা ৰবগায়নৰ কণ্ঠস্বৰ, সুৰৰ লহৰ, নৃত্যৰ লয়লাস, বাজনাৰ মাধুৰীমাময় শ্ৰুতিমধুৰ ধ্বনি, কমুক-ঝুমুক শব্দ, গহীন-গম্ভীৰ তাল-লয়।···

তেওঁ চমক্ খাই সাৰ পাই উঠিল। কোনোবা যেন সুহাস্য, সুন্দৰ, সুঠাম, সুপুৰুষ, ৰবনটুৱা, ৰববায়ন, ৰবগায়ন জনা চকুৰ পিৰকতিতেই অন্তৰ্ধান হৈ গৈছে তেওঁৰ হৃদয়-বীণৰ মুখ্য তাঁৰডালত এটি শিহৰণ দি। এক অনুপ্ৰেৰণাই তেওঁক অভিভূত কৰিলে ; গায়ন হৈ গাবলৈ, বায়ন হৈ বজাবলৈ, নটুৱা হৈ নাচিবলৈ, চিত্ৰকৰ হৈ আঁকিবলৈ তেওঁৰ হাবিলাস জাগি উঠিল। নিশা তেতিয়াও শেষ নৌ হয় এখোন। তেওঁৰ আক টোপনি নাহিল। বাকী সময়ছোৱা পাটিতেই ইবাগৰ-সিবাগৰ কৰিলে।

ৰাতি পুৱাল। বগা সুৰুযে নতুন দিনৰ উছাহ-উদ্দীপনাৰে জগতক দেখা দিলে।

শিল্পী বিষ্ণুপ্ৰসাদে সিদিনাৰ প্ৰভাতী সুৰুযক নতুন দৃষ্টিৰে চাবলৈ ধৰিলে।···

পিচদিনা দুপৰীয়া তেওঁৰ ভিনিহীয়েকে নন্দলাল বাভাবপৰা চিঠি পাই জানিব পাৰিলে যে বিষ্ণুৱে তুৰন্তে শিলঙলৈ গৈ কালাঘান চাহাবক দেখা কৰিব লাগে। কিন্তু তাকে নকৰি তেওঁ ইয়াত অনাহকতে গান-বাজনা কৰি কাল কটাইছে। ভিনিহীয়েকৰ পেটে পেটে খং উঠিল আৰু খুলশালীয়েকক তৎক্ষণাৎ শিলঙলৈ যাবলৈ আদেশ দিলে।

অনিচ্ছাসত্বেও বিষ্ণুপ্ৰসাদ শিলঙলৈ গ'ল। স্মিথ চাহাবৰ চিঠিখন দি কালাঘান চাহাবক দেখা কৰিলে। চিঠিত তেওঁক ডি-এচ-পি কৰাৰ কথাহে লিখিছিল। কিন্তু এইজনা চাহাবে কলে যে তেওঁক পুলিচ এছ-আইৰ পদত ভৰ্তি কৰাই তুৰন্তে ডি-এচ-পিলৈ নিয়া হব।

ইতিমধ্যে বাছনিব দিন ঠিক হৈ আছিল। এই বাছনি পৰীক্ষাত বিষ্ণুপ্ৰসাদে প্ৰথম স্থান লাভ কৰিলে। পিচত ডি-এছ-পিব পদ এৰিয়েই তেওঁৰ বাবে স্থিৰ হ'ল।

খিলঞ্জিয়াপৰা তেওঁ তেজপুৰলৈ গুচি গ'ল। তেওঁৰ মনত এটি খোৰোব-মোৰোব ভাব। সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰৰ পদানত হৈ তেওঁ কেনেকৈ তেওঁলোকৰ কৃপাপ্ৰাৰ্থী হৈ জীৱন অতিবাহিত কৰিব? তেওঁৰ স্বাধীন, উন্মুক্ত মনটোৱে সেই কাৰাগাৰৰ মাজত কেনেকৈ শান্তি পাব? শিল্পী-মনে কোনো ৰকমৰ শাসন-শোষণ সহ্য কৰিব নোৱাৰে।

সেই সময়তেই তেজপুৰৰ মহিলা সমিতিয়ে জয়মতী উৎসৱৰ আয়োজন কৰিছে। সমিতিৰ সভ্যসকলৰ অনুৰোধ অহাত তেওঁ গীত, নৃত্য আৰু দৃশ্যাভিনয়ৰ বাছনি কৰিলে। এই উৎসৱতেই তেওঁ ছোৱালীৰ দ্বাৰা প্ৰথম গীত-নৃত্য-দৃশ্যৰ অভিনয় কৰাই দৰ্শক-শ্ৰোতাৰ আগত সঙ্গীত-নাট্যৰ পৰিচালনাৰ কৌশল আৰু প্ৰতিভাৰ পৰিচয় দাঙি ধৰিলে। কলাকাৰ ৰাভাৰ প্ৰতি সকলোৱে অন্তৰেৰে শ্ৰদ্ধান্বিত হৈ পৰিল।

ইয়াৰ কেইদিনমানৰ পিচতেই তেওঁক দৰং জিলাৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্ট চাহাব মিঃ বাৰবিজে মাতি পঠিয়ালে। সেইমতেই তেওঁ পুলিচ চাহাবৰ লগত দেখা কৰিলে। পুলিচ বিষয়াজনে কলে যে তেওঁৰ বাবে ডি-এছ-পিব পদবী আগবঢ়োৱা হৈছে, কিন্তু এটি চলতি নিয়ম মানি তেওঁ কোনো ৰাজনৈতিক আন্দোলনত লিপ্ত নাই বুলি লিখিত বিবৃতি এটা দি গলেই সকলো কথাৰ সামৰণি পৰে।

মিঃ বাৰবিজৰ কথাবাৰ শুনি তেওঁ স্পষ্ট সুৰত কৈ উঠিল: "ক্ষমা কৰিব মিঃ বাৰবিজ! এটি সাধাৰণ চৰকাৰী চাকৰিৰ কাৰণে মই মোৰ বক্ত অৱনমিত আৰু কলুষিত কৰিব নোখোজোঁ।"

ৰাভাদেৱৰ তেনে উক্তিত পুলিচ বৰবিষয়া গৰাকী অলপো অসন্তুষ্ট নহৈ বৰং তেওঁৰ প্ৰতি শ্ৰদ্ধাশীল আৰু আকৰ্ষিত হৈ পৰিল। সেয়েই

তেওঁ দৰং-তেজপুৰত থকা কাল তোখৰত বাতাদেৱৰ লগত দেখাদেখি হলেই আগতেই অভিবাদন আগবঢ়াইছিল। তেওঁৰ হৃদয়ত থকা দেশপ্ৰেম আৰু আত্মবলৰ বাবে তেওঁ চৰকাৰী পদকো নেওচি কলাৰ সাধনাত ৰূপতীৰ্থৰ-যাত্ৰী হিচাপে জীৱন-যাত্ৰা আৰম্ভ কৰি দিলে।

ইয়াৰ পিচতেই তেওঁ পুনৰ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু তেখাৰ অভিন্ন হৃদয়ৰ শিষ্য-বান্ধৱ মাধৱৰ ক্ষেত্ৰ বৰপেটাৰ পাট-বাউসীলৈ গুচি আহিল। তেতিয়াও তেওঁৰ কাণত "আৰত গোবিন্দ গোপিনীক পিউ"ৰ নাট বাগটো বাজি আছিল: "শ্যাম মূকতি পীত অম্বৰ লাসা। নয়ন পঙ্কজ জ্যোতি ঈষত হাসা॥" সুন্দৰ মূৰুতিটো তেওঁৰ নয়নযুগলত ভাহি আছিল।

এইবেলি আহি লগ পালে দশাৱতাৰ নৃত্যৰ নিখুঁত শিল্পী পীতাম্বৰ ওজাক। এই নৃত্যৰ সকলো হস্ত, তাল, লয়, মান-মুদ্ৰা আদিৰ সৌন্দৰ্য্যত তেওঁ অভিভূত হৈ পৰে। বিবিধ আঙ্গিক অভিনয়ত তেওঁ বিস্ময় মানে।

> "মুখে গীত হাতে মুদ্ৰা পাৱে ধৰে তাল।
> গড়ুও সদৃশ ভ্ৰমে সেই ওজা ভাল॥"
> "আস্তেনালাম্বয়েদ্ গীত হস্তেনাৰ্থং প্ৰদৰ্শয়েৎ।
> চক্ষুভ্যাং দৰ্শয়েদ্ ভাৱং পাদাভ্যাং তালমাদিশেৎ॥"
>
> —নন্দিকেশ্বৰ: অভিনয়-দৰ্পণ।

ইয়াৰ পিচতেই তেওঁৰ বন্ধুত্ব গঢ়ি উঠে ধ্ৰুপদী সঙ্গীতৰ ওস্তাদ স্বৰ্গেশ্বৰ দাসৰ লগত। অসংখ্য সঙ্গীত বৈঠকত দুয়ো হেঁপাহ পলুৱাই গান গাইছিল আৰু পৰম্পৰে পৰম্পৰৰপৰা শিক্ষা লাভ কৰিছিল। দাস ওস্তাদ বঙলা গানবহে বিশেষ সেৱক আছিল যদিও হিন্দী সঙ্গীততো তেওঁৰ ব্যুৎপত্তি অনস্বীকাৰ্য্য। অসমীয়া আধুনিক গীতৰ নতুন দৃষ্টিভঙ্গী ওস্তাদে বাভাদেৱৰপৰাহে পাইছিল। তেতিয়ালৈ তেওঁ ভাবিব পৰা নাছিল যে আধুনিক অসমীয়া ভাষাত বাদ্য-সম্বলিত গীত থাকিব পাৰে।

তেওঁ আকৌ লগ পালে সুখ্যাত তবলাবাদক আৰু মাঠ-জ্যোতিৰ বিশেষজ্ঞ দীনবন্ধু দাস (হুহু সূত্ৰধাৰ)ক। এওঁ বৰপেটা সত্ৰৰ সূত্ৰধাৰ বংশৰ এজন পাৰ্গত বায়ন। এওঁৰ পিতৃ বিক্ৰিৰাম পাঠকো সত্ৰীয়া সঙ্গীতৰ বিশেষ ওজা আছিল।

শিল্পী বিষ্ণুপ্ৰসাদে আকৌ লগ পালে ৰমাৰাম বায়ন, বলৰাম বায়ন আৰু শ্ৰীদয়াল চন্দ্ৰ সূত্ৰধাৰক। ঘোষাকীৰ্তনৰ ওজা শ্ৰীৰাম কমাৰৰ লগত তেওঁ আলোচনা কৰিছিল ঘোষা-কীৰ্তনৰ ৰাগ, নাচ, চলনা, হস্ত আদিৰ বিভিন্ন কথা।

বৰপেটাৰ আশে-পাশে থকা গণককুছি, পাটবাউসী, কুমাৰকুছি, বাৰাদি, সুন্দৰীদিয়া, জনীয়া আদি বিভিন্ন থান-সত্ৰলৈ গৈ ক'ত কি সঙ্গীত-সম্পদ, চিত্ৰ, ভাস্কৰ্য্য আছে তাৰ অনুসন্ধানত তেওঁ লাগি গ'ল। তেওঁৰ অন্তৰৰ নিভৃতত সত্ৰৰ মণিকূটত শ্ৰীমন্ত শঙ্কৰ যেন প্ৰতিভাত হৈ উঠিল। এদিন এটি শুভ লগনত তেওঁ হাতত তুলিকা ললে। মাধৱদেৱে বৰ্ণোৱা গুৰু সুন্দৰ-কলাকাৰ শ্ৰীমন্ত শঙ্কৰৰ ৰূপ-গুণ বৰ্ণাই লিখা ভটিমাটো তেওঁ সোঁৱৰণ কৰিলে। তেওঁৰ অমৰ তুলিকাত ৰেখাৰ পিচত ৰেখা উজ্বলি উঠিল। বাউসী পৰগণাৰ মুখ্য পাটৰ নামঘৰ-মণিকূটে ৰূপ ললে। তাৰেই কাষৰ, বৃক্ষৰ তলত শ্ৰীমন্ত শঙ্কৰদেৱৰ নৱ-তনুৰূপ বত্ৰিশ লক্ষণেৰে জীৱন্ত হ'ল। কালজয়ী শিল্পীৰ ওঁঠত হাঁহি বিৰিঙিল। চিত্ৰখন বাৰে বাৰে দৰশন কৰি ভটিমাটিৰ তুই পদ তলত দি চিত্ৰ সমাপন কৰিলে। মহা আনন্দত শিল্পীৰ অন্তৰ ভৰি পৰিল। চিত্ৰখনি তেওঁ মূৰত তুলি লৈ নৃত্যৰ ভঙ্গিমাৰে থিয় হ'ল। পিচত বুকুৰ মাজত লৈ তৃপ্তি অনুভৱ কৰিলে। তাৰ পিচত মেজত আঁওজাই থৈ আগবঢ়ালে এটি ভকতিৰ সেৱা। শিল্পীৰ সাধনা ধন্য হ'ল।

। অ।

## আহে সভাসদ লোক

সৃষ্টিৰ আদি কালতেই হেনো কলাৰ উৎপত্তি হ'ল। সেই পৌৰাণিক কাহিনীবিলাক বৰ সুন্দৰ; কাৰণ বিচাৰিব জানিলে তাৰ মাজতেই সত্য আৱিষ্কাৰৰ সূত্ৰ এডালি বিচাৰি পোৱা যায়।

আদি মানৱ ব্ৰহ্মা। তেওঁ অকলে থাকিব নোৱাৰি মানুহৰ সৃষ্টি কৰিলে, কিন্তু সেই জ্ঞানীসকলৰ মাজতো তেওঁ পূৰ্ণ আনন্দৰ অভাৱ অনুভৱ কৰিলে। তেওঁ সৃষ্টি কৰিলে দিপ্‌লিপ এজনী তেজে ফুটো ফুটো কৰা সুন্দৰী নাৰী। নাম সন্ধ্যা। সেই অপূৰ্ব ৰূপৱতী সন্ধ্যাৰ সৃষ্টি কৰিও তেওঁ সৃষ্টিৰ তৃপ্তি নোপোৱা যেন লাগিল। তাৰ পিচতেই তেওঁৰ মানসৰপৰা কামদেৱৰ সৃষ্টি হৈ পৰিল—সৌন্দৰ্য্যৰ যেন এটি আঁকৰ। কামদেৱৰ নিখুঁত সুন্দৰ শৰীৰতে আছিল এক কৰ্মশক্তি—সৃষ্টিৰ স্পন্দন। লগে লগে উপজিল পঞ্চশৰস্বৰূপ পঞ্চ আবেগ। ব্ৰহ্মাৰ অন্তৰত উঠিল মদনৰ বা-মাৰলি। কুমাৰী সন্ধ্যাৰো ৰতি-ৰসত শৰীৰৰপৰা ঘাম ৱৰলৈ ধৰিলে আৰু এই সুবাসিত ঘামৰপৰাই হেনো উৎপত্তি হ'ল চৌষষ্ঠি কলাৰ।

কবি-শিল্পী বিষ্ণুপ্ৰসাদৰ মতে প্ৰাগজ্যোতিষৰ ক্ষমতাশালী নৃপতি নৰকাসুৰে বন্দী কৰি ৰখা ষোল হেজাৰ নাৰী একোজনী কলা-কন্যাহে আৰু সেই ষোল হেজাৰ কলা-কন্যাই ষোল হেজাৰ ৰাগিণীৰ স্ৰষ্টা। গতিকে ষোল হেজাৰ ৰাগিণীৰ গোন-প্ৰথমতেই কামৰূপ-অসমতেই উৎপত্তি হৈছিল।

লেৱেহে ৰাগ-সুৰ-গীত-মালিতাৰ গৰাকী সাধক পুৰুষ বিষ্ণু ৰাভাই উপজিয়েই যেন আয়ত্ত কৰিব পাৰিছিল। তাতে আকৌ যেতিয়াই তেওঁ ওস্তাদ গায়কক লগ পায় তেতিয়াই তেওঁৰ সেই গন্ধৰ্ব-বিজ্ঞানৰ স্ফুৰণ হয়। তেওঁ গীতিকাৰ হৈ যায় আক গায়ন হৈ উঠে।

এদিন হেনো লেহিৰ এক পুৰুষে মনৰ আনন্দত নৈৰ পাৰত বহি মেঘমল্লাৰ ৰাগ টানিলে; কিন্তু ৰাগ টানি ওপৰলৈ নিলে, তেওঁৰ কণ্ঠস্বৰ ৰোধ হওঁ হওঁ হৈ পৰিল, নমাব নোৱাৰে। এনেতে এগৰাকী তিৰোতা নৈলৈ গৈছিল খৰাহি এটাত চাউল লৈ ধুবলৈ। তাই শুনিলে আক অলপ আঁতৰতে মানুহজনক দেখিলে। সেই গায়কজনৰ কণ্ঠস্বৰ ৰোধ হলেই মৃত্যু ঘটিব বুলি তাই জানিছিল। সেয়ে তাই চাউলৰ খৰাহিটো থৈ নৈৰ পৰাৰ ওপৰত আসন কৰি বহিল আক আ-আ-না-না-ঋ-ঋ কৈ ৰাগটো ধৰি নমাই আনিলে। লাহে লাহে ওপৰলৈ উঠি যোৱা মেঘবোৰৰ এটি গতি আৰম্ভ হ'ল আক চাই থাকোঁতেই ছিৰ্-ছিৰকৈ বৰষুণ পৰিবলৈ ধৰিলে।

মুৰত চেঁচা পানী পৰাত মানুহজনৰ যেন জীৱ আহিল। তেওঁ উঠিল আক সেই নাৰীৰ আগত নিজৰ বশ্যতা স্বীকাৰ কৰি খোজ ললে। তিৰোতা গৰাকীও চাউলকেইটা ধুই লৈ ঘৰমুৱা হ'ল। তাইৰ অন্তৰত বৈ গ'ল প্ৰীতি-স্মৃতিৰ এটি মচিব নোৱৰা চিহ্ন। বৰপেটাৰপৰা ছয়-সাত মাইল দক্ষিণ-পশ্চিমতেই আছিল ডাক-পুৰুষৰ এই লেহি-ডঙৰা গাওঁ। এই লেহি-ডঙৰা গাৱঁতেই অষ্টম শতিকাত ডাক-পুৰুষৰ জন্ম হৈছিল। এইজনা ডাকৰ বচনেই আদিম অসমীয়া ভাষাৰ নমুনা। অৱশ্যে মানুহৰ মুখত সেই বচনবোৰ বাগৰি আহোঁতে যুগৰ চেকা পৰি পুৰণি ৰূপ বহুতখিনি হেৰাই গৈছে। এই লেহি-ডঙৰা অঞ্চলটোৱেই তেতিয়া সঙ্গীতত এটি শ্ৰেষ্ঠ স্থান লাভ কৰি আছিল আক সঙ্গীতৰ সেই প্ৰৱাহ জন-জীৱনলৈ বিস্তৃতি ঘটি আহিল। এই জন-জীৱনেই সমাজ-জীৱন। এই সমাজ-জীৱনতেই সংস্কৃতিৰ নৱ-জন্ম হয়। এই নৱ-জন্মৰ লগতেই শিল্পীৰ দীৰ্ঘ দিনৰ সাধনা আক

অনুশীলনৰ সৃজনী প্ৰতিভাই জন-সমাজৰ লগত যোগসূত্ৰ আৰু প্ৰাণৰ সম্বন্ধ স্থাপন কৰি বিকাশৰ পথলৈ আগবাঢ়ে। সমাজক শোষণ, শাসন, উৎপীড়নৰপৰা মুকলি কৰি পূৰ্ণ বিকাশ ঘটায় আৰু গণ-বিপ্লৱৰ জীৱন-দৰ্শন প্ৰতিষ্ঠিত কৰি মহানিনাদ কৰি কৰলৈ প্ৰয়াস কৰে : আছে সামাজিক লোক…।

জীৱন-শিল্পী বিষ্ণুপ্ৰসাদেও যেতিয়া এনেদৰেই সমাজক আহ্বান দিলে, জন-জীৱনৰ আঁহে-আঁহে, পাহে-পাহে তেওঁ সোমাবলৈ ধৰিলে, সমাজৰ দুখ-দৈন্য আৰু সৌন্দৰ্য্য উপলব্ধি কৰি আহিবলৈ ধৰিলে, তেনে সময়তেই কালৰ ক্ৰিয়া স্বৰূপেই তেওঁক টানি নিবলৈ আগবাঢ়ি আহিল তেওঁৰ আত্মীয়-স্বজনৰ চৰকাৰী পদবীৰ মোহ আৰু অন্ধতাই।

ঢাকাৰপৰা ককায়েক নন্দলালে চিঠি দিলে ভিনিহীয়েক ডাক্তৰ মেচদেৱলৈ যে বিষ্ণুক সোনকালে পঠিয়াই দিব লাগে—চৰকাৰী কামত যোগ দিবলৈ। ভিনিহীয়েকৰ খং উঠিল। শিল্পীজনাই দেখুৱালে শ্ৰীমন্ত শঙ্কৰদেৱৰ ছবিখন। ছবিখন কলিকতাত ছপাই আনিব পাৰিলে চৰকাৰী পদতকৈও তেওঁ বেছি ধন পাব।

ৰবপেটা সত্ৰৰ তেতিয়া বুঢ়াসত্ৰীয়া ৺শ্ৰীচতুৰ্ভুজদেৱ মিশ্ৰদেৱক শ্ৰীমন্ত গুৰুৰ ছবিখনি দেখুৱা হ'ল। মিশ্ৰবাপে সেই অনুপম চিত্ৰখন দেখি বিস্ময় মানিলে। তেওঁৰ ভটিমা ছুঁৱাকি তেওঁ সুৰ লগাই পঢ়ি গ'ল :

জয় গুৰু শঙ্কৰ সৰ্ব গুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণক ৰেণু শতকোটি
বাৰেক কৰোহোঁ প্ৰণাম॥
দৰশিত সুন্দৰ গৌৰ কলেৱৰ
বৈচন সুৰ পৰকাশ॥
সকল সভাসদ বচন যাকেৰি
দৰশনে পাপ বিনাশ॥

পাজেৰেদিৰ ৺বলোৰাম পাঠক নামৰ ভক্ত এজনো তেলেটি সময়তেই আহি ওলাল। তেওঁ চিত্ৰখনিলৈ প্ৰণিপাত জনাই কৈ উঠিল —“মহাপুৰুষ মাধৱদেৱে গুৰু-ভটিমাত বৰ্ণনা কৰা সমস্ত ৰূপ-গুণ যেন ইয়াত চৰ্মচক্ষুৰ দৃষ্টিগোচৰ হৈ পৰিছে। চিত্ৰকৰৰ শক্তি অদ্ভুত।”

ছয়োজনৰে উৎসাহ আৰু উদ্দীপনাত বিষ্ণুপ্ৰসাদে কলিকতালৈ গৈ অলপ দিনৰ ভিতৰতে চিত্ৰখনি তিনিটি ৰঙত ছপা কৰি লৈ আহিল। পোন-প্ৰথমতে বৰপেটাতেই সেইখন বাইজৰ আগত উলিয়াই দিয়া হ'ল। বাইজৰ মাজতেই নহয়, ভকতবৃন্দৰ মাজতো এটি উলাহ-উদ্দীপনা আৰু আনন্দই দেখা দিলে। বৰপেটীয়া বাইজৰ মাজত এই চিত্ৰই সেৱাৰ-বস্তুৰূপে আদৰ লাভ কৰিলে আৰু অনেকেই নিজ নিজ ঘৰৰ প্ৰধান কোঠাবোৰৰ দুৱাৰমুখৰ ওপৰত তাক আঁৰি থলে, যাতে দিনে-নিশাই সেই চিত্ৰৰ ভলেদি অহা-যোৱা কৰাৰ সৌভাগ্য হয়।

তেতিয়াৰ সাতদিনীয়া বাতৰিকাকত ‘অসমীয়া’ত ৺শ্ৰীমিশ্ৰ বুঢ়াসত্ৰীয়াৰাপে সেই চিত্ৰৰ প্ৰশংসা কৰি এক বিবৃতি দিয়ে। বৰপেটাৰ বাহিৰত দুই-একে যদিও বিৰূপ সমালোচনা কৰা বুলি শুনা গৈছিল, তথাপিও বৰপেটা থানৰ শ্ৰদ্ধাস্পদ বুঢ়াসত্ৰীয়াৰ বাক্যৰ প্ৰতিবাদ কৰিবলৈ কোনো লোকে আগবাঢ়ি আহিবলৈ সাহ নকৰিলে।

এই চিত্ৰ প্ৰকাশ হোৱাৰ প্ৰায় পঁচিশ-ত্ৰিশ বছৰৰ পিচত কোনো কোনো লোকে মত প্ৰকাশ কৰিলে যে শ্ৰীশঙ্কৰদেৱৰ এখনি উচ্চমানবিশিষ্ট চিত্ৰ উলিয়াব লাগে। সেই বিষয়ে বাতৰিকাকত-সমূহত নানা মত প্ৰকাশ হৈছিল। দুই-একে ভাৰতীয় আন আন ধৰ্মপ্ৰচাৰকৰ ডাক-টিকট উলিওৱাৰ দৰে শঙ্কৰদেৱৰো ডাক-টিকট উলিয়াব লাগে বুলি দাবী কৰিলে। ভকত শ্ৰেণীৰ অনেক লোকেই এই কথাটো শুনি বৰ বিষম পালে আৰু কোনো কোনো ঠাইত মহাপুৰুষজনাৰ নামত এনে লঘু কাৰ্য্য কৰিব নালাগে বুলি মত প্ৰকাশ

কৰিলে। সেই সময়তেই এবাৰ বিষ্ণুপ্ৰসাদক লগ পাই এই বিষয়ে কথা উলিওৱাত তেওঁ মত প্ৰকাশ কৰি কলে যে মহাপুৰুষজনাৰ কোনো হৈওাৰ্ড চিত্ৰ হব নোৱাৰে। তেবাব সৰ্বগুণাকৰ বিৰাট ব্যক্তিত্বৰ ওপৰত সহস্ৰ চিত্ৰকৰে সহস্ৰ চিত্ৰ আঁকিব পাৰে। শ্ৰীকৃষ্ণৰ কোনো হৈওাৰ্ড চিত্ৰ নোহোৱাৰ দৰে, তেবাবো নাই। মই ট্ৰাইবেল শ্ৰীমন্ত শঙ্কৰদেৱৰ চিত্ৰ এখন আঁকিম। শিশু শঙ্কৰে খজাৰ কাষত উঠি ফুৰা কালত নিশ্চয় সুযোগ পালেই খজাই তেওঁক বটদ্ৰৱাৰ ওচৰতে থকা কছাৰী গাওঁলৈ লৈ গৈছিল। তেনেকৈ লৈ যাওঁতে কোনো সময়ত শিশু শঙ্কৰৰ কছাৰী গীতৰ সুৰ কাণত পৰিছিল। সেয়েহে বৰগীত ভাটিয়ালীত কছাৰী গীতৰ সুৰ প্ৰতিধ্বনিত হয়। গতিকে সেইবিলাকৰেই কল্পনাত আঁকিব লাগিব সুন্দৰ শঙ্কৰৰ চিত্ৰ।

আক দুই-চাৰি চিত্ৰকৰে শ্ৰীমন্ত শঙ্কৰদেৱৰ কাল্পনিক চিত্ৰ আঁকিছে যদিও, শিল্পী বাভাদেৱৰ চিত্ৰই যুক্তিযুক্তভাৱেই শ্ৰেষ্ঠ স্থান লাভ কৰি আছে।

ইয়াৰ কিছুদিন পিচতেই বৰপেটাৰ সঙ্গীত বিশাৰদ শ্ৰীখগেন্দ্ৰ নাথ দাসৰ পিতৃ ফটোগ্ৰাফাৰ গোলক চন্দ্ৰ দাসে শ্ৰীশঙ্কৰদেৱৰ এখনি ছবি উলিয়াইছিল। কোনোবা এখন সাঁচিপাতৰ পুথিৰপৰা হেনো তেওঁ সেইখন উদ্ধাৰ কৰি পিচত ছপাই উলিয়াইছিল। কোনো কোনোৱে কৈছিল যে বুঢ়ী এজনীৰ ঘৰত থকা এখন সাঁচিপতীয়া 'দশমত' পুথি নকল কৰোঁতা কোনো অজ্ঞাত লোকে পুথিৰ আৰম্ভনিতেই এখিলা পাতত বেখাৰে এখনি ছবি আঁকি তলত 'শ্ৰীশ্ৰীশঙ্কৰদেৱ মহাপুৰুষ বস্তু' বুলি লিখি থৈছিল। বুঢ়ীৰ ঘৰত থকা সেই দশমখনেকেই বুঢ়ী-দশম বুলি কৈছিল। ফটোগ্ৰাফাৰে কোন সাঁচিপাতৰ পুথিৰপৰা সেই ছবিখন লৈছিল একো জনা নাযায় আক পিচত তেওঁ সেই পুথিখন ক'ত এৰিলে তাকো কোনেও কব নোৱাৰে।

নৰনাৰায়ণ বজাই শ্ৰীমন্ত শঙ্কৰদেৱৰ শ্ৰীমুখৰপৰা কৃষ্ণ কথা শুনি শুনি এবাৰ তেওঁ সোণৰ কৃষ্ণ মূৰ্তি এটি সাজিবলৈ খনিকৰক হুকুম

দিলে। তেতিয়া সেই খনিকবজনে শ্ৰীমন্ত শঙ্কবদেৱৰ মুখ-মণ্ডলৰ আৰ্হিকে লৈ সেই কৃষ্ণ মূৰ্তি গঢ়ে। অতি মনোৰম হোৱাৰ বাবেই সেই কৃষ্ণ মূৰ্তিৰ নাম ৰখা হৈছিল—মদনমোহন। কোচবেহাৰৰ মদনমোহন মন্দিৰত এতিয়াও সেই মূৰ্তিয়ে নৰনাৰায়ণ-চিলাৰায়ৰ গৌৰৱ ঘোষণা কৰি আছে আৰু লগতে অসম-কামৰূপ আৰু কোচবেহাৰৰ ঐতিহ্য বহন কৰিছে।

বিষ্ণুপ্ৰসাদ ৰাভাৰ অঙ্কিত চিত্ৰই দশোদিশে সমাদৰ লাভ কৰিলে। স্থিনিহীয়েক ডাঃ ধাৰাৰাম মেচ ভাণ্ডৰীয়াই তেওঁক ৰাজ-পদ লৰলৈ যোৱাৰ কথা আৰু নোকোৱা হ'ল। তেওঁ বুজি পালে যে তেওঁৰ খুলশালীয়েক এলাপেচা যুৱক নহয়, চৰকাৰী চাকৰিৰ পদ-মৰ্য্যাদা-তকৈও তেওঁৰ স্থান আৰু বহুত উচ্চ। তেওঁৰ দূৰদৃষ্টিত বিষ্ণুপ্ৰসাদ এজন সমুজ্জ্বল লোক হৈ উঠিল, ৰাজ-সিংহাসনৰ ঠাইত তেওঁ ৰাইজ-সিংহাসন পালে। তেওঁৰ সুন্দৰ নামটি ৰজন-জনাই গ'ল।

এদিন বিয়লি পৰত। গিৰীশ্চন্দ্ৰ বায়নে তেওঁক বিচাৰি গৈছে। কোঠাটোৰ দুৱাৰ-খিৰিকী মেলা আছিল। তেওঁ দেখিলে যে চিত্ৰকৰ ৰাভাই এটি চিত্ৰ অঁকাত নিমগ্ন। সমুখত বহি আছে এটি বিশেষ ভঙ্গিত মাটিৰ কলহ এটা লৈ এজনী ন-দহ বছৰীয়া ছোৱালী। বায়নে দেখিয়েই বুজি পালে তেওঁৰ ভাগিনীয়েক বুলি। বায়ন মনে মনে বৈ থাকিল। চিত্ৰৰ ৰেখাবোৰৰ খেল শেষ হ'ল, শিল্পীৰ মুখত এটি তৃপ্তিৰ হাঁহি বিবিঙি উঠিল। ভাগিনীয়েকক মৰম কৰি তেওঁ যাবলৈ দিলে।

"অ' আহক, আহক।"

"চাই আছোঁ দিয়ক, কেনেকৈনো ছবি আঁকে।"

বায়নক ছবিখন দেখুৱালে। সঁচাকৈয়ে ছোৱালীজনী যেন তাত জীৱন্ত হৈ উঠিছে। বায়ন স্তম্ভিত হ'ল।

দুয়োৰো আলচ চলিল খোল আৰু তবলাৰ বাজনৰ বিষয়ে।

এইদৰেই তেওঁ আৰু লগ পালে অনেকক, অনেক সঙ্গীতসেৱীক, অনেক সঙ্গীত চমজদাৰক।

১৯৩১ চনত মই হাইস্কুলৰ অষ্টমমান শ্ৰেণীত পঢ়োঁতে সহপাঠী বন্ধু অজয়কুমাৰ মেচৰ লগত মোৰ বিশেষ বন্ধুত্ব হয়। তেতিয়া চিভিল হস্পিটালৰ প্ৰায় গাতে লগা দক্ষিণপিনেদি এখন ভলী-ফিল্ড আছিল আৰু সেই ফিল্ডত ভলী খেল হৈছিল। বন্ধু অজয়ৰ জৰিয়তে তাত ময়ো প্ৰথম ভলী খেল আৰম্ভ কৰিছিলোঁ। বাভাদেৱেও কিছুদিন তাত খেলত যোগ দিছিল আৰু তেওঁ এজন নিপুণ খেলুৱৈ আছিল। তেওঁ 'নেট'ৰ পশ্চিমত থাকিলে আনপিনৰ খেলুৱৈসকল বৰ সন্ত্ৰস্ত হৈ পৰিছিল; কাৰণ তেওঁ কাঁড় মৰাৰ দৰেই ভলী মাৰিছিল। যদি খেলুৱৈ সাৱধানে নাথাকে তেনেহ'লে নাক-মুখত পৰিবৰ ভয়।

ইয়াৰ ওচৰতে থকা মিউনিচিপাল খেল-পথাৰত তেওঁ ক্ৰিকেট আৰু ফুটবল খেলত মাজে-সময়ে যোগ দিছিল।

সেই সময়ত আমাৰ ঘৰ বৰপেটা থানৰ নিচেই কাষতেই বৰহাটীত আছিল। এই হাটীখনৰ আগৰ নাম সূত্ৰধাৰহাটী আছিল। পিচত সত্ৰ-পৰিচালনাৰ নিয়ম-কানুন আদি আদালতৰ জৰিয়তে হৈ উঠাত ইয়াৰ লগতে আৰু কিছু অংশ যোগ দি বৰহাটী নামকৰণ কৰা হয়। সূত্ৰধাৰহাটীত ছুটি পোনশাৰীত প্ৰায় কুৰি-পঁচিশ ঘৰ আমাৰ বংশীয় পৰিয়াল আছিল। আমাৰ ঘৰটো দক্ষিণ মুৰত আৰু আমাৰ গাতে লগাকৈ আছিল খোল-তবলাৰ পৈণত বায়ন আৰু ওস্তাদী গানৰ গায়ক দীনবন্ধু দাসৰ ঘৰ।

এদিন এওঁলোকৰ ঘৰত সন্ধিয়াৰ পিচত গীতৰ বৈঠক বহিছিল। তাতেই বিষ্ণুপ্ৰসাদ ৰাভাই গলগলীয়া কণ্ঠস্বৰেৰে অসমীয়া গীত গোৱাত আমি কিতাপ থৈ গীত শুনিছিলোঁ। আগতে এই 'বৈঠকী' বিলাকত বঙলা আৰু হিন্দী গানহে বিশেষকৈ চলিছিল। ৰাভাদেৱৰ উপস্থিতিৰ পিচৰপৰা অসমীয়া গীতৰ প্ৰচলন হয় আৰু ই সমাজমুখী হৈ পৰে।

বৰপেটাৰ গাতে লগা দক্ষিণৰ পিনে গণককুছি, উত্তৰে সুন্দৰী-দিয়া সত্ৰ। দক্ষিণ-পুব পিনেদি পাঁচ কিলোমিটাৰ আঁতৰত পাটবাউসী সত্ৰ, পুবৰ পিনে বাৰাদি সত্ৰ। পশ্চিমৰ পিনেদি আছে নাৰায়ণ দাস ঠাকুৰ আতা আৰু চতুৰ্ভুজ ঠাকুৰৰ জনীয়া সত্ৰ। তেতিয়া বাট-পথবোৰ ইকৰা-বিৰিণা আদিৰে ঢাক খোৱা আছিল। সেই বিৰিণাবোৰৰ মাজেদি ৰাভাদেৱে খোজ কাঢ়ি কাঢ়ি ক'ত কি সঙ্গীত আৰু কলাৰ সম্পদ আছে, তাৰেই অনুসন্ধানত ঘুৰি ফুৰিছিল।

এনেদৰেই তেওঁ এদিন গৈ পালে জনীয়া। তেতিয়া বিৰিণাৰ মাজে মাজে সুৰ-সুৰীয়া বাট। সেই বাটেদি নানা চৰাই-চিৰিকতিৰ মাত শুনি শুনি তেওঁ আপোন-পাহৰা হৈ গৈ থাকিল।

মাঘৰ মাহ যদিও খোজকাঢ়ি গৈ থাকোঁতে তেওঁৰ গা অলপমান ঘামিছিল। গতিকেই তেওঁৰ দেহ-মন ভালেই লাগিছিল। আওহতীয়া ঠাই বুলি সাধাৰণতে মানুহ তালৈ নাযায়। গাৱঁলীয়া মানুহ দুই-এজন আগবাঢ়ি আহি তেওঁৰ পৰিচয় সুধিলে। এনেদৰে কথা-বতৰা হৈ থাকোঁতে বেলি পাটত বহিল। আগবাঢ়ি অহা মানুহ আঁতৰি গ'ল। ইপিনে লাহে লাহে এন্ধাৰ নামিল। তেওঁৰ মনত পৰিবলৈ ধৰিলে নাৰায়ণ দাস আৰু গোকুল চান্দৰ ওপৰত ৰজাৰ মানুহে কৰা অত্যাচাৰ আৰু উৎপীড়নৰ কথা। নৰনাৰায়ণ নৃপতিৰ ওচৰত শিলাৰ বিদ্যাবাগীশ চক্ৰৱৰ্তীৰ নেতৃত্বত কোনো কোনো লোকে শ্ৰীশঙ্কৰে অধৰ্মৰে সমাজ আৰু ৰাজ্য নষ্ট কৰিলে বুলি ঘোৰতৰ অভিযোগ দিলে। সেই দোষৰ বাবে ৰজাৰ দহজন গৰমালি আহি শ্ৰীশঙ্কৰক বন্দী কৰি নিবলৈ পাটবাউসী পালেগৈ। এই বাতৰি পায়ে শঙ্কৰদেৱে আত্মগোপন কৰিলে আৰু লগে লগে আন ভকতসকলো যেনিয়ে তেনিয়ে আঁতৰি পৰিল।

গৰমালিহঁতে শ্ৰীশঙ্কৰক নাপাই বাটতেই নাৰায়ণ দাস আৰু গোকুল চান্দক লগ পাই মুখ্য ভকত বুলি জানিব পাৰি হাতে-ভৰিয়ে বান্ধি কোচবেহাৰলৈ ধৰি লৈ গ'ল। কিন্তু তেওঁলোকৰ ওপৰত

অমানুষিক অত্যাচাৰ কৰিও গুৰুৰ একো সত্তেদ উলিয়াব নোৱাৰিলে।

এই ছুয়োজনাৰ চিত্ৰবোৰ তেওঁৰ চকুত স্পষ্ট হবলৈ ধৰিলে। তেতিয়া ৰাতি হৈ আহিল। চেঁচা বতৰৰ বাবে মানুহো ঘৰত সোমাইছে। চাৰিওপিনে নিমাও-মাও। দূৰত শিয়ালৰ হোৱা। তেওঁ অনুভৱ কৰিলে সেয়া যেন ৰজা-মহাৰজা-পুৰোহিত শোষকৰ নিষ্ফল আৰু বিকট আবাৱ। শীতে ভৰা আকাশৰ বুকুত জোনৰ এজোলোকা পোহৰ ওলাই আহিব লাগিছে; সেয়া যেন সংস্কৃতিৰ নতুন ৰূপ, নাৰায়ণ-গোকুলৰ আত্মবলৰ প্ৰতীক।

লাহে লাহে নিশাৰ নিস্তব্ধতাই জগতক আৱৰি ধৰিলে। তেওঁ দেখা পালে এটি ধান খেৰৰ পুঁজি। তালৈ আগবাঢ়ি গ'ল আৰু ডিঙিটো উলিয়াই তাতেই সোমাই পৰিল। শুভ্ৰ জোনাকত সুন্দৰ পৃথিবীখন দেখি শিল্পীজনাৰ মনত আনন্দৰ ঢৌ উঠিল। তেওঁ এটি ঘুমতিও মাৰি ললে। পূৰত বগা দাঁৰ দিয়াৰ লগে লগেই তেওঁ ৰৰপেটালৈ খোজ ললে। বেগাই খোজ পেলালে, ছমাইল পথ কেইমিনিটৰ খৰচ !···

সিদিনাই চান্দমোহন গায়নৰ ঘৰত সঙ্গীত সন্ধিয়া। হেমৰথ দত্ত, স্বৰ্গেশ্বৰ ৰায়ন, দীনবন্ধু দাস (হেডু ওস্তাদ) মতিলাল দাস, প্ৰাণকৃষ্ণ ৰায়ন, যাদব চন্দ্ৰ দাস (দীঘ্‌লা যাদব), এইসকল লগ হৈছে। গাই গাই ভাগৰ লাগিলে ৰাভাদেৱে একোবাৰ উঠি একোটা নৃত্যৰ ভঙ্গী দেখুৱাই অৰ্থবোৰ কৈ যায় আৰু একোবাৰ সূত্ৰধাৰৰ ভঙ্গীৰে কৈ উঠে: 'আহে সভাসদ লোক, কৌটি কলা-বিশাৰদ জগতগুৰু শ্ৰীকৃষ্ণ মিলল মিলল।'

# যাউতি যুগীয়া বনগীত অমিয়া

মহাপুৰুষ মহান শিল্পী, কবি, নাট্যকাৰ, গায়ন, বায়ন, অভিনেতা, নৰ্ত্তক, চিত্ৰকৰ, বয়ন-শিল্পী আৰু সংস্কৃতিৰ সমৃদ্ধিৰে নতুন সমাজ গঢ়োঁতা শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতি বিষ্ণুপ্ৰসাদ ৰাভাৰ কলাকাৰৰ জীৱন আৰম্ভ হোৱাৰ লগে লগেই শ্ৰদ্ধা আৰু ভক্তিত আকৃষ্ট হৈ পৰিছিল আৰু তেওঁৰ ৰূপতীৰ্থ-যাত্ৰাত শ্ৰীমন্ত শঙ্কৰদেৱৰ অনুপ্ৰেৰণাস্বৰূপ আছিল। তেওঁ নিজৰ গৱেষণাৰ দ্বাৰা এই মহাপুৰুষজনাৰ বিষয়ে অনেক ন-ন তথ্য আৱিষ্কাৰ কৰিছিল।*

প্ৰাচীন কামৰূপ আৰু অসমৰ বুৰঞ্জীত বিষ্ণুৰাভা অগাধ পণ্ডিত আছিল। অসমৰ ভিতৰত আৰু আশে-পাশে থকা বিভিন্ন জন-জাতিৰ সম্পূৰ্ণ ইতিহাস তেওঁৰ মুখতেই আছিল। এইবিলাক কথা তেওঁ যে কেনেকৈ ক'ৰপৰা সংগ্ৰহ কৰি লৈছিল, ভাবিলে আচৰিত হব লাগে। তেওঁৰ অসম আজিৰ ৰাজনৈতিক অসমখনেই নাছিল, তেওঁৰ সাংস্কৃতিক অসমখন আছিল এখন বহল অসম।

তেওঁ কৈছিল যে ৰূপতীৰ্থৰ বিজয় যাত্ৰীস্বৰূপে শ্ৰীমন্ত সুন্দৰ শঙ্কৰে

---

*বৰপেটাৰ শ্ৰীচান্দমোহন গায়নে মোৰ আগত কৈছে যে ৰাভাদেৱ বৰপেটাত থাকোঁতে শ্ৰীশঙ্কৰদেৱৰ বাউসী পৰগণালৈ আগমনৰ পৰা বেহাৰ ৰাজ্যত তেওঁ বৈকুণ্ঠ প্ৰয়াণলৈ এখনি তথ্যপূৰ্ণ কিতাপ লিখিছিল। বৰপেটা সত্ৰৰ পৰিচালনা আদি নানা কথা তেওঁ তাত হেনো আলোচনা কৰিছিল।

বৰ-লুইতৰ পাৰৰ বটদ্ৰৱাৰপথা যাত্ৰা কৰি দলে-বলে যি পথেৰে গৈ গৈ বৈ বৈ বিভিন্ন তীৰ্থ ভ্ৰমি পুনৰ বটদ্ৰৱা পাইছিল আৰু তাৰ পিচৰবাৰতো বাউসী পৰগণাৰপৰা দলে-বলে জয়জাত্ৰা কৰি যি যি পথেৰে গৈ পুনৰ উভতি আহিছিল, সেই সেই পথবোৰ অঙ্কিত কৰি গলে এখনি এনে সুন্দৰ, মনোহৰ, বিতোপন চিত্ৰ হৈ পৰিব যাৰ তাৎপৰ্য্য বুজিবলৈ আৰ্টৰ সম্যক জ্ঞান থাকিব লাগিব। শ্ৰীমন্ত শঙ্কৰদেৱৰ মহাজীৱন-লীলা আৰ্টবেই সমাবেশ আৰু তেওঁৰ জীৱন-যুগতেই অসমীয়া শিল্প-কলাৰ চৰম বিকাশ ঘটে।

বিষ্ণু ৰাভাই লিখি থৈ গৈছে: "এই পৃথিবীত* যিসকল মহাপুৰুষে জন্মগ্ৰহণ কৰিছিল তাৰ ভিতৰত তিনিজনা মহাপুৰুষ আছিল কৃষ্টিৰ আঁকৰ। এজন হৈছে স্বয়ং শ্ৰীকৃষ্ণ। কৃষ্ ধাতু লগ্ন কৃষ্টিৰ আঁকৰ কাৰণে তেওঁক কৃষ্ণ বুলিছিল। তেওঁ কি নাজানিছিল? গীত-বাদ্য, নৃত্য, ধনুৰ্বিদ্যা, ক্ৰীড়া, ৰাজনীতি ইত্যাদি সৰ্বগুণনিধি আছিল। আৰু এজন আছিল ইটালিৰ লিওনাৰ্ডো দ ভিঞ্চি (১৪৫২—১৫১৯)। তেওঁ একেলগে বৈজ্ঞানিক, চিত্ৰকৰ, ৰাজনীতিজ্ঞ পুৰুষ আছিল। আৰু এজন আছিল, তেওঁ হ'ল আমাৰ এই অসমৰে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ যাক আজি অসমে গুৰু বুলি পূজা কৰে। সঁচাকৈয়ে শঙ্কৰদেৱ অসমৰ গুৰু, অসমীয়াৰ প্ৰাণ। আজি শঙ্কৰদেৱৰ যি কোনো কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব। শঙ্কৰ নাথাকিলে অসমৰ একোৱেই নাই। শঙ্কৰদেৱে কি নাজানিছিল আৰু কিনো নিদিছিল? অসমীয়াক তেৱেঁই সকলো দি গৈছিল। তেওঁ নগাঁৱৰে বটদ্ৰৱাৰ শিলিখা গছৰ তলত বহি আমাৰ অমূল্য বত্ন 'কীৰ্ত্তন' পুথি ৰচনা কৰি আমাক দান কৰি থৈ গৈছে। কল-কাৰখানা, নামঘৰ তেৱেঁই গাঁথি যি নিৰ্মাণ কৰিছিল, কপিলীমুখৰ

*অসম ছাত্ৰ কেন্তাবেচনৰ নগাওঁ শাখাৰ বহাত বহা এখন বাৰ্ষিক অধিবেশনৰ কৃষ্টি শাখা সভাৰ সভাপতিৰ ভাষণ। ১৯৪৭ চনত ১ম ভাগৰ নীৰেন্দ্ৰ লাহিড়ী, প্ৰগতি প্ৰকাশ ভৱন, গুৱাহাটীৰ দ্বাৰা "অসমীয়া কৃষ্টি" নামে প্ৰকাশিত।

মাটিৰে খোল তৈয়াৰ কৰিছিল, বৈকুণ্ঠলীলা নাট ভাওনা দেখুৱাইছিল। অসমীয়াৰ গীত, বাদ্য, নৃত্য, সাহিত্য, ভাওনা, নাম-কীৰ্ত্তন, বৰগীত, নামঘৰ, খোল, মৃদং, তাল, ভাঁজঘৰ, দোলযাত্ৰা, হাটী, ধনপুঁজি ( Bank ), সমাজ, ধৰ্ম, বিচাৰ, নীতি, আইন, নৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ, সমাধি সকলো শঙ্কৰদেৱে অসমীয়াক দি গৈছিল। কেৱল অসমীয়াইহে সেইবিলাক ভালকৈ আয়ত্ত কৰি লব পৰা নাই। এই শঙ্কৰদেৱৰ আমোলতে আমি অঙ্কীয়া নাট পাওঁ, ভাওনা পাওঁ, পদ্ধতিত ৰচা গীত-ৰাগ-সুৰ-সঞ্চাৰ পাওঁ। আজিও অসমীয়াই ভাওনা পাতে মুখত ৰং সানি সাজ-অলঙ্কাৰ পিন্ধি। পাতনিতে সৰু-ধেমালি, বৰ-ধেমালি, ঘোৰা-ধেমালি বাজে, নান্দী সুহাই একতালীৰ পাচত সূত্ৰধাৰ ভঙ্গিমাৰ ছেৱে ছেৱে সূত্ৰধাৰে নাচে, তাৰ পাচত গোসাঁই-গোসাঁনী, ৰজা-ৰাণী, সৈন্য-সামন্ত আদি প্ৰবেশ কৰে, নাটকৰ ঘটনা নানা গীত-বাদ্যেৰে অঙ্গি-ভঙ্গীৰে প্ৰকাশিত হয়—শেহত কল্যাণ খৰমানত সমাপন হয়। মাৰ্ক্সৰ সাম্যবাদ আৰু গান্ধীৰ সাম্যবাদৰ আগেয়ে তেওঁ তেনে নীতি প্ৰচাৰ কৰিছিল। যৱনহৰি, ভোট, গাৰো, শ্ৰীৰাম কৈৱৰ্ত্ত সকলো আতা তেওঁৰ শিষ্য আছিল। এই ভাওনা নাট্যশাস্ত্ৰৰ অনুসাৰে লিখা। ভাওনাৰ প্ৰকাশভঙ্গীও শাস্ত্ৰসমৰ্থিত। কিন্তু তাৰ প্ৰকাশভঙ্গী, তাৰ গীত-মাত-তাল-সুৰ-সৰু অসমীয়া। গতিকে ভাৰতৰ আন আন সঙ্গীতৰ লগত বিশেষ সামঞ্জস্য নাই।”…

সঙ্গীতজ্ঞ বিষ্ণুপ্ৰসাদ ৰাভাৰ মতে সত্ৰীয়া সঙ্গীতৰ প্ৰভাৱতহে মণিপুৰী সঙ্গীতে গঢ় লৈ উঠিছে। তেওঁ কয় যে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত এবাৰ মানসকলে মণিপুৰ আক্ৰমণ কৰে। তেতিয়া মণিপুৰৰ ৰজা জয়সিংহই তেওঁৰ জীয়েক কুৰঙ্গনয়নীক লগত লৈ বহা-চকীলৈ পলাই আহে আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ আশ্ৰয় লয়। বৰবৰুৱাৰ লগত ছুয়ো গৈ ৰংপুৰত স্বৰ্গদেৱক দেখা কৰে। স্বৰ্গদেৱে তেওঁলোকক অতিথিস্বৰূপে পাই বৰ আনন্দিত হ'ল আৰু তেওঁলোক

দুৱোৰো সন্মানৰ বাবে ভোজ আৰু লগতে 'বাৰণ বধ' ভাওনা পাতিলে। লগতে নটুৱা নাচো প্ৰদৰ্শন কৰা হ'ল। এই মণিপুৰীয়া ৰাজেশ্বৰ সিংহই অসমীয়া ভাওনাৰ প্ৰথম 'মণিপুৰী দৰ্শক। ৰজা আৰু ৰাজকুঁৱৰী দুৱোৱে এই নাট-ভাওনা চাই পৰম আনন্দ লাভ কৰিছিল।

ইয়াৰ পিচতে পৰাক্ৰমী অসমীয়া সেনাই মণিপুৰ প্ৰবেশ কৰি মানসৈন্যক বিতাৰণ কৰি দিয়ে। মণিপুৰ পুনৰ নিৰাপদ হ'ল। কৃতজ্ঞতাৰ চিনস্বৰূপে কুঁৱৰী কুৰঙ্গনয়নীক স্বৰ্গদেউ ৰাজেশ্বৰ সিংহলৈ মহা পয়োভৰেৰে বিবাহ দি অসম-মণিপুৰৰ মাজত ছিণ্ডিব নোৱাৰা সম্বন্ধ স্থাপন কৰিলে। পিচত মণিপুৰৰ ৰজাক বিদায় দিয়াৰ সময়ত তেওঁক নানা সম্ভাৰৰ লগতে ঢুলীয়া, খুলীয়া, গায়ন-বায়নো একোযোৰকৈ দিয়া হ'ল। সেই গায়ন-বায়নৰ প্ৰভাৱ আৰু চৰ্চাতেই মণিপুৰীয়া সঙ্গীতে গা কৰি উঠে বুলি অনুমান কৰিব পাৰি; কাৰণ ৰজাই নিজে ৰাজধানী ৰংপুৰত সেইবিলাক দেখি-শুনি আকৃষ্ট আৰু প্ৰভাৱান্বিত হৈছিল।

কলাকাৰ বাভাদেৱে কৈছে: "মণিপুৰী নৃত্য কামৰূপীয়া সঙ্গীত পদ্ধতিৰ এটা শাখাহে। মণিপুৰৰ নাম মিতৈই লাইপাক অৰ্থাৎ মিশ্ৰিত জাতিৰ বাসভূমি। মানহঁতে এই দেশক "কা-ছে" বা "কা-থে" বুলিছিল; মেখলী নদীৰপৰা মেঘলী বা মগলু বোলে। অসমীয়াই 'মগলৌ' বোলে। তেওঁলোকৰ আদি দেৱতা পাংখম্বা বা নাগ। তেওঁলোক তিব্বত-বৰ্মীয় আৰু অষ্ট্ৰীক মিশ্ৰিত জাতি। গতিকে তেওঁলোক মিশ্ৰিত নগা। তেওঁলোকৰ "লাই-হাৰওৱা" নৃত্যই সেই আদিম অষ্ট্ৰীক আৰু মঙ্গোলীয় মিশ্ৰিত শিল্পৰ আভাষ দিয়ে।"...

"যেতিয়া মানক খেদি মণিপুৰ উদ্ধাৰ কৰা হ'ল, আৰু মগলৌ কুঁৱৰী কুৰঙ্গনয়নীক ৰাজেশ্বৰ সিংহই বিবাহ কৰিলে, তেতিয়া মণিপুৰৰ ৰজাক বিদায় দিওঁতে ৰজালৈ আন আন দানৰ লগত অসমীয়া গায়ন-বায়ন নিশ্চয় দিয়া হৈছিল। সেই অসমীয়া গায়ন-বায়নে

মণিপুৰত নৃত্যাদি চৰ্চা কৰাইছিল। তাৰ ফলত মণিপুৰী নৃত্যত অসমীয়া নৃত্যৰ ছাপ দেখা যায়। মণিপুৰীয়া ৰাস-নৃত্যৰ গোপিনীৰ সাজ-সজ্জা আমাৰ অসমীয়া নটুৱাৰ সাজ-সজ্জাৰে উন্নত অনুকৰণ।”…

…“মোৰ মতে ভাৰতত তিনিটা ঘাই সঙ্গীত পদ্ধতি আছে ; হিন্দুস্থানী সঙ্গীত পদ্ধতি, কৰ্ণাটকী সঙ্গীত পদ্ধতি আৰু কামৰূপীয়া সঙ্গীত পদ্ধতি। কামৰূপীয়া সঙ্গীত পদ্ধতিৰ নিজস্ব তাল আছে, ৰাগ আছে, নৃত্য আছে। তালৰ মাত্ৰা বিচিত্ৰ আৰু বিজ্ঞানসম্মত।”…( অসমীয়া কৃষ্টি )

দ্বিতীয় মহাযুদ্ধৰ আগৰ কালটো সঙ্গীতত গ্ৰামোফনৰ যুগ এটা আছিল ( ১৯৩৭ চনৰ আগতে )। সেই সময়ত বঙলা সঙ্গীতৰ ৰেকৰ্ডে অসম খলক্ লগাইছিল। তেতিয়া আমাৰ সঙ্গীতজ্ঞসকলেও অসমীয়া গীতি-গানৰ ৰেকৰ্ড কৰিবলৈ মন মেলে। এই ৰেকৰ্ডৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ অৱদান চিৰস্মৰণীয় আৰু বিশেষত্বপূৰ্ণ। বনগীত, বিহুগীত, অঙ্কৰগীত, বৰগীত আদিৰ নিজস্ব সুৰবোৰ সুয়োজনাৰেই গীতসমূহত ৰজন-জনাই উঠে।

জ্যোতিপ্ৰসাদ আগৰৱালা ৰাভাতকৈ ছয় বছৰে ডাঙৰ। আগৰ-ৱালাদেৱৰ জন্ম হয় ১৯০৩ চনত। সেয়েহে তেওঁ বিষ্ণুপ্ৰসাদক মৰমতে ‘বিষ্ণু’ বুলি মাতিছিল। ৰাভাও আছিল তেওঁৰ প্ৰতি অসীম শ্ৰদ্ধাশীল আৰু তেওঁৰ উন্মেষশালিনী প্ৰতিভাত বিমুগ্ধ।

আগৰৱালাদেৱৰ গীতৰ বিষয়ে সঙ্গীতজ্ঞ ৰাভাদেৱে “জ্যোতিৰ জেউতি” নামৰ স্বৰচিত প্ৰবন্ধ *এটিত এনেদৰে লিখিছে :

“বিলাতত ইমান বছৰ, অথচ সেই সুৰবোৰত, সেই গানবোৰত বিজতৰীয়া ছাব নাই, আছে জতুৱা ঠাঁচ। সাজে-ভাঁজে, লাছে-কাছে, ঠাঁচে-চাঁচে নিভাঁজ অসমীয়া, চিনা চিনা, শুনা শুনা, জনা জনা। জনা

---

*“জ্যোতিৰ জেউতি” প্ৰবন্ধটি শ্ৰীগোপাল দাস সম্পাদিত “বান্ধৱ” নামৰ সাহেকীয়া আলোচনীৰ ১ম বছৰ ১ম সংখ্যাত প্ৰকাশ হৈছিল।

গানেহে মন-কোঁহুত বজনজনায়। জনা গাভকয়ে ভাইব ন-বেহ্‌-ৰূপ লৈ ওলালেই তাইক বুকুত আঁকোৱালি লবলৈ মন দাং খায়। এনে কাৰণে জ্যোতিৰ গানে অসমীয়াৰ মন ভুলায়, জনা সুৰ ন-ন সাজেৰে ন-ন কাচেৰে, বিধ বিধ বেহ্‌-ৰূপেৰে ওলায়। অসমীয়াৰ হিয়া আমঠু বুলি শুনি শুনিয়েই জ্যোতিৰ গান সাৰটি লবলৈ অসমীয়া ইমান হেঁপেহুৱা। সেই কাৰণে তেওঁৰ গান ইমান জনপ্ৰিয়।

হিয়াই হিয়াই নিবিড় ঘনিষ্ঠতাই জনপ্ৰিয়তাৰ ঘাই শিপা। হিয়া কাৰেঙৰ গুপুত টোলত গোপন চ'ৰাত তেওঁৰ গানবোৰে উলাহৰ হেন্দোলনি তোলে। সেয়েহে জ্যোতিৰ গান অসমীয়াই ভালপায়।...

...অৰ্কেষ্ট্ৰাও যে নিভাঁজ অসমীয়া সুৰত বাজি উঠে, মানুহে আগতে কল্পনাও কৰিব পৰা নাছিল। ই অভূতপূৰ্ব। অথচ অসমীয়াৰ বুকুৰ কলিজা, চিনা চিনা, জনা জনা, শুনা শুনা, বিজতৰীয়া অচিনাকি হিন্দুস্থানী সঙ্গীতৰ ৰাগ-ৰাগিনীৰ গৎ-ঐক্যতান নহয়। অসমীয়া হিয়া আমঠু মথি ওলোৱা অসমীয়া সুৰৰ অমৃতধাৰা হে। শুনিলে অসমীয়াৰ মন-প্ৰাণ নাচি উঠে।"...

সেই সময়ত ৰেকৰ্ডৰ এই সংগীতৰ জাগৰণৰ লগে লগে কলিকতাস্থ ৰেকৰ্ড কোম্পানীবিলাকৰো ব্যৱসায়ৰ এটি সুযোগ আহিছিল। ইতিমধ্যে এই দুয়োজনা গায়ক-শিল্পীৰেই যশস্যা অসম আৰু বঙ্গদেশত বিয়পি পৰিছিল।

কলিকতাৰ চেনোলা ৰেকৰ্ড কোম্পানীৰ প্ৰতিনিধিস্বৰূপে কাৰ্তিক চক্ৰবৰ্তী নামৰ এজন লোক তেজপুৰলৈ আহি দুয়োৰো লগত সাক্ষাৎ হয়। তেওঁৰ অনুৰোধ, চেনোলা ৰেকৰ্ড কোম্পানীত অসমীয়া গীত-মাত-নাট ৰেকৰ্ড কৰিব লাগে। আগৰৱালাদেৱে অৱশ্যে এটি চৰ্ত দিলে যে কোম্পানীয়ে তেজপুৰত নকৈ পাতিব খোজা সঙ্গীত বিত্তালয়টিলৈ লাগতিয়াল বাদ্য-যন্ত্ৰখিনি দানস্বৰূপে দিব লাগিব। চক্ৰবৰ্তী অতি আনন্দেৰে মান্তি হ'ল আৰু দুয়োজনা শিল্পীয়েই ৰেকৰ্ডৰ বাবে দুয়োৰে প্ৰতিশ্ৰুতি আগবঢ়ালে।

বেকৰ্ডৰ বাবে আখৰা আৰম্ভ হ'ল। ছয়খনীয়া বেকৰ্ডৰ নাটক লিখিবলৈ বিষ্ণুপ্ৰসাদক দায়িত্ব দিলে। অভিনেতা ৺ফণী শৰ্মাৰো তাত ভাগ লোৱাৰ ভাৰ পৰে। সুৰ-সম্ৰাট ভূপেন হাজৰিকা তেতিয়া শিশু। তেওঁ গান গায়। শিল্পী ৰাভাই বুকুৰ মাজত লৈ তেওঁক তেতিয়া গান শিকায় আৰু বেকৰ্ড কৰাৰ বাবে প্ৰস্তুত কৰি তোলে। "শোণিত কুঁৱৰী" আৰু "জয়মতী" দুয়োজনা মহান শিল্পীৰ প্ৰতিভাৰে সৌন্দৰ্য্যমণ্ডিত হৈ চেনোলা কোম্পানীৰ জৰিয়তে প্ৰকাশ পালে। তাৰ সুৰ-সঙ্গ, লয়-তাল, বাক্য-বচনত শ্ৰোতাসকল মুগ্ধ হৈ পৰিল। অসমীয়া সঙ্গীত-জগতত এটি নতুন যুগৰ সৃষ্টি হ'ল। ন-প্ৰেৰণা লৈ আগবাঢ়ি আহিবলৈ এচাম শিল্পীয়ে অনুপ্ৰেৰণা পালে। সঙ্গীতজ্ঞ শ্ৰীপ্ৰফুল্ল বৰুৱাৰ দুই-চাৰিখন বেকৰ্ডৰ বাহিৰে অসমীয়া বেকৰ্ড বিশেষ নাছিল। বৰুৱা ডাঙৰীয়াৰ পিচত নাট্যকাৰ শ্ৰীপ্ৰসন্নলাল চৌধুৰীয়ে 'শুন শুনবে সুৰ' বৰগীতটো আৰু অম্বিকাগিৰী ৰায়চৌধুৰী ৰচিত 'বল ভাই আগুৱাই অতি উচ্চ অতি উন্নত অতি সুন্দৰ ঠাই' এই গীতটো গ্ৰামোফনৰ বাবে বেকৰ্ড কৰি আহি দাঙি ধৰিছিল। ৰাভাদেৱে গ্ৰামোফন বেকৰ্ডৰ জৰিয়তে অসমৰ সঙ্গীত জগতলৈ যি আহ্বান দিলে, সেই আহ্বান পিচলৈ সাৰ্থক হৈ পৰিল। শিল্পী, গায়ক-গায়িকা ওলাল, গালে, বালে, বেকৰ্ডো হ'ল। সেই বেকৰ্ডবোৰৰ ধ্বনিয়ে জনতাক সজাগ কৰিলে। পুৰণি বস্তু নতুন হৈ ওলাল, পুৰণি সুৰে ন ৰূপ লৈ অসমীয়াৰ মাজত ধ্বনিত প্ৰতিধ্বনিত হ'ল। বিষ্ণু ৰাভাৰ নিজস্ব ৰচনাৰে নতুন যুগৰ সৃষ্টি কৰিলে :

"বাউতি যুগীয়া বনগীত অমিয়া
অ' বনগীত মৰমীয়া
অ' বনগীত সুৰীয়া অ'
গোৱা.................."

এই সময়ত গীতিকাৰ ৰাভাদেৱে অজস্ৰ গীত ৰচনা কৰিলে। সেই মূল্যবান ছন্দ গাঁথবিলাকৰ কিছুমান হেৰাল, নিজৰ যশস্যা

প্ৰচাৰৰ বাবে যশপ্ৰাৰ্থী দুই এক গায়কে পিচত নিজৰ কৰি ললে, খুব কম সংখ্যকহে প্ৰকাশ পালে আৰু তাৰ ভিতৰতো তাকৰ সংখ্যক গীতহে ৰেকৰ্ড হ'ল।

ৰেকৰ্ডৰ পালা হিচাপে প্ৰকাশ পালে ৰূপ-সৌন্দৰ্য্য আৰু আনন্দেৰে মূৰ্তিমান হৈ। সেয়া হৈছে—১। নৰকাসুৰ ২। বেউলা ৩। বিহুৰতী ৪। জন্মাষ্টমী ৫। ৰতনী ৬। ৰৰদৈচিলা ৭। শঙ্কৰদেৱ ৮। মাধৱদেৱ ৯। অজগৰৰ বিয়া ১০। চেনাই চেনেহী ১১। দুৰ্য্যোধনৰ উৰুভঙ্গ।

শেষৰখন প্ৰহসন, হাঁহোঁতে হাঁহোঁতে শ্ৰোতাৰ পেটৰ নাড়ী ছিগিব লগা হয়। ব্যক্তিগত জীৱনতেই হওক বা জাতীয় জীৱনতেই হওক, হাঁহিয়ে সকলো ক্ষেত্ৰতেই জীৱনীশক্তি বঢ়ায়। সাহিত্য-সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাদেৱে কৃপাবৰ বৰবৰুৱাৰূপে আমাক এদিন হঁহুৱাইছিল। সাহিত্যিক দণ্ডিনাথ কলিতাদেৱেও 'বহুঘৰা', 'ৰগৰ', 'বহুৰূপী' লিখি অসমীয়াক হঁহুৱাইছে আৰু চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়ায়ো "ৰঞ্জন" লিখি অসমীয়াৰ মনোৰঞ্জন কৰি হাঁহিবলৈ সুযোগ দি গৈছে। নেহাঁহিলে মানুহৰ প্ৰাণ পাষাণত পৰিণত হব। যোগীস্বৰূপ বিষ্ণু-প্ৰসাদৰ সেয়েহে সুখে-দুখে, আনন্দে-নিৰানন্দে, বিপদে-সম্পদে তেওঁৰ বহল মুখখনত সদায় হাঁহি বিৰিঙিছিল।

কলিকতাত ৰেকৰ্ড কৰা সময়ত কমল বসুৱে তেওঁক যথেষ্ট সদায় কৰিছিল। গায়কদ্বয় শ্ৰীকমল চৌধুৰী আৰু শ্ৰীপুৰুষোত্তম দাসে তেতিয়া সঙ্গীত-পিপাসু হৈয়ে কলিকতা ওলায়গৈ। পিচলৈ দুয়োজনেই গীতিকাৰ আৰু গায়ক হিচাপে খ্যাতি লাভ কৰে। কমল চৌধুৰী এজন অভিনেতাও। পিচলৈ তেওঁ ৰাভাদেৱৰ ৰচিত 'পৰ জনমৰ শুভ লগনত' আৰু 'লগন উকলি গ'ল' ৰেকৰ্ড কৰে।

গ্ৰামোফনৰ ৰেকৰ্ডবিলাকৰ জৰিয়তে শিল্পী ৰাভা জনসাধাৰণৰ মাজত জনাজাত আৰু জনপ্ৰিয় হৈ উঠে। তেওঁৰ হৃদয়ৰ সুৰবোৰ জনসাধাৰণৰ অন্তৰৰ আঁহে-আঁহে, পাহে-পাহে সোমাই যায়।

তেতিয়াও আৰু এতিয়াও অসমীয়াৰ জাতীয় সঙ্গীতস্বৰূপে ব্যৱহৃত হোৱা সাহিত্য-ৰথী বেজবৰুৱা ৰচিত আৰু মহান সুৰকাৰ জ্যোতি-প্ৰসাদৰ দ্বাৰা সুৰ-সংযোজিত সুৱদীসুৰীয়া অসম-সঙ্গীত 'অ' মোৰ আপোনাৰ দেশ" বিষ্ণু ৰাভাই কলিকতাত ৰেকৰ্ড কৰে। এই ৰেকৰ্ডখন ওলোৱাৰ পিচত এই মনোৰম গীতটো স্কুলে-কলেজে, গাৱেঁ-নগৰে, সভাই-সমিতিয়ে ব্যাপকভাৱে প্ৰচাৰ হৈ পৰে।

সেই সময়ত সকলোৱে মন-প্ৰাণ শোণিতপুৰ তেজপুৰৰ পিনে। আগৰৱালা-ৰাভাৰ সুৰ-তান-নাচ-মাত-বোলৰ ধ্বনি প্ৰতিধ্বনিত সমগ্ৰ অসমতেই সাংস্কৃতিক জাগৰণৰ ঢৌ উঠিছে, আগৰৱালা-ৰাভাৰ যুগ প্ৰৱৰ্তন হৈছে।

কবি ৰাভাই ৰচনা কৰিলে:

তেজ-বাগুলী শোণিতপুৰী গঢ়িলোঁ তেজেৰে
হৃদয় কাটি শোণিত ঢালি ৰঙা টোপালেৰে॥
কুমলীয়া দেহাৰ ভেটিত তুলি গড় অগনিৰ
প্ৰণয়-চাকিৰ প্ৰেম-শলিতাৰ জ্বলি দীপ-দীপালিৰ
ৰাঙ্কি কাবেং সজালোঁ মোৰ ৰঙা পোৱালেৰে॥
পূৰৱ তোৰণ ভাঙি আনিম ৰূপহী সোণালী ঊষা
সজাম পৰাম আলোকেৰে জ্বালিম প্ৰণয় শিখা
চুকত বহি বজাব বীণ দেৱী পত্ৰলেখী
কাচোন কাচি নাচোন নাচি নাচিব চিত্ৰলেখী
হৃদয় বেইত ধুৱাম প্ৰিয়াক লোহিত-চন্দেৰে।

# জীৱনৰ বিবিধ ছন্দেৰে

তাহানি ইংৰাজ ৰাজত্বৰ সময়ত মণিপুৰবপৰা কীৰ্ত্তনীয়া দল অসম ভ্ৰমণলৈ আহিছিল আৰু সেইবোৰ দলে অসমত কীৰ্ত্তন, নাচ-গান আদি প্ৰদৰ্শন কৰি বঙ্গৰ ফালেও গৈছিল। সেইদৰে বঙ্গৰপৰাও কীৰ্ত্তনীয়া দল অসমেদি মণিপুৰৰ ফালে অহা-যোৱা কৰিছিল। বঙ্গৰ দলবিলাকত কোনো নৃত্য নাছিল। তেওঁলোকে বাংলা কীৰ্ত্তন আৰু মহাজন পদাৱলী আদি গাইছিল আৰু লগতে শ্ৰীকৃষ্ণৰ লীলাযাত্ৰা কৰিছিল। তেতিয়া কথাছবি নাছিল আৰু অসমৰ মঞ্চবিলাকৰো উন্নতি হোৱা নাছিল। সেয়ে মানুহে এনে ধৰণৰ দল আহিলে, গান-বাজনা-নাচ উপভোগ কৰিবলৈ ভাল পাইছিল, নামনি অসমত তেতিয়া অঙ্কৰ-নাট প্ৰায় লোপ পাই আহিছিল, যদিও সেই নাটৰ পূৰ্ণ পয়োভৰ উজনীৰ সত্ৰ-সভা আৰু নামঘৰত চলি আছিল। কামৰূপত অৱশ্যে তেতিয়াও পুতলা-নাচ, ওজাপালিয়ে সম্পূৰ্ণভাৱে গাৱঁলীয়া ৰাইজক মুহি আছিল, যদিও অ'ত-ত'ত বঙ্গীয় আৰ্হিৰ যাত্ৰা-পাৰ্টিৰ পাতনি মেলিছিল। নলবাৰী অঞ্চলত বৰ-ঢুলীয়া আৰু মঙ্গলদৈ অঞ্চলত দীঘল-ঢোলৰ ঢুলীয়াই আকাশ-বতাহ বজনজনাই আছিল। কিছুদিনৰ ভিতৰতে দৰঙৰ দীঘল-ঢুলীয়া লোপ পায়; কিন্তু নলবাৰী-কামৰূপৰ বৰ-ঢুলীয়া নামনাচভাৱে এতিয়াও আছে। এইবিলাকেই অসমীয়া গ্ৰাম্য-জীৱনৰ আমোদ-উৎসৱ স্বৰূপ।

এবাৰ মণিপুৰৰপৰা এটি গীত-নৃত্য দল তেতিয়াৰ মণিপুৰৰ খ্যাতনামা নৃত্যশিল্পী শান্তিকিশোৰ শৰ্মাৰ নেতৃত্বত আহি অ'ত-ত'ত ঘুৰি তেজপুৰ ওলায়হি। এই তেজপুৰ—শোণিতপুৰৰ বান ৰজাৰ জীয়ৰী উষাৰ প্ৰাণৰ সখী কুভাণ্ডক মন্ত্ৰীৰ জীয়েক চিত্ৰবিদ্যা আৰু নৃত্য পটিয়সী চিত্ৰলেখা।

চিত্ৰতে লিখয় সৱে শুনি নেদেখি।

এহি মহাগুণে তাইৰ নাম চিত্ৰলেখী॥

—অনন্ত কন্দলি, দশম স্কন্ধ।

এই চিত্ৰলেখীৰ সখী ৰাজকন্যা উষাও আছিল 'চতুঃষষ্ঠি' কলাৰ অধিকাৰী। গতিকে বানাসুৰ ৰজাৰ ৰাজ্যতো তেতিয়া কলাৰ পয়োভৰ। এই কুভাণ্ডৰ জীয়ৰী চিত্ৰলেখাই দ্বাৰকাৰ যুৱতীসকলক নৃত্য শিক্ষা দিছিল বুলি সঙ্গীত-শাস্ত্ৰত কিংবদন্তি আছে। গতিকেই এনে হেন স্থানত নৃত্য প্ৰদৰ্শন কৰোঁতে মণিপুৰৰ নৰ্তক-নৰ্তকী, গায়ক-গায়িকা সদায় সুসংযত আছিল।

১৯৩১ চনৰ মাঘবিহুৰ সময়ত অহা এই দলটোৰ নেতা শান্তি-কিশোৰ শৰ্মাই এজনী মণিপুৰী গুৰুনী লয়লাসপূৰ্ণ যুৱতীৰ সঙ্গত 'হৰ-পাৰ্বতী' নৃত্য প্ৰদৰ্শন কৰে। দৰ্শকসকল বিমুগ্ধ হৈ পৰিল। তেওঁ-লোকে অনুভৱ কৰিলে যেন সঁচাকৈয়ে কৈলাসৰপৰা হৰ-পাৰ্বতী নামি আহি নৃত্যৰ মাজেদি মানুহক দেখা দিছে। কোনো কোনোৱে কোৱাকুই কৰিলে যে অসমত এনে নৃত্য নাই।

কথাষাৰ বাভাদেৱৰ কাণত পৰিল। তেওঁ সহ্য কৰিব নোৱাৰিলে : অসমত নাই? এনে কথা হব পাৰেনে? তেওঁ ভাবি স্থিৰ কৰিলে যে তেৰোঁ শিৱ-নৃত্য মঞ্চত প্ৰদৰ্শন কৰিব।

অনুষ্ঠানৰ শেষত তেওঁ শৰ্মাক লগ ধৰি হৰ-পাৰ্বতী নৃত্যৰ কৃতকাৰ্য্যতাৰ বাবে অশেষ ওলগ জনালে আৰু লগতে কলে যে পিচদিনা তেওঁলোকৰ দলৰ বি কোনো এজনী নৰ্ত্তকীৰ লগত তেওঁ হৰ-পাৰ্বতী নৃত্য প্ৰদৰ্শন কৰিব খোজে। শৰ্মা তৎক্ষণাৎ মান্তি হ'ল। বায়ন আৰু পাৰ্বতী তেওঁলোকৰ মতেই হ'ল।

পিচদিনা বান বঙ্গমঞ্চৰ চৌ-কোঠাত আখৰা হ'ল। এজনী অতি ধীৰেণ চুলিবে তেজে কুটো কুটো কৰা ছোৱালীয়ে নটৰাজ বাতাদেৱৰ লগত নাচি নাচি অভ্যাস কৰিলে। তাইৰো মনত বৰ আনন্দ লাগিল।

বান বঙ্গমঞ্চ দৰ্শকেৰে অৰপুৰ, বিৰ দিও সন্ধি পাবলৈ নাই। দৃশ্যপট তোলাৰ আগতেই বাজনা আৰম্ভ হ'ল :

আক্ থেয় থেয় তা তা
তাক্ থেয় থেয় তা তা......

দৃশ্যপট ওপৰলৈ উঠিল। ঠিক কৈলাসৰ দৃশ্য—দেৱী-দেৱী হৰ-পাৰ্বতী। নৃত্য আৰম্ভ হ'ল। বঙ্গমঞ্চ কঁাহ পৰি জীণ গ'ল। দৰ্শক চমকৃত হৈ পৰিল। কিমান সময় নৃত্য চলিল কোনেও কৰ নোৱাৰিলে। বায়ন সকলো বিমোহিত হৈ পৰিল।...

নৃত্য শেষ হ'ল। দৰ্শকসকলে যেন এটি সুন্দৰ সপোন দেখি সাৰ পাই চমক্ খাই উঠিল। হাত-চাপৰিৰে চৌদিশ বজনজনাই গ'ল।

ভিতৰত পাৰ্বতী হোৱা ছোৱালীজনীয়ে বাতাদেৱৰ চৰণত পৰি সেৱা জনালে। শিল্পী শান্তিকিশোৰ শৰ্মাই তেওঁক হাঁহি হাঁহি আঁকোৱালি ধৰিলে। দলৰ সকলোৱে তেওঁক আগুৰি ধৰি কোনোৱে চৰণ স্পৰ্শ, কোনোৱে পিঠিত চুম্বন, গালত চুম্বন, কোনোৱে বা হাতৰ আঙুলি পিটিকিলে। বিষ্ণুপ্ৰসাদ অভিভূত হৈ পৰিল।

পিচদিনা সেই দলটোৱে আন ঠাইলৈ যাত্ৰা কৰিলে। দলৰ শিল্পীবৃন্দই কেইদিনমানৰ বাবে তেওঁকো লগত লৈ গ'ল। সেই দলটোৰ লগত কেবা ঠাইতো ঘূৰি তেওঁ উভতি আহি তেজপুৰ পালে। নৃত্যৰ বহুত ভুল-ত্ৰুটি তেওঁ আঙুলিয়াই মণিপুৰী দলটোক উপকৃত কৰিলে। মুদ্ৰাৰ বিষয়ে থকা সংস্কৃত বহুত শ্লোকৰ সন্ধান পাই শান্তিকিশোৰ শৰ্মাই কৃতজ্ঞতা প্ৰকাশ কৰি অন্তৰৰ শ্ৰদ্ধা জনালে। ইয়াৰ পিচতেই এই দলটো অসমৰ ঠাঁই-ঠাঁই ঘূৰি মণিপুৰলৈ উভতি গ'ল।

নৃত্যক জগৎ-সৃষ্টিৰ সমানেই পুৰণি বুলি জ্ঞান কৰা হয়। সৃষ্টিৰ আদিতেই হেনো নটৰাজে নৃত্য কৰিছিল, জগতৰ সংহাৰ কালতো নৃত্য চলে। দেৱতা, গন্ধৰ্ব, অপ্সৰা, নৰনাৰী সকলোৱে নৃত্য কৰে। নৃত্য দেৱতাৰ প্ৰিয়, ভগৱন্তৰ প্ৰিয় নৰমনিচৰতো কথাই নাই।

দ্বিতীয় শতিকাৰ আগভাগৰ জগৎবিখ্যাত ভৰত মুনি ৰচিত 'নাট্যশাস্ত্ৰ' খনিয়েই এই মহাবিদ্যাৰ আদি গ্ৰন্থ।

সপ্তম শতিকাৰ কামৰূপ নৃপতি ভাস্কৰ বৰ্মাৰ ৰাজধানীত চীন পৰিব্ৰাজক হিউৱেন চাঙক দীৰ্ঘদিন ধৰি গীত-নৃত্যেৰে আদৰণি জনোৱা হৈছিল। সেই সময়ৰ বিদুষী নৰ্তকীসকল গীত-নৃত্যত পাৰ্গত আছিল।

নৱম শতিকাৰ কামৰূপৰ ৰজা বনমাল বৰ্মাৰ ৰাজত্বকালতে প্ৰাগ-জ্যোতিষপুৰ-শোণিতপুৰ আদি ঠাইত ৰবক্ৰী, নটী, দমুজাজানাসকলৰ নৃত্যৰ মধুৰ ধ্বনিৰ নূপুৰ-ধ্বনিত দশোদিশ ৰজন্-জনাই আছিল।

দ্বাদশ শতিকাৰ 'কালিকা পুৰাণ'ত নৃত্যৰ দ্বাৰা সামৰিক বাহিনীক অৰ্চনা কৰাৰ বিধান আছে।

পৰিহৰেশ্বৰ শিৱ, বিশ্বনাথ, নেঘেৰীটিং, হয়গ্ৰীৱ-মাধৱ, কেদাৰনাথ আদি মন্দিৰত দেৱনটীসকলে নৃত্য কৰিছিল।

অসম-কামৰূপ নৃত্যৰেই দেশ। ভগদত্ত ৰজাই ইন্দ্ৰপ্ৰেস্থত, দ্বাৰকাত চিত্ৰলেখাই, মণিপুৰত চিত্ৰাঙ্গদাই নৃত্যৰ দ্বাৰা জন-গণ, ৰজা-ৰাণী, বিষয়া, বৰুৱা-ৰজুৱা সকলোকে অভিভূত কৰি তুলিছিল; আৰু প্ৰাণ-গঙ্গাৰ নতুন চল সৃষ্টি কৰিছিল।

শ্ৰীমন্ত শঙ্কৰদেৱে যি চিৰনতুন সুন্দৰ আত্মা পৰশা নৃত্যৰ প্ৰচলন কৰি থৈ গ'ল সেই নৃত্যৰ তুলনা নাই। কবি শঙ্কৰ, নাট্যকাৰ শঙ্কৰ, চিত্ৰকৰ শঙ্কৰ, অভিনেতা, গায়ন-বায়ন শঙ্কৰ এজন মহান নৰ্তকো। এনে হেন ঐতিহ্য বহন কৰি বাভাদেৱো হৈ উঠিছিল এজন নিখুঁত নৰ্তক। মণিপুৰী দলটো উলটি যোৱাৰ পিচতে তেওঁ তেজপুৰত

বহি গীত বচিলে; সুব বচনা কবিলে আৰু কেবাখনো ছবি আঁকিলে।

গীত বেকর্ড কৰাৰ বাবে তেওঁ পুনৰ কলিকতালৈ গ'ল। তেতিয়া অসমৰ আৰু দুই-এক অসমীয়া গীত-মাত বেকর্ড কৰিবলৈ ধৰিছে।

তেজপুৰৰ শ্ৰীমতী সাধনা বৰুৱা আৰু যোৰহাটৰ কুমাৰী প্ৰিয়লতা দত্ত নামৰ গায়িকা এজনীয়ে বেকর্ড কৰাৰ বাবে কলিকতালৈ গৈছিল। সেই সময়ত বৰপেটাৰ পীতাম্বৰ দাস নামৰ ডেকা এজনে কলিকতাত হোটেল খুলিছিল আৰু গেঞ্জী তৈয়াৰ কৰা সৰু কাৰখানা এটা খুলি ব্যৱসায় আৰম্ভ কৰিছিল। অসমৰপৰা কোন মানুহ ক'ৰপৰা কি কামত গৈছে, পীতাম্বৰ দাসৰ হোটেললৈ গলেই মানুহে খবৰ পায়। ইয়াৰ উপৰিও, কলিকতা মহানগৰীৰ তলে-ওপৰে সকলো জনাৰ বাবে তেওঁ মানুহক বিভিন্ন কামত সহায়ো কৰিব পাৰে।

প্ৰিয়লতাৰ লগত বিষ্ণুপ্ৰসাদৰ চিনা-পৰিচয় হ'ল। প্ৰিয়লতাৰ বয়স পোন্ধৰ-ষোল বছৰ; মিঠা কণ্ঠস্বৰ, গহীন-গম্ভীৰ মাত-কথা, তিৰ্‌বিৰোৱা চকু, আধা ফুলা গোলাপৰ দৰে মুখত হাঁহি, কেঁচাসোণ যেন গাৰ বৰণ। শিল্পী যুৱক ৰাভা তেওঁৰ প্ৰতি আকৃষ্ট হৈ পৰিল। এজন শিল্পীৰ শ্ৰীশ্ৰীকলাৱতী হবলৈ যিবিলাক গুণ আৰু সৌন্দৰ্য্যৰ দৰকাৰ, সেই সকলোবিলাক গায়িকা প্ৰিয়লতাৰ গাত বিদ্যমান। ৰাভাদেৱৰ গুণ-গৰিমাৰ কথাও প্ৰিয়লতাই আগৰপৰাই শুনি আছিল। তেনে এজন গুণী পুৰুষক পাই প্ৰিয়লতাৰ প্ৰাণৰ নিভৃত কক্ষত নবজাকৈ থকা বীণাৰ তাঁৰডালত চা-ৰে-গা-মা যেন বাজি উঠিল। দুয়ো একেলগে আখৰা কৰিলে, গালে, বেকর্ড কৰিলে, নানা কথা পাতিলে, অ'ত-ত'ত ফুৰিলে, পিচত দুয়ো (১৯৩৫ চন) বিবাহ-বন্ধনত আবদ্ধ হৈ পৰিল; দুটি প্ৰাণ এক হ'ল। কলাৰ সাধনাৰ দুয়ো সপোন দেখিলে, ভৱিষ্যতৰ বহুত কল্পনা, বহুত হাবিয়াস,

অনেক অভিলাষ হুয়োবো অন্তবত নাচি উঠিল, কিন্তু হায় নিয়তিব পবিহাস! দেব মাহ পিচতেই সান্নিপাত জ্ববত শিল্পী বাভাব প্রিয়-পত্নী প্রিয়লতাব মৃত্যু ঘটিল। গহীন-গম্ভীব যোগী-সদৃশ ধৈর্য্যশীল বাভা প্রিয়া-বিবহত কাতব হৈ পবিল। সহনশীল বাভা উদ্‌বাউল হৈ গ'ল। তেওঁৰ মনত সুন্দৰ সংসাবখন অসাব অসাব লাগিল, মনলৈ বৈবাগ্য আহিল। ভাবিলে, সন্ন্যাসী হৈ হিমালয় পৰ্বতলৈ গুচি যাব নেকি! তেওঁৰ বন্ধু-বান্ধৱ আৰু গুণগ্ৰাহীসকলে তেওঁক বেঢ়ি ধৰিলে। কলিকতাৰ বিশিষ্ট ওস্তাদ, গায়ক, শিল্পীসকলৰ তেওঁ থকা কোঠাটোত সমাবেশ হ'ল। কোঠাটোৰ ইটাৰ বেৰত তেওঁ তুলিকাৰে আজৰি সময়ত আঁকি থোৱা চিত্ৰবোৰে এটি সুন্দৰ অথচ গহীন-গম্ভীৰ পৰিবেশৰ সৃষ্টি কৰিলে। সেয়া মূৰ-শিতানেদি—

"মকৰ কুণ্ডল মণ্ডিত গণ্ড
গলে গজমতি দোলে।
তড়িতাম্বৰ শ্যাম সুন্দৰ
শিৰে শিখণ্ডক ডোলে॥"

আনপিনেদি কালীয় দমন—

"যোহি বিষহ্রদ বাহু আস্ফালি।
কৰত কৌতুক নৃত্য কালি নিকালি।"

এটি বৃত্তৰ ভিতৰত সোৱা অঘাসুৰ বধ—

"অঘ বক কেশী কংস যত আৰ।
দুষ্ট অৰিষ্টক মোড়ল ঘাৰ॥"

ইয়াৰ মাজতেই ৰূপকথাৰ দৰে সুন্দৰ সুকুমাৰ কলাৰ কথাবিলাকৰ আলোচনা-বিলোচনা চলিল।

সেই সকলৰ ভিতৰত এজনে লাহে-ধীৰে কৰলৈ ধৰিলে: বুদ্ধদেৱে জগতৰ কল্যাণৰ হেতু যেতিয়া বোধিবৃক্ষৰ তলত তপস্যাত বহিল, তেতিয়া তেওঁৰ তপস্যা ভঙ্গ কৰিবলৈ আহিল ৰূপবান কামদেৱ, তেওঁৰ অন্য নাম—মাৰ। লগত তিনি পুত্ৰ—বিভ্ৰম, হৰ্ষ আৰু দৰ্প;

তিনি কন্যা—আৰতি, প্ৰীতি আৰু তৃষ্ণা। বুদ্ধদেৱৰ সুন্দৰ শৰীৰলৈ মাৰি পঠালে অসংখ্য বাণ; কিন্তু সেই বাণে তথাগতৰ শৰীৰ বিদ্ধিৰ নোৱাৰিলে। মাৰদেৱেতেই ভয়তে তেওঁৰ বণুৱাসকলক স্মৰণ কৰিলে। লগে লগেই সিহঁত উপস্থিত হ'ল। কাৰো মুখ বাঘৰ দৰে, কাৰো মুখ ভালুকৰ দৰে; কাৰো চকু দুটা, কাৰো তিনিটা, কাৰো তাতোকৈ বেছি; কোনো কোনোৰ পেট ওলমি পৰা কুৎসিৎ; কোনো পিশাচৰ দৰে দীঘলনধীয়া; কোনো কোনো তমাল গছৰ সমানেই ওখ। বুদ্ধদেৱক আগুৰি ধৰি সিহঁতে কি যে নকৰিলে! কিন্তু তথাগত নির্বিকাৰ, গহীন-গম্ভীৰ, অবিচলিত, এয়ে আমাৰ শিল্পীৰ আদৰ্শ।

শিল্পী বাভাদেৱৰ মন শান্ত হৈ আছিল। তেওঁ মনতে ভাবিলে, হয়, এয়ে ঝাল্লা বিজয়ী শিল্পী। পৃথিবীৰ দুখ-শোক-বেদনা-বিৰহে তেওঁক কি কৰিব? জনগণৰ অনুপ্ৰেৰণাতেই তেওঁ শিল্পী। জন-প্ৰাণীহীন হিমালয় পৰ্বতলৈ গৈ তেওঁ কি কৰিব? জনমিলে মৰণ আহিবই। সুহাই একতালত আৰম্ভ হোৱা নাট কল্যাণ খৰমানত শেষ হবই; নহলে দেখোঁ খেলিমেলি সঙ্গীতহীন, সুৰহীন, তালহীন, লয়হীন কিবা এখনতহে পৰিণত হব। এয়ে জীৱন-সঙ্গীত।

অভ্যাগতসকল আঁতৰি গ'ল, তেওঁৰ কোঠাটোত এটি নীৰৱতাই বিৰাজ কৰিলে। তেওঁ গুণ-গুণাই গাই ৰচনা কৰি গ'ল:

পৰ জনমৰ শুভ লগনত
যদিহে আমাৰ হয় দেখা।
পুৰাবানে প্ৰিয়ে এই জনমৰ
মোৰ হিয়াৰ অ-পূৰ্ণ আশা?
এই জনমৰ কুসুম মালা
যতনে তুমি গাঁঠি ৰাখিলা
কাহানিও তুমি নি-পিন্ধিলা
শূন্য মোৰ বুকু হ'ল যে ঊকা।

এই জীৱনৰ আঁউসী ৰাতি
চকুলো টুকি যায়নে কাটি
কাহানিও সুখৰ ৰূপহী জোনাই
হৃদয়ৰ ঝিলিকনি নিবিলায়।
এই জনমৰ গোপন কথা
গুপুতে থাকি দিলে যে ব্যথা
কাহানিও তুমি নেদেখিলা
শোকৰে ছবিটি হিয়াতে আঁকা ॥*

*খ্যাতনামা গায়ক শ্রীকমল চৌধুৰীয়ে এই গীতটো ১৯৪৪ চনত চেনোলা কোম্পানীত ৰেকৰ্ড কৰে। ইয়াৰ লগতে স্থান পায় ৰাভাদেৱ ৰচিত 'লগন উকলি গ'ল'। ১৯৫৮ চনত গুৱাহাটীৰ শ্রীগোপাল দাসৰ দ্বাৰা এই দুটা গীতৰ লগত আৰু ২২টা গীত সংযোজন কৰি প্রকাশ কৰা হয়।

॥ বাৰ ॥

# বৰ-ধেমালিৰ ববৰায়নৰ ৰূপত

প্ৰিয়া পত্নীৰ বিৰহত বিষ্ণুপ্ৰসাদৰ মনলৈ বৈৰাগ্য ভাব আহিছিল যদিও, তেওঁ নিজৰ কৰ্তব্যলৈ কোনো ফালেদিয়েই আওকাণ নকৰিলে ; বৰং দুগুণ উৎসাহেৰেহে তেওঁ কামত লাগি যাবলৈ মনস্থ কৰিলে। সহধৰ্মিণী প্ৰিয়লতাৰ প্ৰতি থকা তেওঁৰ মৰম-চেনেহবোৰে হিয়াৰ মাজত এটি তীব্ৰ প্ৰেৰণাহে আনি দিলে। হেৰোৱা প্ৰণয়িনীৰ অনুপ্ৰেৰণাত তেওঁ কিছুমান নতুন গীত ৰচনা কৰি হেঁপাহ পলুৱাই গালে—কেতিয়াবা অকলশৰে আৰু কেতিয়াবা বন্ধু-বান্ধৱৰ আগত।

এদিন সন্ধিয়া। কলিকতা মহানগৰীৰ সন্ধিয়া। চাৰিওপিনে গাড়ী-ট্ৰাম-বাছ-ৰেলৰ দম্‌দমনি, মানুহৰ কোঢ়াল, কলঘৰৰ ঘৰ্ ঘৰণি। তেতিয়া পূৰবীৰ সময়। তেওঁৰ প্ৰাণত পূৰবীৰ সুৰ বাজি উঠিল। তেওঁ ৰচি গ'ল আৰু গুণ-গুণাই সুৰ সংযোজন কৰি গাবলৈ ধৰিলে :

"লগন উকলি গ'ল
তেও যে নহ'ল কোৱা
মনৰ কথাটি মোৰ
হিয়াত গুপুতে থোৱা।

কিমান হেঙুলী উষা,
কিমান জোনাকী নিশা,
মিছাতেই গ'ল মোৰ
কিমান গধূলি পুৱা।
মলয়াই কাণে কাণে
মনৰ বাতৰি আনে
নিখিলৰ সুৰে সুৰে
হিয়ালো যে গান জোৰে;
শুনিছানে সেই সুৰ
পৰাণত তোলা মোৰ
হৃদয়ৰ গোৱা গান—
ভালপোৱা ভালপোৱা॥"

অকৃত্রিম হৃদয়ৰ সৰল-সহজ বিষ্ণুপ্ৰসাদৰ প্ৰেম অকল প্ৰিয়লতা দেৱীৰ বাবেই নহয়, সমস্ত মানুহৰ প্ৰতিয়েই নিভাঁজ আৰু নিৰ্মল। প্ৰিয়তমাৰ বিৰহত তেওঁৰ কবি-হৃদয়খনিও মুঞ্জৰিত হৈ উঠিছিল। সেয়েহে তেওঁ ৰচনা কৰি প্ৰিয়তমাক প্ৰশ্ন কৰিলে:

"মোৰ কবিতাৰ ছন্দ লাগি
স্পন্দন তোৰ জাগেনে?
কথা-মালিকাৰ গন্ধ লাগি
সোণৰ সপোন ভাগেনে?
নাচে ভৰা ছন্দে ছন্দে
বিশ্বভৰা মহানন্দে
সেই উল্লাহত হৰ্ষ লাগি
হিয়াত নাচোন উঠেনে?
ৰন্ধ্ৰে ৰন্ধ্ৰে তুলি সুৰ
বাজে মন বাঁহী মোৰ

সেই সুৰতেই শাঁত কৰি লই
পৰিবনে হিয়া জুৰ?
হেৰে হেৰে ফুলে ফুলে
গোন্ধতে আমোলমোল
সেই হেৰতে পুলক জগাই
এবাৰ হিয়াই নাচেনে?"

কিন্তু কায়াহীন প্ৰিয়াৰূপৰ একো সমিধান নাপালে; পিচ মুহূৰ্ত্ততেই মহাপ্ৰকৃতিতেই তেওঁ প্ৰিয়াৰ প্ৰকাশ দেখা পাই যেন উচপ্ খাই উঠিল। সুৰৰ লহৰ তুলি তেওঁৰ গীতি-ভৰা পৰাণত প্ৰতিধ্বনিত হৈ উঠিল:

"মেলি ধুমুহাই ভাইৰ ক'লা চুলিটাৰ
লুকুৱাই তৰা-জোন কৰে যেন এন্ধাৰ।
ক'তেনো বা অকৰুণ সেই কাৰাগাৰ
য'তে মোৰ প্ৰিয়া আছে মোৰ হিয়াত নাই॥
করুণ বিননি হায়! হায়!!"

এনে বেদনাৰ পিচতেই কলাকাৰ 'প্ৰেমিক-কৰি'জনে দেখিলে—

"আউল জাউল খোপাটি খুলি—
আবেশ-আকুল দেহাটি তুলি—
ঘুমতি-হাৰা
নয়ন ভৰা
অলপ খুলি
অলপ মেলি
উঠে জাগি
উঠে জাগি॥

তেতিয়াই বাউল-গায়কজনে গাই উঠিল—

"মহাসাগৰ সিঁচি আনিম
সাত-মাণিকৰ ধন

মেঘৰ বুকু ফালি হিণ্ডিম
বিজুলী-ফুল তুলনং ;
মাণিক ফুলে মুগুৱায়
(যদি) সাত-সৰীতে তোৰ
(হিয়া) ফালি উলিয়াই পিন্ধাম
তেজাল পোৱাল—
মণি মোৰ।"

আৰু বিশ্বৰ ছন্দে ছন্দে মহা আনন্দত নাচিবলৈ তেওঁৰ মন গ'ল। কলিকতা মহানগৰী এৰি তেওঁ তেজপুৰ পালেহি। লিখা কাগজ-পত্ৰবোৰ বোৰ্ডিং আৰু বাকচতেই ভৰাই ললে। দুই-চাৰিখন কিৰাকিৰি পৰিও থাকিল। তেওঁ আহি পোৱাৰ লগে লগে বান ৰঙ্গমঞ্চ পুনৰ সচেতন হৈ উঠিল। নাট-গীত-নাচৰ বাবে আকলুৱা হৈ থকা বহুতেই সন্ধিয়া পৰত তাত সমবেত হবলৈ ধৰিলে। নাট এখন বাছনি কৰি অভিনয়ৰ বাবে আখৰা কৰিব লাগে বুলি কোনো কোনোৱে ইচ্ছা প্ৰকাশ কৰিলে। বিষ্ণুপ্ৰসাদে আলোচনাত যোগ দিলে আৰু সুযোগ লৈ ৰঙ্গমঞ্চৰ চোঁ-ঘৰৰ ভিতৰলৈ গৈ অৰ্গেনটি বজাই নিজৰ ৰচিত গীত গালে। হলঘৰটিৰ ভিতৰত আলচ কৰি বহি থকাসকলে মন্ত্ৰমুগ্ধৰ দৰে তেওঁৰ সঙ্গীত শুনি গ'ল।

এনেতে তেজপুৰ জেলৰপৰা এটি অনুৰোধ আহিল যে বাভাদেৱে কয়দীবিলাকক সঙ্গীত আৰু অভিনয়ৰ শিক্ষা দিব লাগে। তেওঁ বৰ আনন্দ পালে আৰু কয়দী জীৱনৰ বিভিন্ন কথা জানিবলৈ আগ্ৰহান্বিত হৈ পৰিল। ৰামপ্ৰসাদ কাকতি তেতিয়া জেলৰ ডাক্তৰ। তেওঁ নিজেই এজন গায়ক আৰু অভিনেতা। তেওঁ সেই কাৰ্য্যত ৰাভাদেৱৰ সহযোগী হ'ল। এমাহ সঙ্গীত শিক্ষা চলিল। লগে লগে অভিনয়ৰ মূল কথা আৰু টেক্‌নিকবোৰ অভিনয়-আকলুৱা কয়দীবোৰক বুজাই দিলে। ইয়াৰ বাহিৰেও অভিনয়ৰ সাজ-সজ্জা আৰু মেক্‌আপৰ কথাবোৰ থুলমূলভাবে কৈ গ'ল। এজন কণা মানুহ উলিয়াৰ

লাগিলে, চকু এটাত কেনেকৈ বং সানি কৃত্রিম চকু কৰি পেলাব লাগে বং সানি নিজৰ চকু এটাতেই দেখুৱাই দি কয়দীসকলক আচৰিত কৰি তুলিলে।

এই চৰকাৰী আচনি এমহীয়া আছিল। এমাহৰ পিচত জেল-বিষয়াই তেওঁক দৰমহা লবলৈ কাৰ্য্যালয়লৈ মাতিলে। তেওঁ গ'ল। নানা কথাৰ আলোচনা চলিল। শেষত, জেল-বিষয়াই তেওঁক দৰমহাখিনি আগবঢ়ালে। ৰাভাদেৱে হাঁহি মাৰি ক'লে, "যদি কিবা কাৰণত কেতিয়াবা এই জেলবাসীৰ লগতেই থাকিব লগা হয়, তেতিয়াহলে কেনেকৈ এওঁলোকৰ আগত মুখ দেখুৱাম ?"

জেল-বিষয়াই নানাভাবে বুজায়ো তেওঁক টকা লবলৈ সন্মত কৰাব নোৱাৰিলে। পিচত সেই টকাখিনি চৰকাৰৰ ধন-ভঁৰাললৈ তেওঁ ঘুৰাই দিলে। ধন-সোণ-টকা-কড়িলৈ তেওঁৰ কোনোদিনাই লোভ নাছিল।

ইয়াৰ অলপ দিন পিচতেই আগতীয়াকৈ বৰ-লুইতলৈ বানপানীৰ ঢল আহিল। উপনৈবোৰতো পানী সোমাই খেতি-পথাৰবোৰ বুৰাই পেলালে। শিৱসাগৰ, দৰং, কামৰূপ জিলাতকৈ নগাওঁ জিলাত পানীয়ে বিস্তৰ ক্ষতি কৰিলে। খেতিয়ক ৰাইজৰ চাৰিওপিনে হাঁহাকাৰ লাগি পৰিল। বেচৰকাৰী অনুষ্ঠানবোৰে জুকলা ৰাইজক সহায় কৰাৰ বাবে চান্দা-বৰঙনি তুলিবলৈ ধৰিলে।

ৰাভাদেৱে কেইজনমান বন্ধু আৰু ছাত্ৰ গোটাই বৰঙনি তোলাৰ বাবে আগবাঢ়ি আহিল। তেওঁ এটি গীত ৰচনা কৰিলে আৰু গামোচা এখনেৰে হাৰমনিয়মটো ডিঙিত আঁৰি লৈ তেজপুৰ টাউনৰ আলিবাটেদি দলে-বলে বাহিৰ হ'ল। তিনি দিনৰ ভিতৰত বিস্তৰ চাউল, দাইল, নিমখ, মিঠাতেল, গামোচা, পুৰণি কাপোৰ-কানি আৰু টকা তুলি জিলাৰ উপায়ুক্তৰ হাতত জমা দিলে। এই আৰ্হিৰেই আন কেবাঠাইতো ডেকাসকলে সাহায্য সংগ্ৰহ কৰি নগাওঁ জিলাৰ উপায়ুক্ত কে, ডব্লিউ, পি মাৰাৰ চাহাবলৈ পঠিয়ালে। সংগ্ৰহ আশা

কৰাতকৈও বহুত বেছি হৈ পৰিল। সেয়ে এই কাৰ্য্যত ভাৰত চৰকাৰে সেইজনা জিলা-বিষয়ালৈ 'কাইজাৰ-ই-হিন্দ' পদক প্ৰদান কৰিলে। তেতিয়াৰ ইংৰাজ চৰকাৰৰ দিনত সমাজ আৰু ৰাষ্ট্ৰৰ বিশেষ সেৱাৰ বাবেহে এই পদক দিয়াৰ নিয়ম আছিল।

১৯৩৬ চনটো বিষ্ণু ৰাভাই বিভিন্ন সমাজসেৱাৰ কামত তেজপুৰতেই কটালে। প্ৰিয়া-পত্নীৰ চিৰ-বিচ্ছেদত কাতৰ হৈ থকা তেওঁৰ প্ৰাণটোৱে অলপ অলপকৈ শান্তি লাভ কৰি আছিল। এই সময়তেই তেওঁ অনেক গীত ৰচনা কৰি সুৰ-সংযোজনা কৰিলে আৰু ইয়াৰ লগে লগে তেওঁ নৃত্যচৰ্চা আৰম্ভ কৰিলে। কোনো কোনো শাস্ত্ৰীয় নৃত্য কোনো নৃত্যাচাৰ্য্যৰপৰা শিক্ষা লাভ নকৰাকৈয়ে তেওঁ তেনে নৃত্যত নিখুঁত জ্ঞান লাভ কৰিব পৰাটোৱে ৰাভাদেৱৰ প্ৰতিভাৰ পৰিচয় দিয়ে। কোনো গুৰুৰপৰা গীত-বাদ্য-নৃত্যৰ শিক্ষা লাভ নকৰা কবি-নাট্যকাৰ-চিত্ৰকৰ শ্ৰীমন্ত শঙ্কৰদেৱেহে নিজৰ সৃজনী শক্তিৰ দ্বাৰা গায়ন-বায়ন-নৰ্ত্তক হৈ জনতাক শিক্ষা দি শিল্পীৰ আসনত বহুৱাইছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ বিৰাট প্ৰতিভাৰ কথা দোহাৰিবৰ ইয়াত সকাম নাই। বিষ্ণুপ্ৰসাদো আজন্ম গুণ আৰু প্ৰতিভাৰে অসমৰ সঙ্গীত-জগতৰ বৰ-ধেমালিত বৰ-বায়নৰ ৰূপত বিভিন্ন মঞ্চত, ৰাইজ-সভাত, সত্ৰত, শিক্ষাকেন্দ্ৰত, কৃষ্টিকেন্দ্ৰত আৰু ইবাইজ সিবাইজ তিনি ৰাইজত অৱতীৰ্ণ হ'ল। নাট্যশাস্ত্ৰৰ সংস্কৃত শ্লোকেৰে নৃত্যৰ কৰণ, মণ্ডল, দৃষ্টিভেদ, আকাশচাৰী, ভূমিচাৰী, হস্ত ইত্যাদি দেখুৱাই যাব পৰা ক্ষমতা তেওঁৰ অদ্ভুত আছিল। বিভিন্ন স্থানৰ বিভিন্ন শিল্পীক তেওঁ বিমুগ্ধ কৰিলে। বহুতেই অতি আগ্ৰহেৰে তেওঁৰ সঙ্গ-সুখ বিচাৰিলে, অনেক শিল্পী আৰু সাহিত্যিক তেওঁৰপৰা শিকিবলৈ, জানিবলৈ, বুজিবলৈ আগ্ৰহান্বিত হৈ পৰিল।

১৯৩৭ চনত খাছীয়া পাহাৰৰ টিঙত অৱস্থিত প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপূৰ শ্বিলং নগৰত শিল্পী জীৱেশ্বৰ গোস্বামী আৰু সুৰেশ গোস্বামীৰ অসীম যত্নত 'কামৰূপী নৃত্য সংঘ' নামৰ এটি অনুষ্ঠানৰ পাতনি মেলা

হয়। গোলাঘাটৰ খ্যাতনামা নৃত্য-শিল্পী শ্ৰীপ্ৰদীপ চলিহাও তেওঁলোকৰ সঙ্গী হয়। চৰকাৰী কামত থকা কেবাজনো শিল্পীয়ে ইয়াত যোগদান কৰে আৰু তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী ৺গোপীনাথ বৰদলৈ ডাঙৰীয়াই নানাভাৱে সহায় কৰে আৰু শিল্পীদলটোক উৎসাহ দিয়ে। এই সংঘৰ এটা বিশেষত্ব আছিল এই যে ইয়াৰ সকলো নৰ্তকেই পুৰুষ আছিল, কাৰণ এই সংঘটো সম্পূৰ্ণভাৱে সত্ৰীয়া আদৰ্শত গঢ় দিবলৈ যত্ন কৰা হৈছিল। অৱশ্যে অসমৰ মধ্যে বৰনগৰৰ বিখ্যাত অভিনেতা ব্ৰজনাথ শৰ্মাদেৱেই পোন প্ৰথমতে ১৯৩৩ চনত যুৱতী আৰু মহিলা শিল্পী আবাহন কৰি আনে।

এইখিনিতেই এটা কথা মনত পৰে। ১৯৩২ চনৰ শেষ ভাগত বৰনগৰৰপৰা ( দক্ষিণ-গণকগাড়ী ) শৰ্মাদেৱ আমাৰ দাদাৰ লগত ( শ্ৰীঅধৰচন্দ্ৰ দাস ) সন্ধিয়া পৰত এদিন আমাৰ ঘৰলৈ আহে। চাহ-তাহ খাই উঠাৰ পিচত দেউতাই তেওঁক বাতিৰ ভাতসাজ আমাৰ ঘৰত খোৱাত কিবা আপত্তি আছে নেকি সুধিলে। দাদাই তৎক্ষণাৎ কলে যে তেওঁ জাতিভেদ নামানে, তেওঁৰ মতে পৃথিবীখনেই মঞ্চ আৰু আমি সকলো ভাৱৰীয়া, এই ভাৱৰীয়াসকল এক জাতিৰ।

পিচদিনা হঠাতে আমাৰ ঘৰলৈ ক'ৰবাৰপৰা এজন জ্যোতিষী আহিল। আমাৰ দেউতাৰ এইবিলাকত বৰ বিশ্বাস নাছিল। তেওঁ জ্যোতিষীজনৰ লগত ধকমা কথা পাতি পিচত হাতখন দেখুৱাই সুধিলে, "চাওকচোন মই আগতে যাম নে, মোৰ পৰিবাৰ আগতে যাব?"

জ্যোতিষীয়ে হাত চাই অলপ হাঁহি কলে, "আপুনি বাৰ বছৰ আগতে যাব।"

দেউতাই তেওঁৰ স্বাভাৱিক হাঁহিটো মাৰি কৈ উঠিল, "তেনেহ'লে বুঢ়াকালত মোৰ কষ্ট নহয়?"

"আপোনাৰ কষ্ট নাই, আপুনি সুখতেই জীৱনটো কটাব পাৰিব।"

তেতিয়া শৰ্মাদেৱে নাটকীয় ধৰণে তেওঁৰ সোঁ-হাতখন আগবঢ়াই

দি জ্যোতিষীক কলে, "মোৰ এটা বৃহৎ পৰিকল্পনা আছে, হবনে সেই পৰিকল্পনা পূৰণ ?"

জ্যোতিষীয়ে তেওঁৰ হাত আৰু মুখলৈ চাই কিবা সংখ্যা গণনা কৰিলে আৰু ক'লে, "আপোনাৰ পৰিকল্পনা শীঘ্ৰে পূৰণ হ'ব আৰু আপোনাৰ যশস্যা দশোদিশে বিয়পি পৰিব।"

তেতিয়া শৰ্মাদেৱে 'কহিনুৰ অপেৰা পাৰ্টিত' নাৰীৰ দ্বাৰা নাৰীৰ ভাও দিয়াৰ কথা কলে। তেতিয়া আমালোকৰ বয়স কম; কিন্তু এইবোৰ কথা মনত বৈ গৈছে।

ইয়াৰ অলপ দিনৰ পিচতেই ১৯৩৩ চনৰ এক শুভক্ষণত ডুমডুমাৰ নাট্যমঞ্চত তেওঁ ছোৱালীৰ দ্বাৰা অভিনয় মুকলি কৰায়। সেই ছোৱালীকিজনীৰ নাম হৈছে—গোলাপী দাস, ফুলেশ্বৰী দাস, সৰ্বেশ্বৰী দাস, শৈলবালা দাস আৰু বিনোদা গগৈ। অভিনেতা শৰ্মাদেৱে অসমৰ নাট্যমঞ্চলৈ অভিনয় অৰিহণা আগবঢ়াই থৈ গৈছে। তেনেকৈয়ে, কামৰূপ নৃত্য সংঘয়ো .অসম তথা ভাৰতৰ নৃত্য জগতলৈ যথেষ্ট অৰিহণা আগবঢ়াইছে আৰু এটি নব চেতনাৰে অচেতন হৈ থকা নৰ্তকসকলৰ দেহত প্ৰাণৰ সঞ্চাৰ কৰাই থৈ গৈছে। মঞ্চ-জগতৰ এই খ্যাতনামা পুৰুষজনে ১৯১৭ চনত প্ৰথম মহাসমৰত সামৰিক বিভাগৰ (১৪৯ বেঙ্গল ৰেজিমেণ্ট) কামত সোমাই যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল আৰু সেয়েহে তেওঁ ১৯৪২ চনৰ ইংৰাজ-ৰাজৰ বিৰুদ্ধে হোৱা গণ-বিপ্লৱত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ সক্ষম হয়। পিচত পলাতক হিচাপে কিছুদিন ঘুৰি ফুৰাৰ পিচত পুলিচৰ হাতত ধৰা পৰে আৰু কাৰাদণ্ডিত হয়।

কাৰ্টেকৰপৰা মুক্তি-লাভ কৰাৰ পিচত তেওঁ ঘৰলৈ গৈ দেখে যে তেওঁৰ গৃহস্থীখন পুলিচৰ অত্যাচাৰত নিঃশেষ হৈ গৈছে, আনকি তেওঁৰ ঘৰত থকা দীৰতী গাইকেইজনীকো চিপাহীয়ে কম দামতেই বিক্ৰী কৰি দিছে। তেওঁৰ বি অৰ্থনৈতিক বিপৰ্যায় ঘটিল, এই বিপৰ্যায়ৰপৰা তেওঁ জীৱনৰ শেষলৈ নিজক ৰক্ষা কৰিব নোৱাৰিলে। পিচত তেওঁ

নবীয়াত পৰিল আৰু গুৱাহাটীৰ মেডিকেল কলেজ হস্পিটালত আশ্রয় লবলৈ বাধ্য হ'ল। কপর্দকহীন বেমাৰীক চিকিৎসকে কিমান যত্ন লব? দিনক দিনে তেওঁ দুৰ্বল হৈ আহিল। চিপাহীয়ে খেতেলাই দিয়া শৰীৰটোত তেওঁৰ অসহ্য বিষ হ'ল। পৃথিবীৰ-পৰা তেওঁৰ বিদায় লোৱাৰ সময় হৈ আহিল। মঞ্চত অভিনয় কৰাৰ দৰেই তেওঁ দুৰ্বল কণ্ঠস্বৰেৰে কাৰোবাক মাতিলে। কোনো তেওঁৰ কাষলৈ নাহিল। অভিনয়ৰ স্মৃতিবোৰ চকুৰ আগত লৈ লৈ তেওঁ পৃথিবীৰ পোহৰ শেষবাৰলৈ এবাৰ চাই ললে। ডাক্তৰে নাড়ী পৰীক্ষা কৰি দেখিলে যে তেওঁৰ অন্তিম কাল উপস্থিত হৈছে। তেওঁক তেনে অৱস্থাতে বাৰাণ্ডাত উলিয়াই থোৱাৰ মৌখিক হুকুম হ'ল। মঞ্চ-জগতৰ খ্যাতনামা অভিনেতা, সুৰ-সংযোজক, পৰিচালক, বিপ্লৱী ব্ৰজনাথ শৰ্মাৰ সেই হস্পিটালৰ বাৰাণ্ডাতেই ১৯৬০ চনত পৰলোক ঘটিল। এই খবৰটি বিষ্ণুপ্ৰসাদৰ কাণত পৰাৰ লগে লগে তেওঁ অস্থিৰ হৈ পৰিল আৰু তত্তালিকে গুৱাহাটীলৈ আহি খা-খবৰ লৈ বেতিয়া বাহিৰত খবৰটো ব্যক্ত কৰিলে, তেতিয়া কোনো কোনো ক্ৰোধান্বিত হ'ল। কোনোৱে পালে লাজ। স্বাধীন অসমৰ মন্ত্ৰী, ডা-ডাঙৰীয়া, বিষয়াসকল তেতিয়া অন্য চিন্তাত নিশ্চয় ব্যস্ত হৈ আছিল।

১৯৩৮ চনত 'কামৰূপী নৃত্য-সংঘ'ই গুৱাহাটীৰ 'কুমাৰ ভাস্কৰ নাট্য মন্দিৰ'ত নৃত্য প্ৰদৰ্শন কৰে। তেতিয়ালৈ বিষ্ণুপ্ৰসাদক ইয়ালৈ উদ্যোক্তাসকলৰ ফালৰপৰা কোনো আহ্বান জনোৱা নাই। সেই সময়ত জ্যোতিপ্ৰসাদ আগৰৱালা ডাঙৰীয়া 'ইন্দ্ৰমালতী' ছবিখনৰ কামত ব্যস্ত। এনে সময়তে কিবাকৈ বাভাদেৱলৈ গোস্বামীদ্বয়ৰ আকুল আহ্বান গৈ পালে। তেতিয়া তেওঁ তেজপুৰত নিজ ঘৰত নৃত্য-চৰ্চাত নিবিড়ভাবে ব্যস্ত আছিল। এই আহ্বানে তেওঁক জাগ্ৰত কৰি তুলিলে। ট্ৰুবিং-বেগ এখনত কিবাকিবি কাপোৰ দুটামান ভৰাইলৈ তেওঁ গুৱাহাটীলৈ আহিল। নৃত্য-সংঘৰ সকলোৱে তেওঁক পাই মন-প্ৰাণ আনন্দত নাচি উঠিল।

গুৱাহাটীৰপৰা শিল্পীৰ দলটো বৰপেটালৈ আহিল। মহাশিল্পী মহাপুৰুষ দুজনা গুৰু, তেৰা দুজনাৰ শিষ্য-প্ৰশিষ্য ন-জনা আতা, চাৰিজনা ঠাকুৰ, পঁচিশ আচাৰ্য্য, বাৰকুৰি আতৈৰ পবিত্ৰ পদধূলিৰে বন্দিত বৰপাট সত্ৰ বাতাদেৱৰ সদায় নমস্য আৰু চিৰচেনেহৰ। এই স্থানৰ অনুপ্ৰেৰণাই তেওঁৰ শিল্পী জীৱনক যথেষ্ট মহিমামণ্ডিত কৰি ৰাখিছে। ইয়াৰ সূত্ৰধাৰ, গন্ধিয়া-গায়ন, বাঘা-বায়ন, ব্যাসকীৰ্ত্তনৰ ওজা, ঘোষা-কীৰ্ত্তনৰ থুল, পাঠক, সঙ্গীতজ্ঞ, চমজদাৰ, সকলো তেওঁৰ আপোন। বিশেষকৈ বিষ্ণুপ্ৰসাদ থকা বাবেই সংঘৰ নৃত্য প্ৰদৰ্শন চাবলৈ দৰ্শকৰ দলদোপ হেন্দোলদোপ লাগি পৰিল। বিষ্ণু ৰাভাই দুদিনত দশ-অৱতাৰ আৰু শিৱৰ তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰিলে। আন শিল্পীসকলে ঝুমুৰা, সূত্ৰধাৰী, কালী-দমন ইত্যাদি। শিৱ-নৃত্য-বিশাৰদ নৰ্ত্তক ৰাভাৰ নৃত্যত সুস্পষ্ট হৈ উঠিল—

ধিমিৰ্দ্ধিমিৰ্দ্ধিমিদ্ধন মৃদঙ্গতুঙ্গ মঙ্গল
ধ্বনিক্ৰম প্ৰৱৰ্ত্তিত প্ৰচণ্ডতাণ্ডৱ শিৱ ॥

বৰপেটাৰ গায়ন-বায়ন সকলোৱে তেওঁক আগুৰি ধৰি নিজৰ নিজৰ মনৰ আনন্দ আৰু তেওঁৰ প্ৰতি থকা শ্ৰদ্ধা-চেনেহ-প্ৰশংসা প্ৰকাশ কৰিবলৈ ধৰিলে। সেই দুদিন বৰপেটা যেন এখন নতুন বৰপেটা হৈ পৰিছিল। সঙ্গীত-নৃত্য চৰ্চাৰ বাবে এটি নৱ-জাগৰণৰ সৃষ্টি হ'ল।

বৰপেটাত পীতাম্বৰ ওজাৰ শিষ্য গুৰুপ্ৰসাদ ওজা এই সংঘত প্ৰবেশ কৰে। এওঁৰ দশাৱতাৰ নৃত্যত ৰাভাদেৱ মুগ্ধ হৈ সেই নৃত্য তেওঁৰ বাবেহে আচুতীয়া কৰে। ইয়াৰ পিচত ৰাভাদেৱে দশ-অৱতাৰ নৃত্য মঞ্চত প্ৰদৰ্শন কৰা নাই।

গুৰুপ্ৰসাদ ওজাই ১৯৩০ চনত বেনাৰসৰপৰা মেট্ৰিক পাছ কৰিছিল আৰু কলেজত কেইদিনমান পঢ়িয়েই ঘৰুৱা বেমেজালিৰ বাবে ছাত্ৰ-জীৱনৰ সামৰণি মাৰিব লগা হয়। এওঁ কলিকতাৰ গ্লোব থিয়েটাৰৰ মঞ্চত দশাৱতাৰ নৃত্য প্ৰদৰ্শন কৰিছিল আৰু তেওঁৰ

নির্ভুঁত, সুন্দৰ নৃত্য দেখি গুৰু সদয় দত্ত আদি সঙ্গীত-নৃত্য-বিশাৰদসকলে তেওঁক অশেষ প্ৰশংসা কৰিছিল। এওঁৰ প্ৰায় পচপন্ন বছৰ বয়সত ১৯৭২ চনৰ ৬ জুন তাৰিখে দেহাৱসান হয়। জীৱনৰ শেষ দিনকেইটাত তেওঁৰ অভাৱ, অনাটন আৰু সামাজিক অৱহেলাত মগজুৰ বিকৃতি হোৱাৰ নিচিনা অৱস্থা হৈছিল। জীৱনৰ শেষ দিনকেইটাত তেওঁৰ আয়-উপাৰ্জনৰ পথ একো নাছিল। সেই সময়ত বৰপেটাত কাম ক'ত নবিয়া হৈছে, কোন শয্যাগত হৈ আছে, সেইবোৰৰ খা-খবৰ কৰি ৰাতি উজাগৰে থাকি কণীয়াৰ আলপৈচান ধৰি আৰু নামঘোষা-কীৰ্তন-ঘোষা স্তৱ-সকলে পাঠ কৰি দিন-ৰাতি কটাইছিল।

৺ওজাই বৰপেটাৰ মাধৱ চৌধুৰী কলেজত কিছুদিনৰ বাবে লাইব্ৰেৰীৰ বিয়াৰাৰ কামত ভৰ্তি হৈছিল। সেই কাম কৰি থকা সময়ত তেওঁৰ মন কিছু সুস্থিৰ হৈছিল যদিও তেওঁৰ দুই পুত্ৰৰ সকটিৰ টান নবিয়াৰ বাবে তেওঁ অশেষ জীয়াতু ভুগিব লগা হয়। তেওঁ কৰ্মহীন হোৱাৰ পিচতেই এটি পুত্ৰৰ মৃত্যুৱে তেওঁৰ মনত অশেষ দুখ দিয়ে। সেয়েই পিচলৈ মৃত্যুশয্যাত পৰি থকা মানুহকহে তেওঁ বেছি ভালপোৱা হৈছিল। এনেহেন মহৎ শিল্পী এজনে সামাজিক সমাদৰ বা স্বীকৃতি কোনোদিনেই নাপালে।

এই গ্লোব থিয়েটাৰৰ মঞ্চতেই ৰাতাদেৱেও 'কামৰূপ-সৃষ্টি' নামৰ তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰি দৰ্শকক চমৎকৃত কৰি তোলে। বঙ্গদেশৰ ব্ৰতাচাৰী নাচৰ প্ৰৱৰ্তক গুৰু সদয় দত্ত, বিশ্ব-বিখ্যাত নৰ্তক উদয়শংকৰ, খ্যাতনামা নৰ্তকী সাধনা বোস আদি বিশিষ্ট দৰ্শক সেই অনুষ্ঠানত উপস্থিত আছিল।

তাণ্ডৱ নৃত্যৰ এশ আঠ কৰণ সুন্দৰভাৱে প্ৰদৰ্শন কৰাত গুণী নৃত্য-শাস্ত্ৰ বিশাৰদসকল বিমোহিত হৈ পৰে। কিন্তু ৰাতাদেৱৰ মতে তেতিয়াও তেওঁ সেই নৃত্য সৰ্বাঙ্গ সম্পূৰ্ণ ৰূপে তুলিব পৰা নাছিল বুলিহে নিজে নিজে বিশ্বাস কৰিছিল। অৱশ্যে পিচলৈ তেওঁ সেই শিক্ষা সম্পূৰ্ণ কৰি তুলিব পাৰিছিল।

নাচৰ শেষত ভক্ত সদয় দত্ত মহাশয়ে ৰাভাক সাৱটি মাৰি ধৰি প্ৰশ্ন কৰিলে: "ওহে ছোকরা, তোমার নৃত্যে এত সরলতা এবং পবিত্রতা কোথা থেকে পেলে ?"

অসমী আইৰ সুযোগ্য সন্তান বিষ্ণুপ্ৰসাদে সগৌৰৱে টুলুবকৈ উত্তৰ দিলে—"আমাদের শঙ্করী ধর্মের অনুষ্ঠান থেকে।"

এই কথাষাৰ শুনি দত্তই অতিশয় আনন্দিত হৈ তেওঁক চুমা খালে।

সত্ৰীয়া নৃত্যবোৰ দেখি সদয় দত্তই মত প্ৰকাশ কৰি কৈছিল যে এনেহেন সুন্দৰ নৃত্যসমূহৰ প্ৰবৰ্তক শ্ৰীশঙ্কৰদেৱে স্ত্ৰী নোহোৱাকৈ যি নৃত্যৰ সৃষ্টি কৰি থৈ গ'ল, সেইজনা দূৰদৃষ্টিসম্পন্ন কেনে প্ৰতিভা-শালী মহাপুৰুষ আছিল তাক ভাবিব নোৱাৰি !

অভিনেতা ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ পুতেক শ্ৰীনিৰঞ্জন বৰঠাকুৰে নৃত্য-শিল্পী উদয়শঙ্কৰক পিচত মিচিকীয়া হাঁহি এটা মাৰি সুধিলে: "শ্ৰীৰাভাৰ নৃত্য কেনে দেখিলে ?"

তেওঁ গহীনভাৱে উত্তৰ দিলে—"There are some peculia-rities in Mr. Rava's dance which I must learn."

পিচত উদয়শঙ্কৰে হিন্দী আলোচনী "সংগীত"ৰ এটি প্ৰবন্ধত ৰাভাদেৱৰ নৃত্যক প্ৰশংসা কৰিছে।

গ্ৰোৱৰ সেই দৰ্শকসকলৰ মাজত কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক এজন অসমৰ তীৰ্থনাথ শৰ্মা ডাঙৰীয়াৰ কাষতেই বহি আছিল। তেওঁ শৰ্মা ডাঙৰীয়াক কৰলৈ ধৰিলে যে "ভাৰতৰ বহুত ঠাইত প্ৰাচ্য নৃত্য দেখিছোঁ, কিন্তু নৃত্যশাস্ত্ৰৰ নিৰ্দেশানুৰূপে নৃত্য কৰা এনে নৃত্য আগতে দেখা নাই।" শৰ্মা ডাঙৰীয়াৰ সুন্দৰ বগা মুখখনত এটি গৌৰৱময় হাঁহিৰ ৰেখা বিৰিঙি উঠিছিল।

কলিকতাৰপৰা নৃত্য সংঘ কোচবেহাৰলৈ যাত্ৰা কৰে। অসম-কামৰূপৰ পুৰণি মিত্তিৰ স্থানৰপৰা শিল্পীসকল মনৰ আনন্দত পুনৰ কলিকতাইদি ভাৰতৰ বিভিন্ন স্থানত ভ্ৰমণ কৰাৰ আচনি লৈ মহানগৰী কলিকতা পালেগৈ। শিল্পীৰ তাও লোৱা অশিল্পী লোককো আমি

ভুলতে কেতিয়াবা শিল্পী বুলি কওঁ। তেনে লোকৰ মাজতে কিবা কথা লৈ সংঘাত খৰিয়ালৰ সৃষ্টি হ'ল। কোনো কোনোৱে তেতিয়াই তাৰপৰা ঘৰমুৱা হ'ল। প্ৰকৃত সাধক শিল্পীসকল অবাক-হৈ পৰিল। সুন্দৰ গোস্বামীদ্বয়ে মনৰ বেজাৰত কলিকতা এৰিলে। কিন্তু বিষ্ণুপ্ৰসাদক তেওঁৰ পুৰণি বন্ধু-বান্ধৱ আৰু গুণগ্ৰাহীয়ে ইমান সোনকালে এৰি দিব নুখুজিলে। তেওঁ নাচি থাকোঁতেই যেন মঞ্চৰ বাজনা স্তব্ধ হৈ পৰিল; তেওঁৰ নাচৰ যেন তাল ভঙ্গ হ'ল। বৰ-ধেমালিৰ বৰ-বায়নে কপালৰ ঘাম মচি সুস্থ হ'ল। পৰবৰ্তী দৃশ্যৰ বাজনাৰ বোল তেওঁৰ মনৰ মাজলৈ আহিল। তেওঁ অসমৰ সমগ্ৰ থান-সত্ৰত ঘূৰি সিচঁৰতি হৈ থকা নৃত্যবোৰৰ অনুসন্ধান কৰিব, বাজনাবোৰো সংগ্ৰহ কৰিব, ৰাগৰ বিচাৰ কৰিব আৰু শাস্ত্ৰীয় সাজ-সজ্জা, ঢৌ-মুখাৰ চিত্ৰ আঁকি সংৰক্ষণৰ ব্যৱস্থা লব। তেওঁৰ হিয়াৰ মাজত বৰ-ধেমালিৰ বাজনাৰ শ্লোকৰ প্ৰতিধ্বনি উঠিল :

"শ্ৰীমদ্‌যশোদে সুতপদ কমলে
নাষ্টিৰ্ভক্তিৰ্ণৰানাং।
যেষাং মাভিৰকণ্ঠেগুণিগণকথনে
নানুৰক্ত ৰসজ্ঞা॥
যেষাং শ্ৰীমৎমুৰাৰু ৰাম নাম
ময় মধ্যৌ।
তাং ধিক্ তাং ধিক্ ধিকৃতাং
কথয়তি
নিয়তাং ইতি
মৃদঙ্গ বাজত॥'

॥ তেৰ ॥

## কাৰনানীৰপৰা কমলাবাৰীলৈ

অসমৰ শিল্পীসকলে কলিকতাৰপৰা নিজৰ নিজৰ ঘৰলৈ বেজাৰ মনেৰে যাত্ৰা কৰিলে। তেতিয়া আকাশী-যানৰ চলাচল নাছিল। সকলোৱে ৰেল-গাড়ীতেই অহা-যোৱা কৰে। আজিৰ দৰে তেতিয়া ৰেল-গাড়ীত যাত্ৰীৰ বৰ ভীৰ নাছিল। বন্ধু-বান্ধৱৰ লগত গল্প কৰি কৰি বেছ আৰামতেই আহিব পৰা অৱস্থা। কোনো কোনো নটুৱাৰ সপোন ভাগিল, কোনো কোনোৱে আকৌ ন-সপোন লৈহে ঘৰমুৱা হ'ল।

পুৰণি বন্ধু-বান্ধৱসকলে বিষ্ণু ৰাভাক তেতিয়াই কলিকতা এৰিবলৈ নিদিলে। পূৰ্বৰ টান তেওঁৰো এটি আছে। প্ৰিয়াপত্নী প্ৰিয়লতা নিমিষতে নোহোৱা হৈ যোৱা ৰৱনগৰখনত অশৰীৰী প্ৰিয়লতাক চাবলৈ যেন তেওঁৰ অদম্য হেঁপাহ হ'ল। সেই সঙ্গীতৰ আড্ডাবোৰলৈ গৈ হিয়া খুলি একোবাৰ গাবলৈ তেওঁৰ মন গ'ল। কোনো কোনোৱে তেওঁক অনুৰোধ কৰিলে যে তেওঁ তাত কিছুদিন থাকি ল'ৰা-ছোৱালীক গীত-নাচ শিকাব লাগে। তেতিয়া মাধৱ চলিহা, হলিৰাম ডেকা, দীননাথ শৰ্মা, তৰুণ বৰুৱা আদি খ্যাতনামা লোকসকল সপৰিয়ালে কলিকতাত আছিল। এইসকলৰ বাহিৰেও অনেক বি-এ, এম-এ পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰ-ছাত্ৰীৰো তাত অভাৱ নাছিল। এই সকলোৰে অনুৰোধত ৰাভাদেৱে তাত কিছু-

দিন থাকিবলৈকে স্থিব কবি 'কাবনাব মেনচন' (ওআহেল) পার্ক চাৰ্কাহত এটি 'ফ্লেট' ভাড়া কবিলে। তাতেই পোন প্ৰথমতে নাচব আখবা চলিল। কলিকতাত থকা 'এ-এচ্-এল ক্লাবে' তেওঁব এই কামত আগভাগ লৈ ল'বা-ছোৱালী সংগ্ৰহ কবি আনি দিলে। এই-সকলব শিক্ষার্থীব ভিতবত বিখ্যাত গায়ক শ্ৰীদিলীপ শৰ্মাও এজন আছিল। পোন প্ৰথমতে তেওঁ এই আখবাতেই তেওঁব সঙ্গীত-জীৱনব সমল সংগ্ৰহ কবিবলৈ সক্ষম হৈছিল। বিষ্ণুপ্ৰসাদে তেতিয়া প্ৰাচ্যসঙ্গীত আৰু নৃত্যব গভীৰ অধ্যয়ন কৰে, গীত বচে আৰু ছবি আঁকে। থকা কোঠাতো তেওঁব আগব অভ্যাসব দৰেই ইটাব পকী বেবত নানা চিত্ৰ আঁকি কোঠাটো তীৰ্থস্থানব দবে সজাই তোলে। নৃত্যব বিষয়ে একো নজনা লোককো নৃত্য শিক্ষা দিব পাবিনে নোৱাবি, তাব পৰীক্ষা কবিবলৈ তেওঁ দুজনী বিহাৰী মজদুবব ছোৱালী লৈ আহি নাচ শিকালে। অলপ দিনব ভিতবতে ছোৱালী দুজনীয়ে সুন্দৰকৈ নাচিব পৰা হ'ল। অলপ কেইদিনমান পিচতে এ-এচ্-এল-ক্লাবব অধিবেশনত এই ছোৱালী দুজনীয়ে নাচ দেখুৱাই দৰ্শকসকলক বিস্মিত কৰে।

অলপ দিনব পাচত হঠাৎ এদিন বিষ্ণুপ্ৰসাদ অসমলৈ আহিবলৈ ওলাল। তেতিয়াব ছাত্ৰ শ্ৰীৰজনীকান্ত চৌধুৰী আৰু শ্ৰীবিনয়কুমাৰ চৌধুৰীক তেওঁব বহাত লগ পাই কৈ উঠিল: "যাবব হ'ল, বটদ্ৰৱাৰ সূকযব মিঠা ব'দ ববকৈ গাত পৰিছে, তাত কবিব লগা কাম বহুত। তেজপুৰবপৰা ওলাই যাম—ববপেটা, বটদ্ৰৱা আৰু আন আন ঠাইলৈ।"

তেওঁলোক দুয়ো বব আচৰিত হ'ল। কিন্তু মুক্ত বিহঙ্গমক কোনে ধৰি বাখিব? ইপিনে তেওঁব হৃদয়ব সুন্দৰব কাবেং ঘৰত বাজি উঠিছে:

কুপাজ উপাজ ভুপাজ জৰিজং
ভুধবস ধব ধব

খেলা খেলা খেলিকং
থৈয়ে থৈয়ে থৈয়ে
খেলা খেলা খেই
খেলা খেলা খেই ॥

সুন্দৰৰ সৈতে ৰাভাদেৱে তেজপুৰ পালেহি। পুনৰ তেজপুৰৰ সুন্দৰৰ পূজাৰীসকলৰ মাজত উৎসৱ-মাখল লাগি পৰিল। নাট্যকাৰ ফণী শৰ্মা, চন্দ্ৰ গোস্বামী আদি বিভিন্ন ন-পুৰণি অভিনেতা, গায়ক-বাদক সকলোবিলাকেই আহি বান বজমকত লগ হ'ল। নানা কথা আলোচনা চলিল। সঙ্গীত বিদ্যালয়খন পূৰ্ণাঙ্গ কৰাৰ আঁচনিবোৰ ৰাভাদেৱে মৌখিকভাবে দাঙি ধৰিলে।

এনে সময়তে ১৯৩৯ চনৰ কোনোবা এটি শুভ দিনত কাশী হিন্দু বিদ্যালয়ৰপৰা ৰাভালৈ নিমন্ত্ৰণ আহিল—তেওঁ তালৈ গৈ নৃত্য প্ৰদৰ্শন কৰিব লাগে। বৰ আনন্দেৰে তেওঁ সেই আমন্ত্ৰণ গ্ৰহণ কৰি প্ৰস্তুতি চলালে। দিনে-ৰাতিয়ে তেওঁ আখৰা কৰিলে। কোনো কোনো বন্ধুৱে বহুত ৰাতিলৈ তেওঁৰ আখৰা চাই বিস্মিত হ'ল। বিভিন্ন মুদ্ৰা-অঙ্গন্যাসৰ বিষয়ে থকা সংস্কৃত শ্লোকবোৰ মুখস্থ মাতি তেওঁ কৰণ, দৃষ্টিভেদ, ৰস-প্ৰকৰণ প্ৰকাশৰ চেষ্টা কৰি যায়। তেওঁৰ বন্ধুসকলে মন্ত্ৰমুগ্ধৰ দৰে অবাক হৈ বৈ থাকে। তেওঁলোকে অনুভৱ কৰে যেন স্বয়ং নটৰাজ শিৱ দেৱতাহে কৈলাসৰপৰা নামি আহিছে।

এনেদৰে নাচিবলৈ গলে গায়ন-বায়নৰ দল লগত নিনিয়াকৈয়ে যি কোনো ঠাইৰ গায়ন-বায়নক তেওঁ অলপ সময়ৰ ভিতৰতে নাচৰ বাজনাখন, কি কি বাদ্য-যন্ত্ৰ ব্যৱহাৰ কৰিব, ক'ত কেনেকৈ মান দিব, ক'ত বাজনা দ্ৰুত হ'ব, কেনেকৈ সামৰণি পৰিব, ইত্যাদি কথা সুন্দৰভাবে শিকাই লয়। শেষত বাজনা আৰু নাচ এনে হৈ পৰে যে দুয়োটাই এটা হৈ এক আত্মা হয় আৰু তাতেই তেওঁৰ নাচৰ সাৰ্থকতা। তেওঁ কৈছিল যে বাজনা আৰু নাচ এক হৈ থাকিলে, নৰ্তকৰ কেতিয়াও তাগৰ লাগিব নোৱাৰে।

এনেদৰেই প্ৰস্তুতি কৰি বিষ্ণুপ্ৰসাদ কাশী হিন্দু বিশ্ববিদ্যালয়ত উপস্থিত হ'লগৈ। তেওঁৰ সুন্দৰ-সুঠাম স্বাস্থ্য, হাঁহি ভৰা মুখ, শিল্পীসুলভ কথা-বতৰাত সকলো মুগ্ধ হৈ পৰিল। তেওঁ মঞ্চলৈ গ'ল। গায়ন-বায়নসকলৰ লগত কথা-বতৰা হৈ সকলো বুজাই দিয়ে আৰু পিচত মুখেৰে বাজনাখন কৈ গ'ল। তেওঁলোকে প্ৰথমতে এবাৰ বজাই শুনালে। দ্বিতীয়বাৰত ক'ত কি খুঁত আছিল সেইবোৰ হাতত তাল দি দি বুজাই দিলে। পৈণত বায়নৰ সেইবোৰ সংগীতৰ শাস্ত্ৰীয় কথা বুজিবলৈ বেছি সময় নালাগিল।

সেই অনুষ্ঠানলৈ ভাৰতৰ বিভিন্ন স্থানৰ গায়ন, বায়ন, নৰ্তক আহি উপচি পৰিছিল। বিভিন্নজনে বিভিন্ন নৃত্য দেখুৱাব, সকলোৱে নিজ নিজ নৃত্যৰ অভ্যাসত ব্যস্ত। ৰাভাদেৱে কিন্তু খুব কম সময়ৰ ভিতৰতে নিজৰ নৃত্য প্ৰস্তুতি কৰি থৈ বিভিন্নজনৰ লগত তেওঁৰ স্বাভাৱিক সুন্দৰ হাঁহিটিৰে কথা-বতৰা হ'ল, চিনাকি হ'ল আৰু কোনো কোনোৰ লগত মিতিৰালিও পাতিলে।

সাধাৰণতে শিৱৰ তাণ্ডৱ নৃত্যটো এটি ঘটনাৰ আলম লৈহে নৃত্য আৰম্ভ কৰা হয়। যেনে, ৰতিপতিৰ শিৱৰ তপস্যা ভঙ্গৰ আগমন, শিৱৰ তপস্যা ভঙ্গ, শিৱৰ কোপ আৰু লগে লগে তাণ্ডৱ আৰম্ভ; নাইবা গজাসুৰ বধৰ পিচত শিৱৰ তাণ্ডৱ নৃত্য, ইত্যাদি। কিন্তু নৃত্যাচাৰ্য্য ৰাভাদেৱে কামৰূপী নৃত্য সংঘত থুৰোঁতেও তেনে ঘটনাৰ আলম লোৱা নাছিল আৰু এইবাৰো এই বিশ্ব-বিখ্যাত বিশ্ববিদ্যালয়ৰ ৰঙ্গমঞ্চতো তেনেকৈয়ে এটি নতুনত্ব আৰু অভিনৱত্বৰে নৃত্য আৰম্ভ কৰি দিলে। তেওঁ শিকাই দিয়া মতেই বাজনা বাজিবলৈ ধৰিলে। তেওঁ ১০৮ বিধ নৃত্যৰ কৰণ এটি-এটিকৈ নিখুঁতভাৱে দেখুৱাই গ'ল। দক্ষিণ ভাৰতৰ চিদম্বৰাম শিৱ মন্দিৰত শিৱ-তাণ্ডৱৰ এই এশ আঠ বিধ কৰণ শিলত খোদিত হৈ আছে। নৃত্য-পিপাসু অনেকেই সেই কৰণবোৰ নটৰাজ ৰাভাদেৱৰ নৃত্যত দেখি বিস্মিত হৈ পৰিল, তেওঁলোকৰ শৰীৰ ৰোমাঞ্চিত হ'ল।

সৃষ্টি, ধ্বংস, গতিৰ ছন্দ নৃত্যত মূৰ্তিমান হৈ পৰিল আৰু বিশ্ব-বিকাশৰ ৰূপ প্ৰতীকস্বৰূপে ব্যক্ত হ'ল, অভয়হস্ত, বৰদাহস্ত, শব্দ-ব্ৰহ্মাৰ ডম্বৰু, অগনি, অগ্ৰগতি, নিৰ্ভয়, অসুৰ নিধন, মুক্তি, শান্তি ইত্যাদি প্ৰকাশ হৈ উঠিবলৈ ধৰিলে। সৌ তাহানিখন লুইতপৰীয়া ডেকাগিৰী সুন্দৰ শ্ৰীমন্ত শঙ্কৰৰ 'চিহ্ন-যাত্ৰা' দেখি 'নজানিলা সভাসদে কিবা ৰাত্ৰি দিন'ৰ নিচিনা, কাশী বিশ্ববিদ্যালয়ৰ মঞ্চৰ দৰ্শকবৃন্দৰো তেনুৱা অৱস্থাই যেন আহি পৰিল।

নৃত্য এটি মধুৰ সপোনৰ দৰেই শেষ হৈ পৰিল। আৰু কিছু কাল যেন সেই নৃত্য দৰ্শন কৰিব পৰা হলে ভাল হ'লহেঁতেন তেনে ভাবত সকলো অভিভূত হ'ল। চাৰিওপিনে মেঘ-গৰ্জনৰ দৰেই হাত-চাপৰি বাজি উঠিল। জাউৰিয়ে জাউৰিয়ে প্ৰশংসাৰ ধ্বনি শুনা গ'ল। সকলোৱে একবাক্যে কৈ উঠিল যে মহা-ভাৰতবৰ্ষত এনে নৃত্যপটু লোক তেওঁৰ বাহিৰে আন কোনো নাই। গুণীসকলৰ বিচাৰত সেই অনুষ্ঠানৰ তেওঁ শ্ৰেষ্ঠ নৰ্তকৰ সন্মান লাভ কৰিলে। বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ দ্বাৰা তেওঁ পুৰস্কৃত হ'ল। চাৰিওপিনে দৰ্শকবৃন্দই আনন্দত কিৰিলি পাৰি উঠিল।

সগৌৰৱে তেওঁ তেজপুৰলৈ উভতি আহিল। তেওঁৰ বন্ধু-বান্ধৱ আৰু গুণগ্ৰাহীসকলে তেওঁক আগুৰি ধৰিলে। কিমানৰ যে কিমান প্ৰশ্ন! সকলোৰে কিন্তু চকুৱে-মুখে আনন্দ আৰু তৃপ্তিৰ ভাৱ। শিল্পীৰ সাৰ্থকতাত সকলোৰে হৰষিত চিত্ত।

তেজপুৰৰ ন-পুৰণি বিভিন্ন শিল্পী, অভিনেতা, খেলুৱৈ, চমজদাৰ-সকলৰ এটি সমাবেশ হ'ল। সকলোৰে যেন ৰাভাদেৱেই কেন্দ্ৰ। বুৰঞ্জীকে আৰম্ভ কৰি গীত, বাদ্য, নৃত্যৰপৰা ভূগোলৰ আৱৰ্তন-বিৱৰ্তনলৈকে সকলো কথাৰেই আলাপ-আলোচনা হয়। এই সকলোৰে ভিতৰত ফণী শৰ্মা আছিল অন্যতম। তেওঁৰ ঘৰুৱা নাম আছিল বলীন আৰু তেজপুৰত বিশেষকৈ তেওঁ সকলোৰে মাজত এই নামেৰেই জনাজাত। ভবিষ্যতলৈ অভিনেতাৰ প্ৰতিভাৰে তেওঁ বান

ৰংমঞ্চত অভিনয় আৰম্ভ কৰে। এদিন নাট্য আলোচনাত ৰাভাদেৱে এটি মন্তব্য দি কলে যে বেছিকৈ খৰচ কৰিলেই নাটক উৎকৃষ্ট হব নোৱাৰে, বৰ ৰংমঞ্চৰ দৃশ্যাৱলীতকৈ এক ৰকমৰ ৰংমঞ্চই উৎকৃষ্ট। ভাৰতীয় নাট্যশাস্ত্ৰত যিবিলাক ৰঙ্গ-পীঠৰ উল্লেখ পোৱা যায়, সেইমতে সমভাগে বিভক্ত ৰংমঞ্চ, ত্ৰিকোণাকৃতি ৰংমঞ্চ, ঘোঁৰাৰ খুৰা অনুৰূপী ৰংমঞ্চই বৰ্ত্তমান যুগত বেছি উপযোগী। ফণী শৰ্মাই পোন-প্ৰথমতে বিষ্ণু ৰাভাৰপৰাই ৰংমঞ্চৰ বিভিন্ন জ্ঞান, নাটক লিখাৰ বিভিন্ন টেকনিক আৰু অভিনয়ৰ মূল কথাবোৰ জানিব পাৰিছিল। ৰাভাই কিন্তু তেওঁৰ এটি গুণৰ কথাই বহুতৰ আগত কৈছিল, সেইটো হৈছে তেওঁৰ অদ্ভুত পৰ্য্যবেক্ষণ শক্তিৰ কথা। সঁচাকৈয়ে এই ফণী শৰ্মাই পিচলৈ অসমৰ ৰংমঞ্চত এক আলোড়নৰ সৃষ্টি কৰিব পাৰিলে।

এদিন তেওঁলোকৰ আলোচনাত কুমাৰ ভাস্কৰবৰ্ম্মা ৰজাৰ কথা ওলাল। তেওঁৰ দূত হংসবেগৰ নাম কিছুমানে শুনিছেহে, ভালকৈ নাজানে। মগধৰ ৰজা হৰ্ষবৰ্দ্ধনৰ লগত এইজনা অসুৰবংশীয় ৰজাই যে মিত্ৰতা স্থাপন কৰিছিল কোনো কোনোৱে অসমৰ বুৰঞ্জীত চমুকৈহে পাইছে। কামৰূপাধিপতিয়ে মগধ অধিপতিলৈ কি কি উপঢৌকন দি পঠিয়াইছিল সেই বিৱৰণ বাণভট্টৰ 'হৰ্ষচৰিত'ত বিস্তৃতভাৱে থকা বুলি ৰাভাদেৱে কোৱাত ফণী শৰ্মাৰ বাহিৰে বাকীবিলাক নিমাত হ'ল। মাথো ফণী শৰ্মাইহে কৈ উঠিল: "কোৱাচোন কি কি বস্তু দিছিল?"

বিষ্ণু ৰাভাই এটি স্বাভাৱিক শব্দহীন হাঁহি মাৰি কবলৈ ধৰিলে—"সেয়া অসমৰ গৌৰৱ, এনে গৌৰৱৰ অধ্যায়বোৰ বুৰঞ্জীত ঠাই পাই আছে। সেয়া অনেক বস্তু, তাত জুলীয়া গুড়ৰ কলহো আছিল; আৰু আছিল ৰমক্-জমক্কৈ থকা আভোগ-ছত্ৰ এটি, ৰজাৰ মুকুটত থুৰাবলৈ তিৰ্-বিৰোৱা মণি, হীৰা-মুকুতা খটোৱা অ-অলঙ্কাৰ, বেতৰ জপাৰ ভিতৰত ৰখা বেচ্মী কাপোৰ, এড়ি-মুগা-পাটৰ অতি মিহি কোমল বস্ত্ৰ, শাঁচিপতীয়া পুথি, অতি সোৱাদৰ কিৰ্কিত বাগি লগা আমৰ ৰস, অগৰু, সুগন্ধি তেল, ধব-বগা কৰ্পূৰ, মৃগনাভী-

কস্তুৰী, ছবি আঁকা তুলি আৰু নানা বৰণৰ মহীচুৰা, গোৱালমণিৰে তৈয়াৰী এটি বাহত এহাল ঢাকৈ-চকোৱা, সোণৰ পানী চৰোৱা নানা চিত্ৰ-বিচিত্ৰ বেতৰ পিঞ্জৰাত অসমৰ মিঠা মিঠা মাত-কথা কোৱা ভাটৌ আৰু ময়না চৰাই, বগা আৰু ক'লা চোঁৱৰ, বিচুৰ শঙ্খ, তিতিত সোণৰ শিকলি লগোৱা কিন্নৰজাতীয় মানুহ এযোৰ, জলমানুহ এযোৰ, বনমানুহো এযোৰ, লংগহৰ ফুল-ফুমলীয়া পাত, জাঁইফলৰ খোপা, ইত্যাদি ইত্যাদি। এয়েই হৈছে অসমৰ সপ্তম শতিকাৰ কৃষ্টি আৰু সভ্যতাৰ মনোৰম নিদৰ্শন।"

শ্ৰোতাসকল মুগ্ধ হৈ পৰিল। ইমান স্মৃতি-শক্তিৰে তেওঁ বিধে বিধে বস্তুৰ নাম মনত ৰাখিছে! কেতিয়ালো কোন সময়ত তেওঁ এনেবোৰ বুৰঞ্জীৰ গভীৰ অধ্যয়ন কৰি,-অকলো কথাকে জিভাৰ আগত ৰাখিছে!

আন এদিন তেওঁ তিনিজনা শিল্পীৰ কথা কলে: ইটালিৰ লিওনাৰ্ডো ডা ভিন্সি, এজনা স্বয়ং শ্ৰীকৃষ্ণ আৰু আনজনা অসমৰ শ্ৰীমন্ত শঙ্কৰদেৱ। অসমত সিঁচৰতি হৈ থকা নৃত্য-গীত, বাজনা-বাগ-চিত্ৰ অধ্যয়ন, অনুসৰণ, সংগ্ৰহ আৰু শিক্ষাৰ বাবে তেওঁ ওলাই যাবলৈ স্থিৰ কৰিছে। তেওঁ গায়নসকলক, বায়নসকলক, পাঠক-সকলক, নট-নটুৱাসকলক, আতৈ-ভকতসকলক লগ ধৰিব, আলচ কৰিব, অ'ত-ত'ত থাকিব, ৰ'ব, ঘূৰিব, ফুৰিব আৰু বুটলিব।

কথাটোত সকলোৱে আনন্দ পালে। সকলোৱে বুজিছিল যে এই কাৰ্য্য তেওঁৰ বাহিৰে বৰ্ত্তমানে আনৰ সাধ্যাতীত। কিন্তু সভা-সমিতিত অনবৰত ফুৰিব লগা হোৱাত তেওঁ এই মহৎ কাৰ্য্য সেই ভ্ৰমণবিলাকৰ মাজেদিহে কৰিব পাৰিছিল। নিকামুল সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীগঙ্গাচন্দ্ৰ গোস্বামীদেৱৰ লগত তেওঁ ইয়াৰ প্ৰাথমিক আলোচনা এটা কৰিছিল। গোস্বামীদেৱে নিজেই এজন গায়ন আৰু বায়ন। এই বিদ্যা তেওঁলোকৰ বংশত ঘৰোৱানা সঙ্গীতৰ দৰেই চলি আছে। সেয়ে গোস্বামীদেৱে আগবঢ়োৱা দিহা-পৰামৰ্শই তেওঁক সহায় কৰিছে।

ভাদৰ ছুই শুক্ল-তিথিকে আৰম্ভ কৰি বিভিন্ন কৃষ্টি, কলা, নাট-ভাওনা, থিয়েটাৰ, যাত্ৰা, কৃষক-সভা, পঞ্চায়ত-মেল, ৰাজনীতি, সমাজ-নীতি আদি বিভিন্ন সমাবেশত বাভাদেৱে অংশগ্ৰহণ কৰি বক্তৃতা দি ফুৰিব লগা হৈছিল আৰু সেই সভা-সমিতিত ফুৰোঁতে সত্ৰীয়া সংস্কৃতিৰ মূল্যবান মণি-মৰকতবোৰ তেওঁ সংগ্ৰহ কৰিবলৈ আৰম্ভ কৰে।

এবাৰ যোৰহাটলৈ যাওঁতে সভা-সমিতি শেষ কৰি বাইজৰপৰা বিদায় লৈ কাকো নজনোৱাকৈ তেওঁ নিমাতীঘাট পালেগৈ। মাজুলীৰ কেইজনমান উদাসীন ভকতে নাও মেলিবলৈ যো-জা কৰিছে। তেওঁলোকক আঁতৰৰপৰা দেখিয়েই বাভাই আশোৱাৰী ৰাগৰ "জয় জয় যাদৱ জলনিধি জা-ধৱ ধাতা। শ্ৰুতমাত্ৰখিলত্ৰাতা।" বৰগীতটো আদত ৰাগত আৰম্ভ কৰি লাহে লাহে খোজ পেলাবলৈ ধৰিলে। ভকত কেইজনে এনে সুন্দৰ গম্ভীৰ গলাৰ শুদ্ধ ৰাগত গোৱা গীত শুনি নাও নেমেলি বৈ থাকিল।

"ক'ৰ ভকতক বাম?" এজনে লাহেকৈ নিজকে নিজেই যেন প্ৰশ্ন কৰিলে।

"বেছ সুঠাম সুন্দৰ পুৰুষ, গহীন গম্ভীৰ খোজ।"

তেওঁলোকে ভকতিৰ ভাবত তেওঁ অহাৰ পিনেই চাই থাকে।

"উস্ এনেকৈ আমাৰ ভকতেও গাব নোৱাৰে, ভকতি-ৰস যেন নিজৰিহে পৰিছে!"

"হয় হয় বাম।" বাকীকেইজনে সমৰ্থন কৰি কলে।

তেওঁলোক বৈ থাকে। বৰলুইতৰ বতাহখিনিও ভকতি-ৰসেৰে অভিষিক্ত হৈ বিৰ্-বিৰকৈ গা-মন শাঁত পেলাই বৈ যায়।

বিষ্ণু বাভা তেওঁৰ স্বাভাৱিক আপোনভোলা হাঁহিটিৰে তেওঁলোকৰ আগত থিয় হ'ল। পৰস্পৰে আত্ম-নিবেদন হ'ল আৰু পৰিচয় হোৱাৰ পিচত সৌহাৰ্দ্য ভাব আহিল।

সকলোৱে নাৱত উঠিল। বাভাদেৱে নাৱৰ আগ-মঠা ধৰা

ভকতজনৰ কাষতেই বহিল। মহা আনন্দত নাও এৰি দিলে। লুইতৰ বুকুত হেন্দোলনিৰ মাজত নাও আগবাঢ়িল। বতাহে মনত পবিত্ৰ ভাব জগালে।

বয়সীয়াল ভকতজনে বাভাদেৱৰ পিনে চাই হাতযোৰ কৰি বিনয়ী ভাৱত কলে "বাপ, গুৰুজনাৰ লীলা-কথা শ্ৰৱণ কৰিবৰহে মন, কৰনে দয়া কৰি ?"

"তেবাৰ লীলা-কথা অদ্ভুত—আশ্চৰ্য্য। কি কোৱা যাব, এই মুকখে বা কি জানে ?"

"ৰস-ভকতিৰ উঁৱাল যাৰ হিয়া, তেনে হৃদয়-ভাণ্ডাৰত কত সুৰ, কত তাল-মান, কত বচন-ৰচন উপচি আছে।"

বাভাদেৱৰ মুখত তৃপ্তিৰ হাঁহিৰ ৰেখা এটি সুন্দৰভাৱে প্ৰকাশ হৈ উঠিল আৰু ক্ষন্তেক ৰৈ লাহে লাহে গম্ভীৰ শৱদেৰে কবলৈ ধৰিলে —যেন এপাহি কবিতাঁহে ৰূপ-ৰস-সৌন্দৰ্য্য মেলি প্ৰকাশ পাব'ল ধৰিলে :

"কুসুম্বৰ শিৰোমণি ভূঞাৰ পুত্ৰ নাই, ভাৰ্য্যাত কহিছে, "প্ৰিয়ে। আমাৰ উপৰিপুৰুষসকলে বৰতেহে ফল পায়। তুমিও শিৱৰীৰ শিৱলিঙ্গত গৈ বৰ লোৱা।" এহি বুলি শিৰোমণি ভূঞাই বস্ত্ৰ-দ্ৰব্য যুগুতি কৰি দিছে। সত্যসন্ধা আয়ে আন আন সকলোকে লগত লৈ গৈ শিৱমূৰ্ত্তিত পূজা কৰি পুত্ৰৰ বৰ মাগিছে। শিৱই তুষ্ট হইছে। শিৱমূৰ্ত্তিৰ মস্তকৰ মালা আইৰ মাথাত পৰিধান হৈছে। লোকে দেখি আশ্চৰ্য্য মানিছে। ব্ৰাহ্মণসকলে [illegible]লে—তে মা, তোমাৰ বাঞ্ছা সিদ্ধি হব। পৰে ব্ৰাহ্মণসকলক দক্ষিণা দি আই গৃহক আসি সুখে আছে। তেনেতে মহা ভয়ঙ্কৰ ৰূপ [illegible]বি গলত মুণ্ডৰ মালা, হাতত ত্ৰিশূল, ডম্বৰু লৈ, সৰ্পৰ অলঙ্কাৰ পিন্ধি বৃষভৰ ওপৰত উঠি সদাশিৱে নিজৰূপে দেখা দিছে। সত্যসন্ধা আয়ে ভয় খাই চকু মুদিছে। তাকে জানি সদাশিৱে সেহি ৰূপ সম্বৰণ কৰিছে।

পাছে কান্ধত সুৱৰ্ণৰ নৱগুণ লৈ, হস্তত লাখুটি ধৰি আৰু শৰীৰত

পীতবস্ত্র পিন্ধি বিষ্ণুই নিজৰূপে সাক্ষাত হৈ আইক মাত লগাইছে : "হে মাই, আমাক থাকিবৰ থান দিয়া।" এই বাক্য শুনি আয়ে বুলিছে—"বাপ! আমি দাসী, তোমাক থাকিবৰ থান কোন ঠাইত দিম? হে বাপ! আমাৰ এই মাথাকে পাতি দেওঁ। ইয়াতেহে চৰণ থবৰ যোগ্য।" এই বুলি আয়ে প্ৰাৰ্থনা কৰিছে।

আইৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ গোসাঁই অদৃশ্য হইছে। আইৰ শৰীৰ সুশান্ত হৈছে আৰু নিশা প্ৰভাতে উঠি কুসুম্বৰ বৰভূঞাত কহিছে। ভূঞাই শুনি নিশ্চয় কৰি সেইদিনাৰেপৰা আইক নবীন পাক আদিৰ যোগান আৰু কাঁহী, কলহ, পাতিলা আদি কৰি প্ৰৱৰ্ত্তনৰ সম্ভাৰ পৃথকে দিছে আৰু আয়ে এনাদৰে ভোজন কাজ কৰি সুখে আছে। লাসে লাসে আইৰ শৰীৰৰ কান্তি একৰূপে অধিক প্ৰকাশ কৰিছে।

সেহি সময়তে পূৰ্ণব্ৰহ্মাই সন্তমূৰ্তিস্বৰূপে অৱতাৰ হুইবাক ইচ্ছাখনি কৰিছে। ইদিশে আইৰ শৰীৰৰ কান্তি জ্যোতিষ্মান হইছে। যি মতে দৈৱকীৰ দেহাৰ কান্তি বন্দিশালত হৈছিল; সেইমতে ভূঞাৰ গৃহকো আইৰ শৰীৰৰ কান্তি জ্যোতি কৰিছে। পাছে পৰে সময় বুজি ঈশ্বৰ-ভগৱন্ত পুৰুষে শ্ৰীমন্ত শঙ্কৰ হৈ গুৰুস্বৰূপে আহি দুখীয়া জীৱক নিস্তাৰ কৰিবৰ কাৰণে কৃপা কৰি ১৩৭১ শকত..."

এইখিনিতেই শিল্পী বাতাদেৰে এটি সেপ ঢুকিছে। শ্ৰোতা ভকতসকলৰ শৰীৰ ৰোমাঞ্চিত হৈছে। বয়সীয়াল ভকতজনে 'কৃষ্ণ' 'কৃষ্ণ' নাম সোঁৱৰণ কৰিছে। আগুৱানজনে বঠাপাট বাবলৈ এৰিছে, গুৱিয়ালজনৰ হাতৰ বঠাপাট ঢিলা হৈ গৈছে। নাও আগুৱাই আছে।

"...মধ্যনিশা সময়ত এহি পৃথিবীতে বেকত হইছে। তেতিক্ষণে কণিকা বৃষ্টি আৰু ভূমিকম্প হইছে। তিনিটা হাঁচি, তিনিটা হাসি আৰু তিনিডাল নাৰী ঈশ্বৰে জগতে আনিছে। তেৰাৰ সূক্ষ্ম শৰীৰ নাৰীসকলে জোকাৰি দিছে। বাজ্যন্ত্ৰ বাদ্য-ভাণ্ড আপুনি বাজিছে।

হতীশবোঁৰা শালতে চিঁহনি দিছে, ৰাজ্যৰ দেৱ-দেৱালয়ৰ খনি আত কৰি লুকাইছে, মূৰ্তিবিলাক কাটি হৈ পৰিছে, বিনা বতাহে ৰাজ্যত সুবাস বহিছে। এই অদ্ভুত দেখি ব্ৰাহ্মণ ভট্টাচাৰ্য্যত সোধা হৈছে। পণ্ডিতসকলে অনুভাৱ কহিছে—

"এহি লক্ষণে ৰজাৰ কুঁৱৰহে জন্মিব পায়।"

সন্দবাদলৈ গণি-পঢ়ি সকলো লক্ষণ প্ৰকাশ কৰিছে: সত্ত মূৰ্তি ধৰি ঈশ্বৰ অৱতাৰ হইছে। আৰাৰ জন্মত দেৱ-দেৱালয়ৰ সকলো কলুষ দূৰ হব। আৰাই কেৱল শুদ্ধধৰ্ম আৰু হৰিনামগুণ প্ৰকাশ কৰিব।

আৰাৰ ৰাশি ধনু, গণ দেৱ, নক্ষত্ৰ ৰোহিনী, জন্ম মাহেন্দ্ৰ যোগত পৰিছে। গুপ্ত নাম গঙ্গাধৰ হব। আনন্দত সৱাৰে থল নোহোৱা হইছে। শিৰোমণি ভূঞাৰ সকলে ভূঞা ব্ৰাহ্মণ সমস্তকে তাম্বুল-পান-তৈল দিছে আৰু হালধি ঘোল সিঞ্চিছে। কন্যাসকলক তেল-সেন্দুৰ দিছে। আৰু সন্দৰা দলৈক বস্ত্ৰ-অলঙ্কাৰ দি সন্মান দিছে। এহিমতে উৎসৱ-আনন্দ কৰি সৱে ঘৰা-ঘৰি গৈছে। চাৰিদিনত ভূঞা ব্ৰাহ্মণৰ ভাৰ্য্যাসকল আসি শ্ৰীশঙ্কৰক দৃষ্টি কৰি চাই থাকন্তে তেৰাই একৰূপ ধৰিছে। চাৰি হস্তে শঙ্খ-চক্ৰ-গদা-পদ্ম, মাথাত কিৰীটি, কৰ্ণত কুণ্ডল আৰু গাৱত পীতবস্ত্ৰ লৈ সুন্দৰ বালকৰূপ দৰশাইছে। ৰমণীসকলে দেখি মোহিত হৈছে। অসম্বাৰ কোলাৰ-ছৱাল খসি পৰিলেও···মন নাই। পাছে প্ৰভুৱে সেই ঈশ্বৰ-ৰূপ ঢাকিছে। ধাই চন্দৰী আৰু আয়ে তেল-সেন্দুৰ তাম্বোল-পান সৱাকে দিছে। পাছে সেই ৰমণীসৱে ঘৰাঘৰি গৈছে।

এহি গঙ্গাধৰে কলীয়া গোসাঁয়ে যিমতে লীলা দৰশাইছিল, সেহিমতে শিশু-লীলা, বাল্য-লীলা দৰশাইছে। পিছে পৰে শঙ্কৰৰ বৰৰ অৰ্থে এওঁৰ নাম শঙ্কৰবৰ বা শ্ৰীশঙ্কৰ বা শ্ৰীমন্ত শঙ্কৰ হয়, আতপৰে বহু অপৰ নাম হয়; যেনে—

গোমস্তা, ডেকাগিৰি, গুৰু, হৰিদেৱ, মহাপুৰুষ, ৰত্নাকৰ,

বলধৰ, আচাৰ্য্য, বাপ, গৃহস্থ, সৰ্বানন্দ, গোপীনাথ, জগন্নাথ, শিৰোমণি, শিয়দেৱ, তোলাই, স্বামী, সন্ত, মহন্ত আৰু বৰজনাজা।

এহি শঙ্কৰে পিচত ৰবশিত সুন্দৰ গৌৰ কলেৱৰ সুশোভন গহীন গম্ভীৰ ধীৰমতি বৰ সুন্দৰ আয়ত কমল নয়ন যুগল সহিতে চান্দকহো জ্যোতি বয়ন ভৈল। যৌৱনৰ ষট্‌খচিত শ্ৰীচৰণৰ পছুমৰ চাব্ পোনায়। নানা থান সলনি কৰি বৰ্দোৱা বা ৰৰদোৱাত থাকি সৰে ঈশ্বৰৰ মহিমা কীৰ্তন কৰি সুখে আছে।...তৃপ্তা ব্ৰাহ্মণসকলে এদিন আলচি আছে, হঠাতে ৰামৰাম গুৰুই শ্ৰীশঙ্কৰদেৱত কহিছে: "হে বাপু ডেকাগিৰি। তুমি সদায় তীৰ্থক্ষেত্ৰৰ কথা কোৱা। এই আবাসৰে বৈকুণ্ঠৰ তীৰ্থক্ষেত্ৰ দেখিবৰ ইচ্ছা কৰে।"

শ্ৰীশঙ্কৰে বোলে, "হে দেখিব পৰা যাব।" এহি কথা কহি শ্ৰীমন্ত শঙ্কৰে ভাবি-চিন্তি চিহ্নযাত্ৰা ভাৱনা কৰিবৰ উদ্‌যোগ কৰিছে; তাল, খোল, বাদ্য সকলো কৰিবৰ মন হইছে। তেতিক্ষণে কাষ্ঠ-তাল আনিছে, চানেকি কৰিছে, কপিলী-কাজলীমুখৰ মাটি আনি নৈৰ কাৰৰৰ জগন্নাথ কুমাৰৰ হাতে খোল গঢ়াইছে। পাছে শ্ৰীশঙ্কৰে যোগাসনত বহি হৃদি-পদ্মত পৰম ব্ৰহ্মৰ সাধ্য কহিছে। হৃদি-কমলৰপৰা সন্ন্যাস দিগম্বৰৰূপে একজন পুৰুষ বাহিৰ হইছে। সেইজন পুৰুষে তাল-খোল, সুৰ-সম্বৰ, ৰাগ-ৰাগিনী, কথা-অঙ্ক আৰু দাহিনে তিনি আঙুল আৰু বাওঁয়ে ছয় আঙুল জোখ দিছে। যিমতে যি মূৰ্ত্তি কৰিব লাগে সৱাকো কহি দি পুৰুষজন ছুনাই শ্ৰীশঙ্কৰদেৱৰ হৃদি-পদ্মত লীন হইছে। সমস্তে দেখি আশ্চৰ্য্য মানিছে।"

এনেতে নাৱৰ এজন বঠা মাৰোঁতা ভকতে চিঞৰি উঠিছে কিবা এটি স্বাভাৱিক অনুপ্ৰেৰণাত ভটিমা এৰাৰ গাই—

"জয় গুৰু শঙ্কৰ সৰ্বগুণাকৰ
যাকেৰি নাহিকে উপাম।'...

পুনৰ বাভাদেৱে কবলৈ ধৰিছে:

"পাছে তেৰাই তালৰ যোগান-পাতি জোখ দি কঁহাৰৰ হাতে তাল

কৰাইছে। নিজে চিহ্নযাত্ৰা নাট লিখিছে, পোনতে যোৱা-ৰেখালি লিখিছে, দ্বিতীয়তে শ্লোক ৰচিছে, তাৰ পিছে সূত্ৰ, ভটিমা, গীত, কথা আদি ৰচি শেষ কৰিছে। পট আঁকিছে, যাৰ যেনে স্থান, যি মত লক্ষণ, কল্পতৰু উপবন আদি, লক্ষ্মী, সৰস্বতী, চৌদ্দ পাৰিষদ সবাকো, আৰু সাত বৈকুণ্ঠৰ সপ্ত গোপাল সবাকো চিহ্ন-যাত্ৰাৰ পটত অঙ্কন কৰি থইছে। চন্দৰী আয়ে তুল ধৰিছে; ভেৰাই গুৰবাই পুতু আঁকিছে।

জগন্নাথ গন্ধীয়া আতৈ, ভীমা বায়ন আতৈ, চন্দ্ৰোমতি গায়ন আতৈ, তুন্ত্ৰালতিয়া নৌকা আতৈ, ৰামৰাম গুৰু, সৰ্বজয় আতৈ প্ৰমুখ্যে সবাকে গীত-ৰাগ-সৰু-অঙ্ক লিখি দিছে। সবে শিকি মুখস্থ কৰিছে।

অনেক অসংখ্য লোক সভা চাব আসিছে। অনেক দিব্য-বস্ত্ৰ সংযোগ কৰি চায়না সাজি ৰভা দিছে।

বৰ বায়ন হৈ শঙ্কৰে নাট-ধেমালি, বৰ-ধেমালি, নটা খোল লৈ একেলগে বজাইছে। সূত্ৰধাৰী পাঁতাৰাৰী-জামা ঘুৰি, সোণখাক, চাদৰ, চেলেং, নূপুৰ পিন্ধি সূত্ৰধাৰ হৈ নিজে নানা অঙ্গি-ভঙ্গীৰে নৃত্য কৰি তাণ্ডৱৰ সূত্ৰ মাতিছে।"

এনেতে বগা বগা পাখি মেলি বগলী এজাক আকাশেদি উৰি যাব ধৰিছে। চিত্ৰকৰ ৰাভাদেৱে কথাৰ মাজতে এবাৰ সেইপিনে দৃষ্টি কৰি চকিত তুলিয়েই থাকিল।

"সেহি সভাৰ স্থলতে এডাল পাতিসোন্দা বৃক্ষ আছে। শ্ৰীশঙ্কৰে ৰাগ দিছে, সেই বৃক্ষৰ পাত সমূদায় সৰি পৰিছে; ৰাগ তাৰত তুলিছে, বৃক্ষৰ পত্ৰ অঙ্কুৰ ধৰিছে; ৰাগ মুঞ্জিত কৰি নমাইছে; বৃক্ষৰ ডালে-পাত্ৰে পূৰ্ণ হৈছে। তাকে দেখি সভাৰ সকলোৱে আশ্চৰ্য্য মানিছে। সাত দিন সাত ৰাতি যাত্ৰা মহোৎসৱ কৰা হৈছে।...

এইৰূপে বৰদোৱাতে বৰ আতা সুখে থাকিছে। পাছে পৰে কাওন

ৰাইজে উৎসৱ কৰাৰ দৌল-যাত্ৰা দিলিহে। "[illegible] কহিলে, "হে, তুমি ব্ৰাহ্মণ সমস্ত আছা। এই [illegible] কৰণ দৌল কৰিব লাগে।"

ৰামৰাম গুৰুৱে বোলে, "হে ভেকাপিৰি! দৌল কৰিব লাগিলে কি কি লাগে?"

শঙ্কৰে বোলে "হে গুৰু, এটি, দৌল লাগে, চাৰিভাল বাঁহ, চাৰিভাল খোকে সমে কল, চক, চাউল, ফাকু আৰু অনেক দ্ৰব্য বস্তু লাগিব।"

ৰামৰাম গুৰু প্ৰমুখ্যে ভকত ব্ৰাহ্মণ সমস্তে বোলে, "হে ভেকাপিৰি, সমস্ত হয়।"

শঙ্কৰে গীত-সুৰ-সঙ্গ লিখি দিছে। সবে শিকিছে।

পিচদিনা থল বন্ধা লোকজন সকলো হাতে হাতে কোদাল লৈ দলে দলে ওলাই গৈছে। যি ঠাইতে দৌল বান্ধিব লাগে, সেই ঠাইতে গৈ গদাধৰ প্ৰভুৱে দেখুৱাই দিছে। সবে কোদাল লৈ মাটি কাটি তাতে দ'ম খুৱাই সাতোটা থাক কৰি দৌল বান্ধি লিপি-পুছি সুন্দৰ কৰি, পাছে পৰদিন, বাঁহ, কল, চন্দ্ৰতাপ, জাল-মগৰ সাজি দৌলৰ ওপৰত আলে দিছে আৰু লগে লগে বস্তা ফাকুৰ যতন কৰিছে। ভীমা বায়ন, জগন্নাথ গন্ধীয়া, চান্দোমতি গায়ন, ভুত্ৰালতিয়া, নটুৱাসবে তাল, খোল ধৰি নানা ৰসে গীত, ৰাগেৰে মহোৎসৱ যাত্ৰা ভাৱনা কৰিছে। দিন ৰাত্ৰি এক; কৰ নোৱাৰি। দৌল ভগাৰ দিনা গোসাঁইক নুৱাইছে।…"

"ৰঙ্গে ফাগু খেলে চৈতন্য বনমালী।
দুহাতে ফাগুৰ গুৱা সিঞ্চন্ত মুৰাৰী॥"

কৰ নোৱাৰাকৈয়ে আপোন-পাহৰা হৈ ভকত দুজনে গীত জুৰিছে। ৰজাৰো নিয়াত-নিতাল মাৰি গীত শুনিছে। গীত শেষ হৈছে। আকৌ এজন ভকতে গীত আৰম্ভ কৰিছে:

"ফাগু খেলে কৰুণাময় এ নন্দ কুমাৰ।"

এজনে তাল-মান ৰাখি মুখে মুখে বাজনাৰ বোল গাইছে :

ধিন্‌নাত্ তং খিতি তাখিতং।

খুবাৰ্ তাত্ তং খিতি তাখি খেয়।

বাভাদেৱে অনুভৱ কৰিছে যেন এখন সপোনপুৰীতহে তেওঁ নৌকা-বিলাস কৰি ফুৰিছে। কলা আৰু কবিতাৰ তাৰ একেলগে অন্তৰত নিজৰি নিজৰি উঠিছে।

নাও পাৰ পালেহি। সকলোৰে যেন সপোন ভাঙিল, বৈকুণ্ঠবপৰা যেন বাৰিষাই খুন্দি-চেপি যোৱা শুকান বালিৰ পৃথিবীত তেওঁলোকক নমাই দিলে। তথাপিও বৈকুণ্ঠৰ যোগসূত্ৰ থকা সত্ৰখনিলৈ মনত কৰি তেওঁলোক আনন্দিত হ'ল। লাহে লাহে খোজ পেলালে সত্ৰ অভিমুখে।

বাভাদেৱে মুখে মুখে ৰচনা কৰি গুণগুণাই গম্ভীৰ স্বৰেৰে সুৰ লগাই গাই গ'ল :

"অ' অসমীয়া ডেকাদল !

অ' অসমীয়া ডেকাদল !!

আজি তোৰ তেজাল বদন মলিন কিয় হ'ল ?

দুৰ্গম নদ পাহাৰ গিৰি

লঙ্ঘিছিলে ডেকাগিৰি

সুন্দৰ শঙ্কৰে লৰি কৰিছিলে তল,

দেখুৱাইছিল জগত জুৰি অসীম বাহুৰ বল,

সিও যে তোৰ নাইকীয়া হ'ল।

কীৰ্তন দশম নামঘোষা

হওক আমাৰ শৌৰ্য্য,

নাট গীত নাম বৰগীত

হওক ৰণৰ তূৰ্য্য,

আহিঁ তেওঁৰ এই অসমৰ

হওক অসীম বীৰ্য্য,

অসমীয়া ! লমনীয়া ! আগবাঢ়ি যাওঁ-ব'ল।

আগবাঢ়ি যাওঁ ব'ল
আগবাঢ়ি যাওঁ ব'ল
আগবাঢ়ি যাওঁ ব'ল ॥*

তেতিয়া সন্ধিয়া লাগি ভাগিছে। থানত চাকি-বন্তি জ্বলিছে। ভকত গায়ন-বায়নসকলে দিনৰ কৰ্মৰ সামৰণি মাৰি স্নান কৰি গীত-বাদ্য-নৃত্যৰ আখৰাৰ বাবে সমবেত হব ধৰিছে।

হৃষ্টপুষ্ট আদহীয়া বয়সৰ বৰবায়ন আৰু বৰগায়ন মণিৰাম মুক্তিয়াৰ আতৈয়ে গহীন-গম্ভীৰ খোজ পেলাই মঞ্চত প্ৰবেশৰ নিচিনা আগবাঢ়ি আহিছে। তেওঁ অলপ আঁতৰতে বাভাদেৱক দেখি চিনি পাই মনত আনন্দ পাই সুধিলে, "অ' আমাৰ তেজপুৰীয়া গায়ন দেখোঁ? কিনো ভাগ্য আমাৰ আজি!"

লগত অহা কেইজনে তেতিয়াহে বুজিব পাৰিলে যে অভ্যাগতজন কোনো বিশেষ পুৰুষ।

"ধূলি লৰলৈহে অহা হৈছে, পিছে বাকনে?"

"তুজনা গুৰুৰ কৃপাত বাক বুলিয়েই কব পাৰি। আহক আহক, বাগ-নাচৰ কথাবোৰৰ আলচৰ দৰকাৰ হৈছে। সুদিন ভয়োৰে হামাৰি।" মণিৰাম মুক্তিয়াৰ বায়ন আতৈয়ে তেওঁক সমাদৰ কৰি কলে।

দুয়ো আগবাঢ়ি গ'ল। তেতিয়া কোনোবা এজনে বাজনাৰ চোলোক মাতি বজাইছে:

নলিনী দলগত ঠাট্রা পতিতং
ত্রিভূবন কমলং শ্রীকমলপদতং
তিত্‌তং হিত্‌তং অতি গতি গলিতং
দাত্তম্ দাত্তম্ দাত্তম্ ॥

---

* বাভাদেৱে তোলা এই ভকচবিতখিনি ৪৭২ শঙ্কৰাব্দৰ 'বাঁহী'ত 'ভেকাগিবিৰ দান' নামে প্ৰবন্ধাকাৰে এবছৰ পিচত ছপা হৈ ওলাইছিল। প্ৰায় পঁয়ত্ৰিশ বছৰৰ ব্যৱধানত অনেকে পাহৰি যোৱা এই শ্ৰুতিমধুৰ সজীৱময় প্ৰবন্ধটো 'আমাৰ দেশ'ৰ সম্পাদক শ্ৰীগোকুল পাঠকে ১৮৯৭ শকৰ (১৯৭৫ ইং) দৌল-উৎসৱ সংখ্যাত পুনৰ প্ৰকাশ কৰে।

। চৈশ্ব্য।

# মুক্ত বিহঙ্গমৰ দৰে

কমলাবাৰী, উত্তৰ কমলাবাৰী, ন-কমলাবাৰী, আউনিআটী, বেঙেনাআটী, দক্ষিণপাত, ভোগপুৰ সকলোতে তেওঁ বৈ থাকি, জিৰণি লৈ সঙ্গীত শুনি, দেখি, ভাবি-চিন্তি, তাল গণি, বোল লিখি, নাচি-গাই, ভাৱৰীয়াৰ ভঙ্গী দি ভকত-গায়ন-বায়নৰ লগত এক হৈ সঙ্গীত সমুদ্ৰত নাদুৰি-সাঁতুৰি তেজপুৰলৈ উভতিল। বাট-পথ বৰ দুৰ্গম, কিন্তু দৰকাৰ হলে একুৰি-দুকুৰি মাইল বাট খোজকাঢ়িও তেওঁ যাব পাৰে আৰু গৈছেও। ক'ৰবাত হয়তো মটৰ-গাড়ী আছে, কিন্তু তেওঁৰ জেপ হয়তো খালী। হাঁহিমুখে খোজকাঢ়ি গৈ কোনোবা শিল্পীৰ ঘৰত মিচিকিয়া হাঁহি মাৰি উপস্থিত হৈছেগৈ। তাতে আকৌ দুই-এদিন সঙ্গীতৰ বৈঠকত গীত গাইছে। পুনৰ সেই ঠাই এৰি গুচি গৈছে—সৰল গাৱঁলীয়া হোজা কৃষক-বন্ধুৱাৰ ঘৰত উপস্থিত হৈছে, মুখত সেই একেই সৰল-সহজ সুন্দৰ হাঁহি; যেন এটি মুক্ত আকাশৰ মুক্ত বিহঙ্গম। উৰি আহি থাকোঁতে পৰিকল্পনা কৰি আছে—'শঙ্কৰ-মাধৱ একৰস্ত' এই ভাবৰ এখনি চিত্ৰ আঁকাৰ। তেওঁৰ মানস-চকুত বিশ্ব-শিল্পী দুজনা, তেৰাসকলৰ বিভিন্ন ৰূপ-গুণেৰে চিকমিকাই উঠে।

তেওঁ তেজপুৰ পালেহি। পুত্ৰৰ অতীত গৌৰৱ-মণ্ডিত তেজপুৰ

থানখন বজন-জনাই উঠিল। বান বজমঞ্চত গায়ক, বায়ক, স্মাৰক, অভিনেতা, নৰ্তক, বচক, সকলোবে উঠলি-মুঠলি লাগি পৰিল। নিজৰ পৰিকল্পনা আৰু আচনিবোৰ সাময়িকভাবে পিচলৈ থৈ তেওঁ দহজনৰ ইচ্ছামতে অভিনয়ত লাগি গ'ল। তেওঁৰ লগৰ সহ-অভিনেতাসকলৰ হাবিলাসত তেওঁ হয়ভৰ দিলে। অভিনেতাইহে অভিনেতাক নিখুঁত অভিনয় কৰিবলৈ অনুপ্ৰেৰণা দিয়ে। এই ক্ষেত্ৰত খ্যাতনামা অভিনেতা ফণী শৰ্মাদেৱে তেওঁক তেনে স্বাভাৱিক আৰু চিত্তাকৰ্ষক অভিনয়ৰ সমল যোগালে।

১৯২২ চনত ফণী শৰ্মা তেজপুৰ চৰকাৰী হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰ। সেই বছৰ বাৰ্ষিক বঁটা-বিতৰণী সভাত শৰ্মাই লাচিত বৰফুকনৰ ভাওটো আবৃত্তিত দেখুৱাব লগা হৈছিল। শিশু-শিল্পী শৰ্মাই সেই ভাওটো এনে সুন্দৰভাৱে দেখুৱালে যে অনেকেই তেওঁৰ ভৱিষ্যত বৰ উজ্জল বুলি ভৱিষ্যৎ-বাণী কৰিলে। আৰু সেই ভৱিষ্যৎ-বাণী সত্যত পৰিণত হ'ল। সেইদিনাৰ শিশু-শিল্পী ফণী শৰ্মা সমগ্ৰ অসমতে এদিন নটসূৰ্য্য ফণী শৰ্মাৰূপে পৰিচিত হ'ল, বিখ্যাত হ'ল।

মাজনিশালৈকে বান বজমঞ্চত আখৰা চলে। নাট-অভিনয়ৰ বাহিৰে তেওঁলোক দুজনৰ লগতেই আন বহুতৰেই যেন সংসাৰত আৰু আন কথা নাই। মঞ্চৰ আলধৰা বুঢ়া শম্ভুৰামে চাহ, তামোল-পান আৰু চুৰটৰ যোগান ধৰে। আখৰাত এই শম্ভুৰামেও একোবাৰ নিজৰ কামখিনিকেই ভাৱৰীয়াৰ দৰে অভিনয়ৰ ঢঙত কৈ যায়, সকলোৱে তেতিয়া হাঁহি মাৰি উঠে।

"জীৱনটোৱেই নাটক দেউতাসকল।"

শম্ভুৰামৰ কথাবাৰত সকলোৱে সমৰ্থন কৰি "এয়ে জীৱন," "জীৱনেই মঞ্চ", "মঞ্চই জগত শম্ভুকাই", এনে ধৰণৰ মন্তব্য প্ৰকাশ কৰে।

বিষ্ণু ৰাভাই অৰ্গেন বজাই যায়, গীত গায়। মাজতে কোনে কি কৰিব তাৰো আদেশ-নিৰ্দেশ দিয়ে। ফণী শৰ্মাই একেটি ভঙ্গীৰে

ধৰিলে নিলিকল মহাআৰো কৰে। তেওঁৰ একাগ্ৰতা আৰু তন্ময়তা দেখি বাতাদেৱে আনন্দিত হয়।

কেতিয়াবা মাজনিশা মৰ মোৱাই- বাতাই চেঁচ ভাত ছুটামান যুৱক দি পুনৰ নাচ আৰু বাজনাৰ চৰ্চাত লাগে। মণিৰাম গায়ন আতৈকপাল আৰু বাজনাৰ আকৌ উত্তৰ কমলাবাৰীৰ খগেশ্বৰ বুঢ়া গায়ন আতৈ আৰু লোপাবাম বায়ন আতৈৰ বাজনাৰ লগত মিলাই চায়। উত্তৰ ভাৰতৰ সঙ্গীতৰ লগত বৰগীত আৰু অঙ্ক-গীতৰ মিল আৰু অমিল কিহত তাৰি-চিন্তি উলিয়ায়। সত্ৰীয়া সঙ্গীতত মিশ্ৰ তাল পায়, উত্তৰ ভাৰতীয় সঙ্গীত-ধাৰাত তেনে তাল নাই। একতালত চলা চালি-নাচটো তেওঁৰ চকুৰ আগত তাঁহি উঠে।

সেই সময়ত জ্যোতিপ্ৰসাদ আগৰৱালা তেওঁলোকৰ তামোলবাৰী চাহ বাগিচাৰপৰা কেতিয়াবা তেজপুৰলৈ আহিছিল। তেতিয়া বাতাদেৱে তেওঁক লগ ধৰে আৰু দুয়োৰো মাজত নানা আলোচনা চলে। এবাৰ দুয়ো আলচ কৰি ডেকাৰগাওঁ মঠলৈ গ'ল। তেতিয়া তাত বাইজৰ বাস-ভাওনাৰ বাবে আখৰা চলিছে। তেওঁলোক গৈ পোৱাত বাইজ বৰ উৎসাহিত হৈ পৰিল। তেওঁলোকৰ ভাও, গীত, বাজনা আদি চাই-চিন্তি খুঁতবোৰ শুধৰাই দিবলৈ বাইজে দুয়োকো অনুৰোধ কৰিলে। সাধাৰণতে শিক্ষিত লোকসকল তেতিয়া মূল্যবান সত্ৰীয়া সম্পদবিলাকৰ প্ৰতি আওকণীয়া। আগৰৱালা আৰু বাতাৰ আগমনে সত্ৰীয়া গীত-মাত-ভাও-বচনলৈ এটি জাগৰণ আনি দিলে। ডেকাৰগাওঁৰ গায়ন-বায়ন আৰু ভাৱৰীয়াসকলে অতি একাগ্ৰতা আৰু ভক্তি সহকাৰে কেলীগোপাল নাটৰ আখৰাত লাগি গ'ল। নাচৰ অনেক খুটি-নাটি কথা নৃত্যাচাৰ্য্য বাতাদেৱে বুজাই আৰু দেখুৱাই দিলে। সাজ-সজ্জাৰ পাত্ৰীৰ অৰ্থবোৰ এনে অৰ্থপূৰ্ণ-ভাবে দাঙি ধৰিলে যে পুৰণি গায়ন কেইজনেও আগতে ইয়াৰ তাৎপৰ্য্য বুজিব পৰা নাছিল, মাথো কিছুমান কথা গতানুগতিকভাবে মানি চলিছিল আৰু কিছুমান কথা অনাগতীয়াল বুলি আওকাণ

কৰিছিল। সেইবোৰৰ তাৎপৰ্য্য তেওঁলোকে এজিনাহে বুজিব পাৰিলে।

দুই-এক বিদেশী প্ৰভাৱৰ কথা আগৰৱালাদেৱে আঙুলিয়াই দি সেইবোৰ গুৰু আৰু আদত কৰি তুলিবলৈ পৰামৰ্শ দিলে। স্পেক্ট্ৰোমাৰ্ লাইটৰ সহায়তেই কেনেকৈ আলোকপ্ৰপাত ( ফোকাচিং ) আৰু তাৰ প্ৰকাশৰ কাৰণে ৰসোত্তীৰ্ণ শব্দ-প্ৰয়োগৰ ( Sound effect ) কৌশল কিছুমান পৰিচালকসকলক থোৰতে শিকালে। সেইবেলিৰ ৰাস ভাওনা আগতকৈ বহুত উন্নত হ'ল আৰু এই শিল্পী দুজনাৰ আগমনৰ বাৰ্তাত পিচলৈ অসংখ্য লোকৰ সেই অনুষ্ঠানলৈ আকৰ্ষণ বাঢ়িল। পিচলৈ যেতিয়া এই শিল্পীৰ স্থানখনলৈ বিজুলী-বন্তি আহিল, তেতিয়াৰপৰা ৰাস ভাওনাই আৰু এটি অনুপম ৰূপ ললে।

এই কেলিগোপাল নাটৰ মঞ্চত প্ৰৱেশ কৰা অসুৰ নামে জনাজাত শঙ্খচূড়ৰ প্ৰৱেশৰ দৃশ্যটোও এই দুজনা শিল্পীৰ স্মৃতিশক্তিৰ পৰশ পাই আনন্দদায়ক হৈ উঠিল।

...“নানা খেলা শ্ৰীগোপালে কয়ল। গোপীসৱ মনোৰথ পুৰি আনন্দে মন মগ্ন হয়াছে। সেই সময়ে কুবেৰক এক অনুচৰ যক্ষ— তনিকৰ নাম শঙ্খচূড়; সে পাপী কামাতুৰ হয়া গোপীক হৰি নিবাক প্ৰতি প্ৰৱেশ কয়ল।...

...সে শঙ্খচূড় গোপীসৱক ভয় জানি কহোঁ বিভৎস ৰস ভাৱনা কয় তথি থিক ভয়ঙ্কৰ ৰূপ যক্ষক পেখিয়ে গোপীসৱ ভয়ে কাম্পয়ে লাগল। ত্ৰাহি কৃষ্ণ ঘন ঘন জাম্পত। তাহে পেখিয়ে ভকতক ভয়হাৰী হৰি গোপীসৱক আশ্বাস আলিঙ্গন কয়ল। বিক্ৰম দৰশিয়ে যক্ষক খেদায়ল।”...(কেলিগোপাল : শ্ৰীশঙ্কৰদেৱ )

নাটখনিৰ এই দৃশ্যটো সঁচাকৈয়ে বৰ উপভোগ্য। কেৱাটিও ৰসৰ ইয়াত সমাহাৰ হৈছে। এই দৃশ্যটোৰপৰাই নিজকভাৱেই এই ভেকাৰগাঁৱৰপৰা 'অসুৰ নৃত্য' এটি সৃষ্টি হৈ পৰিছে।

আগৰৱালাদেৱৰ প্ৰতি শিল্পী বাতাৰ আছিল অসীম শ্ৰদ্ধা। তেওঁ

বিভিন্ন ঠাইত আৰু নিজৰ লিখনিতো আগৰৱালাদেৱক ভূৰি ভূৰি প্ৰশংসা কৰি গৈছে। "জ্যোতিৰ জেউতি" নামৰ এটি প্ৰবন্ধত তেওঁ লিখিছিল—

"...তেওঁ কেৱল কবি, গায়ক, নাট্যকাৰ, সাহিত্যিকেই নাছিল, আছিল দূৰদ্ৰষ্টা ঋষি।"

এদিন বিষ্ণু ৰাভাই আগৰৱালাদেৱক কলে, "ককাইদেউ, মন কৰিছেনে নাই, আপোনাৰ গানৰ এটি অপৰূপ বৈশিষ্ট্য ?"

"কি ?" আগৰৱালাদেৱে প্ৰশ্ন কৰিলে।

"আপোনাৰ গানৰ সুৰ য'ত শেষ হয়, তাতেই আকৌ দ্বিতীয় শাৰীৰ সুৰ আৰম্ভ হয়।"

"কেনেকৈ বিষ্ণু ? তুমি কথাটো আগতেও কেতিয়াবা কৈছিলা।"

"চাওকচোন" বুলি কৈ গায়ক বিষ্ণুপ্ৰসাদে অৰ্গেনৰ আগত বহিল, গাই গ'ল আৰু বৈ বৈ কৈ গ'ল—

"বনৰীয়া আমি বনৰ চৰাই,
বনে বনে ফুৰোঁ অনাই বনাই..."

"গান্ধাৰৰপৰা পাতনি মেলি সুৰ বগাই পহিলা শাৰীৰ সামৰণি পৰে ধৈৱতত 'চৰাই'ৰ 'ই'-টোত, সেই ধৈৱতৰপৰাই দুচৰা শাৰীৰ 'বনে বনে'ৰ 'ব'-টো গান্ধাৰত খোপনি পোতে। সেই গান্ধাৰেদি অথলা বগাই 'অনাই বনাই'ৰ 'ব'-টো পঞ্চমৰপৰা দোপ লয়। তিচৰা শাৰীৰ 'অনাই বনাই'ৰ 'অ'-টো পঞ্চমৰপৰা খোজ লৈ মুদাৰাৰ 'সা'ত উশাহ লয়। সেই ষড়জৰপৰাই 'উ উ' মাতটোতে ঋষভৰপৰা মধ্যম, মধ্যমৰপৰা পঞ্চম, পঞ্চমৰপৰা ধৈৱত, ধৈৱতৰপৰা একেবাৰে দেও দি তাৰাৰ গান্ধাৰলৈ জঁাপ মাৰি তাৰে'ৰ ঋষভ, ষড়জেদি পিচুৱাই একেচিপে পঞ্চমলৈ আহি পুনৰ জঁপিয়াই তাৰাৰ ষড়জলৈ, আৰু তাতে জিৰণি লয়।"

আগৰৱালাদেৱে চকু মুদি তন্ময় হৈ শুনি থাকে।

গাৰ্ড ৰাভাদেৱে পুনৰ আৰু এটি গীত আবৃত্তি কৰে :

"জননী পূজাৰে মন্দিৰ মুক্তা
নৱলোৱা কিয় বস্তি…"

'জননী'ৰ 'জ'-ৰে উদাৰাৰ ধৈৱতস্বৰৰ পাতনি মেলি মা-ৰে গা-ৰ ওপৰত অলপ খেলা কৰি 'পূজাৰে'ৰ 'ৰে-ৰে' আকৌ উদাৰাৰ ধৈৱতলৈ আহি জিৰণি লয়। সেই উদাৰাৰ ধৈৱতস্বৰৰ পুনৰ বঢ়াই গৈ 'মুদা'ৰ 'দা'-ৰে মুদাৰাৰ গান্ধাৰত জিৰণি লৈ, তাতে খোপনি পুতি আকৌ আগুৱাই সেই গান্ধাৰতে 'বস্তি'ত 'ৰে' খিতাপি পাতি আগবাঢ়ি পিছুৱাই উদাৰাৰ ধৈৱতত জিৰায়। এইদৰে জানি নিছিগাকৈ আগুৱাই পিছুৱাই থাকে—যেন এধাৰি মালাহে।"…

প্ৰতিভাশালী আগৰৱালাদেৱ নিমাত হৈ পৰে। কিছু সময়ৰ পিচত তেওঁ গহীনাই কয়, "এৰা হয়েতো, মইতো নাজানিছিলোঁ!" তাৰ পিচত পুনৰ কলে, "হেৰা বিষ্ণু, তুমিয়েই মোৰ গানৰ স্বৰলিপি কৰা, কি নাম দিবা?"

"জ্যোতিৰ গান।" ৰাভাই টপৰাই উত্তৰ দিলে।

তাৰ কেইদিনমান পিচতে জ্যোতিপ্ৰসাদ আগৰৱালা বাগিচালৈ গুচি গ'ল।

ইয়াৰ দুদিন পিচতেই ৰাভাদেৱো হঠাৎ তেজপুৰৰপৰা অন্তৰ্ধান হোৱাৰ নিচিনাকৈ ক'ৰবালৈ থাপলি মেলে। চিত্ৰকৰ পিয়াৰীমোহন চৌধুৰী, শ্ৰীদেবেন্দ্ৰনাথ চলিহা আদিয়ে তেওঁক বিচাৰি চলাথ কৰিলে। পিচত তেওঁলোক ৰেল-ষ্টেচনৰ পিনে গ'ল। তেওঁলোকক দেখি ষ্টেচনত চাকৰি কৰা এজন ডেকাই আগবাঢ়ি খবৰ দিলে যে কালি ৰাতিৰ ট্ৰেইনত ৰাভা ডাঙৰীয়া কলিকতালৈ গ'ল।"

১৯৪০ চনৰ কলিকতা মহানগৰী। ১৯৩৯ চনৰ তিনি ছেপ্টেম্বৰ তাৰিখে ইংৰাজে জাৰ্মানীৰ নাজী ফিউৰাৰ হেৰ হিটলাৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে আৰু দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হয়। ভাৰতৰ গৱৰ্ণৰ জেনেৰেলেও ভাৰতবৰ্ষক জাৰ্মানীৰ বিৰুদ্ধে এখন যুদ্ধৰত দেশ বুলি

ৰ্‌বকাৰী প্ৰচাৰ-পত্ৰ বিতৰণ কৰিছে। ইয়াৰ প্ৰতিবাদকল্পে কোনো কোনো প্ৰদেশত থকা (অসমতো) কংগ্ৰেছী মন্ত্ৰীসভাবিলাকে ইস্তফা দিয়াত ভাৰত চৰকাৰৰ আইনৰ ৯৩ ধাৰা অনুসৰি প্ৰাদেশিক গভৰ্ণৰ-সকলৰ ব্যক্তিগত শাসন প্ৰৱৰ্তন কৰে।

তাৰ কিছুদিন পিচত শোণিত কোঁৱৰ গজেন বৰুৱাই ব্ৰহ্মদেশ, জাভা, বালি নৃত্যৰে বজনুজনাই দলে-বলে আহি কলিকতা পাইছে। তেওঁ তাত ৰাজস্থান নামৰ হোটেল এটাত তিনিটা কোঠা ভাড়া কৰি নৃত্য-কেন্দ্ৰ খুলিছে। বৰুৱা আৰু তেওঁৰ দলটোৱে বিদেশত নৃত্য প্ৰদৰ্শন কৰি ঘূৰি অহাৰ বাতৰি পাই বিষ্ণু ৰাভাই হঠাতে এনেকৈ তেজপুৰৰপৰা অন্তৰ্ধান হৈ বঙ্গদেশৰ বৰনগৰ কলিকতা ওলাইছিলগৈ। নৰ্তক-গায়ক-বাদকসকলক বিচাৰি উলিয়াবলৈ তেওঁৰ বেছি সময় নালাগিল। নৃত্যৰ বাবে সাজু হোৱাৰ পৰত বিষ্ণু ৰাভা তেনেকৈ গৈ ওলোৱাত সকলোৱে আনন্দত কিৰিলি পাৰি উঠিল।

এই দলটোৱে দুটি মঞ্চত নৃত্য প্ৰদৰ্শন কৰে—'ষ্টাৰ থিয়েটাৰ' আৰু 'নিউ এম্পায়াৰ'ত। তেওঁলোকে তালৈ কলিকতাস্থ খবৰৰ কাকতৰ সম্পাদক, সহকাৰী সম্পাদক আৰু সঙ্গীতানুৰাগী বিশেষ লোক কিছুমানকো নিমন্ত্ৰণ দিছিল। এদিন একমাত্ৰ প্ৰেছৰ বাবেই নৃত্য প্ৰদৰ্শন পাতিলে। ৰাভাক আগত ৰাখি নৃত্য-শিল্পীসকলে আখৰা কৰিলে। খ্যাতনামা পুৰুষ বেণীমাধৱ বৰুৱাক সভাপতি হবৰ বাবে অনুৰোধ কৰা হ'ল। তেতিয়াৰ কলিকতা কৰ্পোৰেচনৰ মেয়ৰ সন্তোষ বসুকো নিমন্ত্ৰণ জনালে।

ষ্টাৰ থিয়েটাৰৰ মঞ্চত নৃত্য প্ৰদৰ্শন হ'ল। গজেন বৰুৱাৰ পৌৰাণিক আৰু সত্ৰীয়া নৃত্যত সকলোৱে সন্তোষ পালে। নৃত্যৰ শেষত বিশ্ববিখ্যাত নৰ্তক উদয়শঙ্কৰৰ নৃত্যৰ 'ইম্‌প্ৰেচাৰিও' হৰেণ ঘোষে এটি চমু বক্তৃতা দি টান কথাৰ লগতে কৈ পেলালে: "আসামেও আজকাল নৃত্য এবং সঙ্গীতের চর্চা চলিতেছে। বরুয়া অনেকদিন কলিকাতা, বোম্বাই আদি শহরে থেকে নৃত্য-বিদ্যায় ব্যুৎপত্তি লাভ করেছেন।"

অসমৰ নৃত্যৰ বিষয়ে তেওঁ বিশেষ একো নকলে। এই কথাত নটৰাজ বাভাদেৱে খঙত গোৰগোৰাই গৈ ষ্টেজত থিয় হৈ সুন্দৰ বঙলা ভাষাত নৃত্যৰ বিষয়ে বক্তৃতা আৰম্ভ কৰি দিলে। তেওঁৰ প্ৰকাশ-ভঙ্গী, সুন্দৰ ভাষা আৰু নৃত্যৰ গভীৰ জ্ঞানত শ্ৰোতাসকল স্তব্ধ হৈ গ'ল। অসমীয়া মানুহ এজনৰ সৰ্বভাৰতীয় নৃত্যত এনে গভীৰ জ্ঞান থাকিব পাৰে বুলি কোনেও ভবা নাছিল। তাৰ বাহিৰেও চিত্ৰলেখাৰ দিনৰপৰা ভুবি, নেষেৰিটিং আদিকে ধৰি শ্ৰীমন্ত শঙ্কৰ-দেৱলৈ তেওঁ অসমৰ নৃত্যৰ গৌৰৱময় বুৰঞ্জী দাঙি ধৰিলে।

হৰেণ ঘোষে মনে মনে বৰ লাজ পালে আৰু বিষ্ণু ৰাভাক ধন্যবাদ জনাই কৰমৰ্দন কৰিলে।

ইয়াৰ পিচতেই বিষ্ণু ৰাভাক কলিকতাৰ তুখন কলেজ আৰু কেবাটাও সাংস্কৃতিক অনুষ্ঠানে নৃত্যৰ বিষয়ে বক্তৃতা দিবলৈ নিমন্ত্ৰণ জনালে। সেই মতেই তেওঁ জ্ঞানগৰ্ভ বক্তৃতা দি শ্ৰোতা আৰু নৃত্য-শিক্ষাৰ্থীসকলক উপকৃত কৰিলে। তেওঁৰ নাম সকলোপিনে প্ৰচাৰ হৈ গ'ল।

এনেতে ত্ৰিপুৰাৰ মহাৰজাৰ ৰাজ-ভৱনত সঙ্গীত অধিবেশনৰ দিন স্থিৰ হৈছিল। ইয়াৰ বাবে, বিষ্ণুপ্ৰসাদ আৰু গজেন বৰুৱা তুয়োৰো ৰাজ-নিমন্ত্ৰণ আছিল। পাহাড়ী সান্যাল, তিমিৰ বৰণ, পঙ্কজ মল্লিক, বীণাপাণি মুখাৰ্জী, নবদ্বীপ হালদাৰ আদি বিশিষ্ট সঙ্গীতজ্ঞ-সকলকো তালৈ নিমন্ত্ৰণ জনালে।

গজেন বৰুৱা যাত্ৰাৰ বাবে প্ৰস্তুত। কিন্তু বিষ্ণু ৰাভাই হঠাতে নোযোৱা হৈ বৰুৱাক চিঞৰি চিঞৰি কবলৈ ধৰিলে—"গজেন, মই নাযাওঁ, কেতিয়াও নাযাওঁ, তুমিও যাব নোৱাৰা। মহাৰজাইতে আমাক বান্দৰতকৈ আৰু বেছি নাভাবে। আমাৰ সংস্কৃতি বা জনগণৰ সংস্কৃতি আৰু শক্তিৰ সিহঁতে কি মূল্য বুজে! কৃষ্টি-সংস্কৃতি সিহঁতৰ মস্কৰা অৰসৰ বিনোদনহে।"...

ৰাজস্থান হোটেলত থাই-বৈ থাকোঁতে তিনি মাহৰ ভিতৰত

সাতশ টকা হ'ল। হোটেলৰ মালিকে টকাৰ বাবে খুব তাগিদা দিবলৈ ধৰিলে। তেতিয়া বাভাই মনতে ভাবিলে যে দুজনীমান বঙালী ছোৱালীক গান শিকাই চেনোলাত ৰেকর্ড কৰিব আৰু সেই পৰিকল্পনামতেই হ'ল। বন্ধু আৰু কোনো কোনোক "ভগৰ ফুলে মুগুৱায় নাহৰ ফুলে গুৱাব" গীতটো শিকোৱা আৰম্ভ কৰিলে; কিন্তু পিচত কি খং উঠিল জানো, গান শিকোৱা হঠাৎ বন্ধ কৰি দিলে। ইপিনে হোটেলৰ মালিকৰ তাগিদাত দুয়ো দুদিন ভাতকে নাখালে।

তৃতীয় দিনা বিষ্ণুপ্ৰসাদে গাৰ কানি-কাপোৰ খুলি গামোচা এখন কৌপিনৰ দৰে পিন্ধি লৈ, গাত পাউদাৰ সানি পদ্মাসন কৰি বহি শিৱ-স্তোত্ৰ এটি গাবলৈ ধৰিলে। এনেতে হোটেলৰ মালিক খৰম পিন্ধি খট্‌খটকৈ ওপৰলৈ উঠি আহিল, হাতত তেওঁৰ ভাঙৰ চিলিমটো। তেওঁ আহি বাভাদেৱক তেনে ৰূপত দেখি এটা কৌতুকৰ হাঁহি মাৰি "পিজিয়ে শিউজী পিজিয়ে" বুলি চিলিমটো আগবঢ়াই দিলে।

"তুম গাও, হম বজায়েঙ্গা" বুলি কৈ কাষতেই থকা তবলাযোৰ ললে।

বিষ্ণু বাভাই এটি ধ্ৰুপদ গোৱাৰ পিচত হোটেলৰ মালিকজনেও ধ্ৰুপদ গাবলৈ ধৰিলে। এনেদৰেই দুয়োৰো বন্ধুত্ব আৰম্ভ হ'ল। পিচত বাভাদেৱে জানিব পাৰিলে যে আগতে মানুহজন ভাল সঙ্গীতজ্ঞ আছিল; পিছে অৱস্থাৰ পাকত পৰি হোটেল খুলিলে। আৰু সঙ্গীত প্ৰায় বাদেই দিলে। আন এদিন হোটেলৰ মালিকে তেওঁৰ জীৱনৰ এটি কৰুণ অধ্যায় বাভাৰ আগত কোৱাত দুয়োৰো চকুপানী বৈ আহিল আৰু দুয়ো দুয়োকো সাৱট মাৰি ধৰিলে।

এনেদৰে থাকোঁতে শোণিত কোঁৱৰ গজেন বৰুৱাই এদিন 'অভিনয় দৰ্পণ'ৰ কিবা এটা কথা লৈ তেওঁৰ লগত তৰ্কৰ পাতনি মেলাত "তুমি মোৰ ক্লাছ ফ্ৰেণ্ডৰ ভায়েক, মোতকৈ কিমান সৰু, তোমাৰ ইমান সাহস!" বুলি কৈ আলনাত থকা চোলা এটা ফালি তললৈ পেলাই দিলে।

"অ' মোৰ চোলাটোকেই আপুনি ফালি পেলালে?" গজেন বৰুৱাই ক'লে।

"অ' এইটো তোমাবহে নেকি? তেন্তে মোব এটাকে কাণো।" বুলি পুনব ষিটো চোলা হাতত ললে, সেইটোও বকন্নাবেই আহিল। তেতিয়া তেওঁ তবিত ধবি ক্ষমা খুজি ক'লে, "সেইটোও মোবেই ককাইদেউ! নাকালিব, সেইটো কালিলে মই উদং গাবেই থাকিব লাগিব।"

বাভাব খং শাম কাটিলে। পিচ মুহূর্ততে তেওঁ গজেন বকন্নাক সাবট মাবি ধবি স্নেহ কবিবলৈ ধবিলে।

তেওঁলোক তাত থকা সময়ত প্রফুল্ল দত্ত গোস্বামী, ধর্মেশ্বব বকন্না, পার্বতী শর্মা, দুলাল ববঠাকুব, দিলীপ শর্মা আদিয়ে সেই হোটেলত তেওঁলোক দুয়োকো মাজে-সময়ে লগ ধবিবলৈ আহিছিল। এদিন 'আৱাহন'ব সম্পাদক শ্রীদীন শর্মাব ভৱানীপুবব ঘবলৈ দুয়োয়ো দুপবীয়াব ভোজনব বাবে নিমন্ত্রণ হ'ল। লগতে প্রফুল্ল দত্ত গোস্বামী, দুলাল ববঠাকুবকো নিমন্ত্রণ কবিলে। আটাইকেইজন লগ হোৱাত দিলীপ শর্মা আৰু তেওঁব ভনীয়েক আবত্তিয়ে গান গাই শুনালে। এটা গান বাভায়ো গালে। তেনেতে খোৱাব সময় হ'ল বুলি খবব আহিল। তেওঁলোক সকলোৱে খোৱা-কোঠালৈ উঠি গ'ল। তেতিয়া শর্মা আহিয়ে পোৱা নাছিল, প্রেছত কিবা কামব পবিচালনাত আছিল।

তেওঁলোকে খোৱা আবম্ভ কবাব পিচত শর্মা আহি ওলাল। তেওঁ বাভাদেৱব পিনে চাই কলে যে খুব গান-বাজনা চলিল, কিন্তু তেওঁহে বাভাব গান শুনিবলৈ নাপালে।

তেতিয়া সকলোকেইজন আলহীয়ে খোৱাত লাগিছে। বাভাই গিলাচটো হাতত লৈ ভাতব ওপবত পানী ঢালি তৎক্ষণাৎ তললৈ নামি গ'ল। গৃহস্থ আৰু অতিথিসকল হতভম্ব হৈ পবিল দিলীপ শর্মাই তেওঁক ঘুবাই নিবলৈ দৌবাদৌবিকৈ নামি আহিল যদিও, তেওঁক লগ ধবিব নোৱাবিলে। ইতিমধ্যে তেওঁ ট্রামত উঠিলেই।

পিচদিনা তেওঁ গজেন বকন্নাক ক'লে, "বুজিছা গজেন, মোব এটা গানব বিনিময়তহে যেন লোকে মোক এসাজ খুৱাব। আজিব বাতিব ট্রেইনতেই তেজপুব। নতুন গান আৰু বেকর্ড কবা নহ'ল।"

। পোন্ধৰ।

# জন-জীৱনৰ আঁহে-আঁহে পাহে-পাহে

আকৌ তেজপুৰ সংস্কৃতিৰ বিশ্ববিদ্যালয়ৰূপে ৰজনজনাই উঠিল। তাৰেই কাৰ্য্যালয়ৰ দায়িত্ব লৈ বান ৰজমহই অতীতৰ ইতিহাস ৰচিবলৈ বিভিন্ন গুণীজনক আকৰ্ষণ কৰি লৈ আছে। ডেকাৰগাওঁ, মাজগাওঁ, কেতেকীবাৰী, নিকামুলকপৰাও লোকজনৰ আগমন হ'ল। নতুন প্ৰতিভাৰে ফণী শৰ্মা আৰু আন কেবাজনেও আখৰাৰ পাতনি মেলিলে। বিষ্ণু ৰাভাই কেতিয়াবা "সঙ্গীত দামোদৰ", "নাট্যশাস্ত্ৰ", শাৰঙ্গ-দেৱৰ "সঙ্গীত ৰত্নাকৰ" আৰু "অভিনয় দৰ্পণ'ৰ নানা কথাৰ আলোচনাৰে সকলোৰে মন মুহি পেলালে। এই শাস্ত্ৰসমূহত ৰাভাৰ গভীৰ জ্ঞানৰ উমান পাই সকলো আচৰিত হ'ল। কোন সময়ত, কেতিয়ানো তেওঁ এই সঙ্গীতৰ সাগৰ মথিবলৈ সময় পায়, তাকেই ভাবি সকলো স্তম্ভিত হৈ পৰে।

এনে সময়তে স্বাধীনতা আন্দোলনৰ কুকং-কাবাং আৰম্ভ হৈছে। কি পদ্ধতিৰে কেনেকৈ পুনৰ ১৯২১ চনৰ নিচিনাকৈ সমগ্ৰ ভাৰত ব্যাপি আন্দোলন চলাব পৰা যাব নেতাসকলৰ মাজত তাৰেই আলোচনা আৰম্ভ হৈছে! তেতিয়া কংগ্ৰেছেই স্বাধীনতা আন্দোলনৰ অগ্ৰণী অনুষ্ঠান। গান্ধীজী তেতিয়া অদ্বিতীয় নেতা। স্বাধীনতা আন্দোলনৰ বাবে চৰমপন্থী, নৰমপন্থী, মধ্যমপন্থী আদি বিভিন্ন উপদল দেশত আছিল। গান্ধীবাদী নীতিৰ অহিংস অসহযোগত অনেকৰ বিশ্বাস

নাথাকিলেও, তেতিয়ালৈ কিন্তু প্ৰায় সমস্ত জনগণেই মহাত্মা গান্ধীকেই নেতাস্বৰূপে মানি লৈছিল। তেওঁ এইবেলি গাইগুটীয়া সত্যাগ্ৰহৰ পদ্ধতি এটি উলিয়াই ধনে-জনে যুদ্ধত বৃটিছক সহায় কৰিব নালাগে বুলি ধ্বনি দিয়াৰ ব্যৱস্থা কৰিলে। এনে ধ্বনিত চৰকাৰৰ কালবপৰা গ্ৰেপ্তাৰ চলিবলৈ ধৰিলে। ইংৰাজ চৰকাৰক যুদ্ধৰ সুযোগ লৈ শ'লঠেকত পেলোৱাটো গান্ধীৰ অহিংস নীতিৰ পৰিপন্থী বুলি আন্দোলন ব্যাপক কৰিবলৈ মহাত্মাই ইচ্ছা নকৰিলে। ফলত জাগৰণমুখী জনতাৰ শক্তিৰ পূৰ্ণ প্ৰয়োগ হৈ নুঠিল। চাই থাকোঁতে থাকোঁতেই মহাযুদ্ধ ব্যাপক হৈ পৰিল আৰু পৃথিবী জুৰি যুদ্ধৰ বন্দুক-বাৰুদ, টেঙ্ক-বৰটোপৰ প্ৰলয় গৰ্জনত বিশ্ব কঁপি উঠিল।

যদিও ছাত্ৰ অৱস্থাতেই বাভাদেৱে দেশৰ স্বাধীনতাৰ স্পৃহাৰ বাবে পুলিচ আৰু চোৰাংচোৱাৰ হাতত বাৰে বাৰে ব্যতিব্যস্ত হব লগা হৈছিল, দুৰ্ভোগ ভুগিছিল আৰু শেষত ছাত্ৰ-জীৱনৰেই দুখজনক পৰিসমাপ্তি ঘটাব লগা হৈছিল, তথাপিও তেওঁ কংগ্ৰেছৰ সভ্য হোৱা নাছিল। ইয়াৰ প্ৰধান কাৰণ হ'ল আদৰ্শগত পাৰ্থক্যৰ। কিন্তু অন্যতম শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালাদেৱ কংগ্ৰেছৰ এজন বিশিষ্ট সভ্য আছিল। মহাত্মা গান্ধীৰ আদৰ্শৰ প্ৰতি তেওঁ অনুৰক্ত আছিল; কংগ্ৰেছ কমিটীৰ স্বেচ্ছাসেৱকসকলক প্ৰশিক্ষণ দি আন্দোলনৰ বাবে প্ৰস্তুতি চলাইছিল আৰু ইয়াৰ বাবে বৃটিছ চৰকাৰৰ কাৰাগাৰতো সোমাব লগা হৈছিল।

যুদ্ধ আৰু আন্দোলনৰ পৰিস্থিতিৰ বাবেই বান বজমঞ্চ লাহে লাহে নিভাজ মাৰি আছিল। ইপিনে টাউন-চহৰবিলাকত পোহৰৰ নিয়ন্ত্ৰণ ( Black out ) চলিছে। মানুহৰ ঘৰৰ পোহৰো বাহিৰলৈ আহিব নোৱাৰে, যান-বাহনবিলাকতো উজ্জ্বল পোহৰবোৰ জোনাকী পৰুৱাৰ দৰে হৈ পৰিল। খাদ্য-বস্ত্ৰ, দৈনন্দিন লাগতীয়াল উপকৰণ, ঘৰুৱা সা-সঁজুলি আদিৰ ওপৰতো এটি চৰকাৰী নিয়ন্ত্ৰণ আৰম্ভ হৈছিল। সাহিত্য-সৃষ্টিৰ বৰ-চোতালস্বৰূপ কাকতৰ বাককৈয়ে মহাৰ্ঘ ঘটিল

নৱ-সৃষ্টিৰ নৱ-সাহিত্যই মাতৃ-গৰ্ভতেই আবদ্ধ হৈ পৰিল। গীত-বাদ্য-নৃত্যৰ যেন আৰু উলাহ-মালহ নাই। যুদ্ধৰ বিভীষিকাই সকলো ক্ষেত্ৰতে ৰাইজক পেপুৱা লগালে। তথাপিও বিদেশী শাসনৰ বিৰুদ্ধে যুঁজিবলৈ সকলো হ'ল বদ্ধপৰিকৰ।

বিষ্ণু ৰাভাৰ বিপ্লৱী মনটো মুকুতিৰ বাবে জাগি উঠিল। কিন্তু মুকুতিৰ পথ ক'ত, কোনটো, কোন বাটেদি গলে হালোৱা, হজুৱা, বনুৱা, ছুৱীয়া ৰাইজে মুকুতিৰ পোহৰ দেখিব? শোষণহীন সাম্যৰ শান্তিৰ ৰাজ্যত নিবাস কৰিব পাৰিব? ইংৰাজ গুচি গলেই ক্লিষ্ট-পিষ্টই মুকুতি পাবনে?

তেওঁ মনৰ মাজতেই ৰচিলে :

"……ৰণ……

মহাৰণ।…

দিশে দিশে

দেশে দেশে

জ্বলিল অগনি, মহাৰণ দাবানল ;

সুখৰ ছাই হ'ল,

হ'ল ধৰা ছাৰখাৰ

চুচুৰ্মৈ চুৰমাৰ ;

উঠিল পৃথিৱী জুৰি ৰোল, হাঁহাকাৰ

বুকু-ভগা হিয়া-ছিগা 'হায়' হুতাশৰ…।

এই ৰণ অতি ভয়ঙ্কৰ,

ভীষণ কৰালময় দ্বিতীয় সমৰ।"…

ইটালিৰ চিত্ৰকৰ মাইকেল এঞ্জেলোৰ দৰে তেওঁ নিৰানন্দৰ শিল্পী নাছিল। তেওঁ বিশ্বাস কৰিছিল আনন্দময়, শান্তিময় সাম্যৰ সমাজৰ অদূৰ ভৱিষ্যতৰ আগমনত। কিন্তু এই সাম্যৰ সমাজখন আপোনা-আপুনি নাহে। তাৰ বাবে লাগিব চেতনা আৰু প্ৰেৰণা। লগতে হব লাগিব এটি বিৰাট সংঘাত—বিপ্লৱ। কিন্তু

এই সাম্রাজ্যবাদী যুদ্ধবিলাকে ধনিক, পুঁজিপতি আৰু সম্রাটসকলকহে উপকৃত কৰিব পাৰে। অৱশ্যে পৰাধীন নিপীড়িত জাতি আৰু দেশবিলাকে যুদ্ধৰ সুযোগ লৈ বিদ্ৰোহ কৰিব পাৰে। কিন্তু খণ্ড-বিদ্ৰোহ বা অসংগঠিত বিপ্লৱে একো সুফল আনিব নোৱাৰে। বৰ্ত্তমানৰ কৰ্ত্তব্যতা আৰু দুৰ্বলতাবশৰ্তা সুমৰ, মুখী, সাম্য, সুখৰ মানবীয় সংসাৰ এখনলৈ সেতু সাজি লখিমী সীতাক উদ্ধাৰ কৰাৰ উপায়ো নিশ্চয় নাই। আদৰ্শবাদী দাৰ্শনিক বিষ্ণুপ্ৰসাদে তেতিয়াই বিজিয়াই গাবলৈ ধৰিলে :

"ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহাৰ শিকলি ভাঙ্।
ছিঙ্ ছিঙ্ ছিঙ্ ছিঙ্
দাসৰ বান্ধোন ছিঙ্।......
শুন সোৱা শুন্ শুন্
ঘোষিছে ৰণ-বিষাণ,
মুক্ত আকাশে উৰে
দীপ্ত ৰঙা নিচান,
ৰক্তেৰে ৰঞ্জিত
সূৰ্য্য উদীয়মান
শুন মুক্তিৰ সুৰমৰ আহ্বান।
হালোৱা-হজুৱা হেৰ' মজুৰ কিষাণ
'মুক্তিমান! মুক্তিমান!! মুক্তিমান!!!

হেৰ' বিপ্লৱী বিদ্ৰোহী বীৰ
তোল তোৰ অৱনত শিৰ।
অতদিনে কিয় তই আছিলি অসহ্য
পৰ পদানত
নিৰ্য্যাতিত, নিপীড়িত,
লাঞ্ছিত, শোষিত?"......

ধ্বংসাত্মক শক্তিৰ বিৰাট ক্ষমতা বিকৃতিৰ ফলত এখন দেশৰ মানুহেই নহয়, সমগ্ৰ মানৱ জাতিয়েই এই মহাযুদ্ধৰ বাবে বিপন্ন হৈ পৰিল। অৱশ্যে সাম্ৰাজ্যবাদী আৰু পুঁজিপতিয়ে সদায় প্ৰচাৰ কৰে যে পৃথিৱীত যুদ্ধ নিপাত কৰি শান্তি প্ৰতিষ্ঠা কৰিবলৈকে তেওঁলোকে যুদ্ধত অৱতীৰ্ণ হয়। এইবেলিও তাকেই ঢাক-ঢোল বজাই কোৱা হ'ল ; কিন্তু পৃথিৱীয়ে আজি বুজি লোপোৱাকৈ থকা নাই যে পুঁজিবাদ আৰু সাম্ৰাজ্যবাদৰ পৰিত্ৰাণৰহে পথ। যিমানদিন পুঁজিবাদ থাকিব, সিমান দিনলৈ সাম্ৰাজ্যবাদ থাকিব ; যিমান দিনলৈ সাম্ৰাজ্যবাদ থাকিব, সিমান দিনলৈ ভয়ামন্না যুদ্ধৰ আশঙ্কাও থাকিব। এই কাৰণেই শোষিত, নিৰ্য্যাতিত, হালোৱা, হজুৱা, বনুৱাৰ মুক্তিকামী আৰু মানৱতাবাদী সকলোৱেই এই যুদ্ধৰ অৱসানৰ বাবেহে মাতিছে, লিখিছে, গাইছে।

শাসক-শোষক আৰু অভিজাতসকলৰ ভুৱা দৰ্শনবিলাকৰ প্ৰতি তেওঁৰ একো আস্থা নাছিল। জনসাধাৰণে দৰ্শনৰ গভীৰ অন্ধকাৰৰ মাজলৈ সোমাই গৈ পোহৰ আবিষ্কাৰ কৰিব নোৱাৰে। জনসাধাৰণক লাগে জীৱনধাৰাৰ বাস্তৱ পদ্ধতি। সামাজিক বাস্তৱতা আৰু বৈপ্লৱিক সংগ্ৰামৰ প্ৰয়োজনীয়তাৰ প্ৰতি তেওঁ আছিল সত্যনিষ্ঠ। সেই কাৰণেই সৰ্বপল্লী ৰাধাকৃষ্ণন আদিৰ নিচিনা বিখ্যাত দাৰ্শনিকলৈও পুঁজিবাদী দাৰ্শনিক তাৰি তেওঁ বিশেষ আস্থা প্ৰকাশ কৰিব পৰা নাছিল। বাতাদেৱে আৰু বিশ্বাস কৰিছিল যে যিমান দিনলৈ ৰজা-জমিদাৰ, ধনী-পুঁজিপতিৰ কৰতলত সমাজ-ব্যৱস্থা আৰু ৰাষ্ট্ৰ থাকিব, সিমান দিনলৈ সুন্দৰ সংস্কৃতিও বিকশিত হৈ উঠিব নোৱাৰিব। এই তত্বটো তেওঁ এনে ধৰণে ব্যাখ্যা কৰিছে :

"...বিবিলাক ধনী, জমিদাৰ, হাকিম, পুঁজিপতি, চাহ বাগিচাৰ মালিক, তেওঁলোকে এই বাপতি সাহোনীয়া সম্পত্তি অসমৰ কৃষ্টি-সংস্কৃতি, উপহাস আৰু আমোদৰ উপকৰণ বুলি ইতিকিং কৰি নিষ্ঠুৰ আনন্দ লভে। কিন্তু তেওঁলোক জানো অসমীয়া? তেওঁলোক

আনো ভাৰতৰ নাগৰিক? তেওঁলোক অসমীয়া নহয়, ভাৰতৰ নাগৰিকো নহয়। পৃথিবীৰ আন আন দেশৰ সেই একে শোষক সম্প্ৰদায়ৰ তেওঁলোক, যাৰ জাতি নাই, দেশ নাই, কেৱল সুবিধাবাদী মুনাফাখোৰ, চোৰাং-বজাৰী। তেওঁলোকৰ ৰচনা, তেওঁলোকৰ বক্তৃতা, তেওঁলোকৰ সৃষ্টি কেৱল ভুৱা আৰু ফাঁকি। তেওঁলোকৰ টকা আছে, ছপাখানা কিনিছে, বক্তিতা খুৰাই শুনিছে, গাঁথিছে, লিখিছে, ৰচিছে, আঁকিছে আৰু তাকে ছপাই জগতত প্ৰকাশ কৰিছে, বিলাইছে। আজি যাৰ অন্তৰত জেতুকা পাতৰ দৰে বঙা বোল সোমাই আছে, যাৰ হৃদয়ৰ অভ্যন্তৰত ধেতুবাৰ কলীয়া বেণু লুকাই আছে, যাৰ হিয়াৰ আমঠু সদায় নিষ্পেষিত, নিপীড়িত, নিৰ্য্যাতিত হৈ চিৰকাল পুৰি ছাই হৈ গৈছে, সেই কৃষক-বনুৱা অসমীয়া দলৰ গল্প, উপন্যাস, নাটক, ছবি, মূৰ্তি, নাম, গীত, বোলছবি, ৰেখা প্ৰকাশ কৰিবৰ অৰ্থ নাই, সামৰ্থ্য নাই, সমল নাই। তেতিয়াহে প্ৰকৃত শিল্পৰ উৎকৰ্ষ সাধন হব যেতিয়া এই অত্যাচাৰিত দলৰ প্ৰকৃত স্বৰূপ উদ্ঘাটিত হব, অৱনত দুৰৱস্থা উন্নীত হব আৰু তেওঁলোক এই আছল-বহল পৃথিবীৰ বুকুত চিৰমুক্ত, চিৰস্বাধীন হৈ উমলি ফুৰিব পাৰিব।”...

ৰাভাদেৱৰ প্ৰাণটো আছিল সদায় জন-জীৱনৰ লগত। সকলো হোম-যাগ-যজ্ঞ, পূজা-পাতলৰ আগতেই যে গণপতিৰ পূজা এভাগ দিয়াৰ ব্যৱস্থা আছে, এই গণপতি বা গণেশ তেওঁৰ বিচাৰ মতে জন-গণৰ বাহিৰে আন একো নহয়; জনগণৰ সেৱা আদিতে নকৰাকৈ কোনো দেৱ-দেৱতাৰ পূজা হব নোৱাৰে। জনগণেই সকলো ধৰ্ম-কৰ্মৰ আদি। এই গণেশৰ দাঁত এটা, ইয়াৰ তাৎপৰ্য্য তেওঁৰ মতে জন-গণৰ একতা শক্তিৰ প্ৰতীক।

তেওঁৰ ‘সোণপাহি’ গল্পৰ কিতাপৰ পাতনিত এই গণেশৰ বিষয়ে তেওঁ এনেদৰে লিখিছে :

“গণপতি গণেশ। মানৱ-সমাজত গণপতি আন একোৱেই নহয়—স্বয়ং জনগণ, আৰু সেই জনগণেই গণপতি। পতিকে গণেশ,—কাৰণ

স্বয়ং জনগণেই ঈশ বা ঈশ্বৰ,—গণেশ গণেশ্বৰ। তেওঁৰ অথবা একতাবদ্ধ জনতাৰ সিদ্ধি সৰ্বত্ৰ। সেই কাৰণে তেওঁ সিদ্ধিদাতা সিদ্ধেশ্বৰ। এই সিদ্ধিদাতা এণ্ডুটীয়া বাইজেই সমাজৰ মহাৰ্ঘ, প্ৰগতিৰ অব্যৰ্থ বাহন। এই গণেশ যেই সেই গণেশ নহয়, এঁদতীয়া গণেশ, —একতাৰ ডোলেৰে গুথা এণ্ডুটীয়া গণেশ,—গণ-দেৱতা।

এণ্ডুটীয়া বাইজৰ শক্তি অলৌকিক। ৰুছিয়া-চীনৰ ঐতিহাসিক বিপ্লৱেই ইয়াৰ সাক্ষী। অমানুষিক প্ৰতিক্ৰিয়াশীল নিপেষণতো ইয়াৰ মৰণ নাই।"...

যুদ্ধৰ বিভীষিকাত যেতিয়া মঞ্চজগত নিতাল মাৰিব লগা হ'ল, তেতিয়া তেওঁ এই জনগণৰ জীৱনৰ আঁহে-আঁহে, পাহে-পাহে সোমাই গণ-দেৱতাৰ লগত মিলি যাবলৈ হাবিলাস কৰিলে। সেই জীৱন-সমুদ্ৰত নাহুৰি-সাঁতুৰি জীৱনৰ মৌ-কোঁহ লভিবলৈ তেওঁ সেই অপাৰ বিশাল সমুদ্ৰত সাঁতোৰ মেলে।

এদিন শ্ৰীদেবেন্দ্ৰ নাথ চলিহা তেওঁৰ ঘৰলৈ গৈছিল। তেওঁ ভাবি গৈছিল যে বান ৰঙ্গমঞ্চ এনেকৈ নিমাত-নিতালকৈ ৰাখিলে পূৰ্বপুৰুষসকলে নিশ্চয় অশান্তি পাব, গতিকে এখনি নাট মেলাতো উচিত হব। সেই কথাকেই তেওঁ বাভাদেৱৰ লগত আলচ কৰিবলৈ গ'ল। তেওঁ মান্তি হ'লে ৰুণী শৰ্মা আদি সকলো অভিনেতায়ে মত দিব। কিন্তু চলিহাই গৈ জানিব পাৰিলে যে বাভা ঘৰত নথকা দুদিন হৈ গ'ল। তেওঁ হেনো গাৱঁলৈ গ'ল, কোন গাৱঁলৈ গ'ল কোনেও নাজানে।

তেওঁৰ তিনিকুৰি চাৰি মহীয়া জীৱনত অসম আৰু অসমৰ বাহিৰৰ শ-শ গাৱঁত তেওঁ নিশা কটাইছে আৰু শ-শ গাৱঁত গাৱঁলীয়া হালোৱা-হজুৱা-বনুৱা লোকৰ লগত এক হৈ তেওঁলোকৰ জীৱনৰ বিভিন্ন দিশৰ লগত ছিৱাৰ আত্মীয়তা স্থাপন কৰিছে। সাধাৰণ দুখীয়া শান্তিকামী কৃষক-মজুৰক এক শ্ৰেণীৰ ক্ষমতাশালী আৰু ধনী লোকে কেনেকৈ অন্যায়ভাবে শোষণ কৰি সেইসকলক ৰক্তমাংসহীন কৰি পেলাইছে,

তেওঁলোকৰ ধৰ্মীয় ভাব আৰু কু-সংস্কাৰৰ সুযোগ লৈ কেনেকৈ স্বাৰ্থান্বেষী, ধনৰ খকুৱা, মাটিৰ খকুৱাসকলে তেওঁলোকক ককি ককি খাইছে, মূৰৰ ঘাম মাটিত পেলাই কৰলোৱা শস্যৰ গুটিধানখিনি কেনেকৈ তেওঁলোকৰ মুখৰপৰা কাঢ়ি আনিছে, ধনৰ অভাৱত, ঔষধৰ অভাৱত সেইসকলৰ গাৱঁলীয়া গৰীবসকলৰ বুকুৰ কলিজা হিয়াৰ মাণিক পো-নাতিসকল যমৰ ভক্ষণ হৈছে, জাৰত কাপোৰৰ অভাৱত কেনেকৈ তেওঁলোক থকৃথকৃকৈ কঁপিছে, বাৰিষাৰ বৰষুণত সৰগ দেখা চালেৰে কেনেকৈ পানী পৰিছে, ইত্যাদি নিকৰুণ দৃশ্যই তেওঁৰ প্ৰাণত বাককৈয়ে হেন্দোলনি তুলিলে। তেনে সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে তেওঁৰ মনটো বিদ্ৰোহী হৈ উঠিল, আৰু সেইসকলৰ দুখ-বেদনাই তেওঁৰ অন্তৰ যেন ভাঙি চূৰমাৰ কৰিলে। দৰদী শিল্পীজনাৰ প্ৰাণটোৱে কান্দি উঠিল আৰু ইয়াৰ প্ৰতিকাৰৰ বাবে তেওঁ ব্যাকুল হ'ল। ইখন গাৱঁৰপৰা সিখন গাৱঁলৈ তেওঁ গুচি যায়।

সেই গাৱঁলীয়াসকলৰ নিষ্পেষণৰ মাজতে থকা তেওঁলোকৰ সাংস্কৃতিক জীৱনৰ লগতো তেওঁ জড়িত হয়। ক'ৰবাত গীত গালে, ক'ৰবাত ঢোল-মাদল বজালে, ক'ৰবাত চিকুণৰ ছেৱে-ছেৱে নাচিলে, ক'ৰবাত হয়তো সেই সৰল হোজাসকলক বুজাই বক্তৃতা দিলে। কোনো কোনো ঠাইত জুইশালৰ কাষত বহি ডেকা-বুঢ়া-ল'ৰাক বুজালে। বুঢ়াসকলৰ মাজত বহিও তামোল চোবাই চোবাই নানা কথা পাতিলে। বহুতৰেই তেওঁ ককাই, দাদা, জেঠা, আকা, আতা, পিতা হৈ পৰিল। সকলোৱে আপোন ভাবত তেওঁক যেন বান্ধিছে বাখিব। নানাজনে নানা সম্বন্ধ পাতিলে। তেওঁ মৰ্মে মৰ্মে অনুভৱ কৰিলে যে অসমীয়া কৃষ্টি-সংস্কৃতি-সভ্যতাক এই অনাদৃত, শোষিত, নিষ্পেষিতসকলেহে জীয়াই ৰাখিছে; এইসকলেইহে পূৰ্ণসংস্কৃতিৰ বাহক। এওঁলোকক মানুহৰ দৰে জীয়াই ৰাখিব লাগিব— আৰু যুগৰ চেতনা-প্ৰেৰণাৰে এওঁলোকক সঞ্জীৱিত কৰি তুলিব লাগিব। শোষণ-শাসন-অত্যাচাৰৰপৰা এওঁলোকক মুক্ত নকৰিলে

অসমীয়া জাতিব মৃত্যুবাণ এওঁলোকব হাতভেই। তেওঁ বচনা কবিলে :

"দুখীয়াব কলিজা নিজবি লয়,
টুপি টুপি তেজ সুহি সুহি পিয়,
কৰি কৰি মগুহ চোবাই খায়,
কুকুহি হাড় কেইদালো চোবায়,
হুচিয়াব ! হুচিয়াব !!
ধনী ! মহাজন !! জমিদাব !!!
হুচিয়াব ! হুচিয়াব !!
বিপ্লব পথবে যাত্ৰী আমি
সব্‌ বহাবাবে মুক্তিকামী
দর্প ধনীব আমি সংগ্রামী
চূর্ণ কবিম—পণ আমাব।
হুচিয়াব ! হুচিয়াব !!
ধনী ! মহাজন !! জমিদাব !!!
হুচিয়াব ! হুচিয়াব !!
শেষ যুদ্ধব আমি বন্ধুবা,
পৃথিবীব হালোৱা বন্ধুবা,
হ'ম বিজয়ী আমি দুখীয়া।
ক'ত ববি ধনী এইবাব ?
হুচিয়াব ! হুচিয়াব !!
ধনী ! মহাজন !! জমিদাব !!!
হুচিয়াব ! হুচিয়াব !!

॥ ষোল ॥

# মুকুতি-দেউলৰ বৰ-চোতালত

জন-জীৱনৰ লগত একাত্ম হৈ জীৱন অতিবাহিত কৰিছিল বিষ্ণুপ্ৰসাদে। তেওঁৰ শিল্পী-জীৱনৰ অনুপ্ৰেৰণাৰ প্ৰধান উৎসও আছিল এই বাইজৰ মহতী-জীৱন, হালোৱা-হজুৱা-বনুৱাৰ নিপীড়িত জীৱনৰ প্ৰাণস্পৰ্শী সঁচা কথাবোৰ—যিবিলাকৰ লগত তেওঁৰ প্ৰাণৰ সম্পৰ্ক গঢ়ি উঠিছিল গভীৰভাৱে। বাইজৰ মৰম আৰু আশীৰ্বাদতেই তেওঁৰ শিল্পী-জীৱনৰ সংঘাতময় সময়বোৰতো নিৰ্ভীকভাৱে কৰ্তব্য সমাপন কৰিবলৈ তেওঁক উদগাইছিল আৰু শক্তি প্ৰদান কৰিছিল। তেওঁ ৰচনা কৰি গাইছিল :

"বাইজে ৰজা মোৰ<br>
প্ৰজায়েই ৰজা মোৰ<br>
সুখৰে পঞ্চায়ত ৰাজ ॥<br>
সাজ মুক্তি সেনা সাজ!<br>
হুওঁ সমদল আজি ৰাজ<br>
সুখৰে পঞ্চায়ত ৰাজ ॥<br>
নাই ভয়, নাই ভৰ<br>
নাই একো ভিন্ পৰ<br>
হ'ল শেষ যত কাঁকি ৰাজ।<br>
সুখৰে পঞ্চায়ত ৰাজ ॥

গৰ্জনৰ কণ্ঠৰ

হুংকাৰ মৰ্মৰ

শত বেদনাৰ সোঁত বল !

শত বা-বক্ষৰ

বন্যাৰে ৰক্তৰ

ৰক্তিম কলিজাৰ চল।

দূৰ হ'ল দুখীতৰ দুখ

আজি হ'ল শোষিতৰ সুখ

কত শত যুগৰ

কত কোটি শ্বহীদৰ

মৃত্যুৰ স্মৃতি এই তাজ।

সুখৰে পঞ্চায়ত ৰাজ॥

উদিছে নবীন সূৰ্য্য

বাজিছে বিজয় তূৰ্য্য

জাগে দীন-হীন শৌৰ্য্য

উজ্জীৱিত নৱ বীৰ্য্য

শাসে নৱ জন-গণ-ৰাজ

সুখৰে পঞ্চায়ত ৰাজ॥"

বিষ্ণুপ্ৰসাদে বিশ্বাস কৰিছিল যে যিমানদিনলৈ শোষণকাৰী ৰাষ্ট্ৰ থাকিব, সিমানদিনলৈ দুখীয়া কৃষক-বনুৱাৰ দুখ-বেদনাৰ অন্ত নপৰিব। যিদিনা পঞ্চায়তৰ পাতনি মেলিব, সিদিনাৰপৰাহে এই গৰীব নিপীড়িত ৰাইজৰ নিৰ্য্যাতিত জীৱনৰ কলীয়া ইতিহাসৰ সামৰণিৰ নতুন অধ্যায় আৰম্ভ হব। জন-জীৱনক এক নতুন আলোকে দীপ্তিমান কৰি তুলিব। পুঁজিপতি, ধনিক, বৰলোক, বৰমানুহ, বৰহাকিম, এইসকলৰ প্ৰতি তেওঁৰ কোনো আস্থা নাছিল। এইসকলৰ নীতিৰ বক্তৃতাসমূহকো তেওঁ ভুৱা আৰু 'ফাকিবাজ' বুলিহে কৈছিল।

জন-জীৱনৰ মহাশিল্পী শ্ৰীমন্ত শঙ্কৰদেৱে কোচবেহাৰ ৰাজ্যৰ নৃপতি

নবনাৰায়ণক তেওঁৰ ধৰ্ম-দৰ্শন নিদিলে। ইয়াৰ প্ৰধান কাৰণ আছিল তেৰাই যি নতুন সমাজৰ প্ৰতিষ্ঠা কৰিছিল, সেই নৱ-প্ৰতিষ্ঠিত সমাজ জন-গণৰহে সমাজ, ৰাইজৰহে সমাজ, ৰজাৰ সমাজ নহয়।

শ্ৰীমন্ত শঙ্কৰৰ অভিন্ন হৃদয়ৰ শিষ্য মাধৱদেৱ, গুৰুজনাৰ জোঁৱাই হৰি কায়স্থৰ লগতে চুহমুং দিহিঙীয়া আহোম ৰজাৰ হাতত বন্দী হৈছিল। বিচাৰত নামডাং নৈৰ পাৰত হৰিৰ শিৰচ্ছেদ কৰা হৈছিল আৰু মাধৱদেৱে ৰজাৰ আদেশ নোপোৱা পৰ্য্যন্ত মেচাঘৰৰ পুখুৰীৰ পাৰত জুপুৰী এটাত আশ্ৰয় লৈ ৰজাঘৰীয়া সিধা গ্ৰহণ নকৰি প্ৰজাৰ ঘৰৰপৰা চাউল-খৰি আনি জীৱন ৰক্ষা কৰিছিল। পিচত যেতিয়া স্বৰ্গদেৱে তেওঁক সোণ-ৰূপৰ চক আগবঢ়াই বিদায় দিয়াৰ হুকুম দিলে, তেতিয়া তেৰাই সোণ-ৰূপৰ চক গ্ৰহণ নকৰি লোণৰ টুপলি এটি মাত্ৰ লৈ ধোঁৱাহাটা-বেলগুৰিলৈ গুচি আহিছিল। ৰাজ-অনুগ্ৰহ কামনা নকৰা এয়েই জন-জীৱনৰ শিল্পী, এই জনতাক লৈয়ে তেওঁলোকৰ গীত-বাদ্য-নৃত্যৰ সমাবেশ, ভাওনাৰ বচন, মুখা-চো, কীৰ্তনৰ জন-সমন্বৰ, গীত-পদৰ জাউৰিয়ে জাউৰিয়ে উঠা জন-সমলয়, তাল-সুৰ-সঙ্গ। ৰাজ অনুগ্ৰহত শিল্পীৰ জীৱনলৈ দৈহিক সুখ-বিলাস আহিব পাৰে সঁচা, কিন্তু সেই শিল্পীৰ সৃষ্টিয়ে জন-জীৱনক সুন্দৰ আৰু সংস্কৃত কৰিব নোৱাৰে। শিল্পী-সাহিত্যিক আৰু কলাকাৰসকলৰ এনে সৎসাহসৰ পটন্তৰ পৃথিৱীত বৰ বিৰল।

বাভাদেৱৰ স্নেহৰ শিল্পী ৺গজেন বৰুৱা দৰং কমিউনিটি প্ৰজেক্টৰ 'সাংস্কৃতিক বিষয়া' হৈ চৰকাৰী কামত সোমাল। কথাটো গম পাই তেওঁ মনত বৰ দুখ পালে; কিন্তু কাকো একো নকৈ মনে মনে ব'ল। অলপ দিনৰ পিচতেই ওদালগুৰিত চৰকাৰী 'কিষাণ-মেলা' পতাৰ যো-জা চলিল। সাংস্কৃতিক বিষয়া হিচাপে বৰুৱাই সমাবোহৰ বহুত কামেই কৰিব লগা হ'ল। তেওঁ মনতে ভাবিলে যে বাভাদেৱৰ

দ্বাৰা সাংস্কৃতি-সভাখন উদ্বোধন কৰিব পাৰিলে অঞ্চলটিৰ কৃষক-বন্ধুৱা সকলো বাইজেই যোগ দিব।

বকৰাই তেওঁক লগ ধৰিবলৈ তেজপুৰলৈ গ'ল। তেতিয়া ৰাভা এখন চিত্ৰ আঁকাত ব্যস্ত আছিল। বকৰাক দেখিয়েই তেওঁ তুলিডাল থৈ অদ্ভুতভাবে 'গুড্ মৰ্নিং ছাৰ' বুলি কৈ উঠিল। বকৰা হতভম্ব হ'ল। তেওঁৰপৰা এনে ব্যৱহাৰ বকৰাৰ সপোনৰো অগোচৰ আছিল।

"চৰকাৰে গৰু কিনাদি তোমাক কিনি পেলালে। তুমি মৰিলা কিয়? লাজ নাই?"

বকৰা নিমাত হৈ পৰিল। ক্ষন্তেক পিচতে এটি স্বাভাৱিক হাঁহি মাৰি তেওঁ পুনৰ কলে, "অ' বহাঁ, বহাঁ, তুমি চৰকাৰী গৰালত সোমালা, ৰাইজৰ প্ৰকৃত সেৱা কেনেকৈ কৰিবা?"

"মোৰ কাম ৰাইজৰ লগতেই। ৰাইজেই মোৰ ৰজা।"

ৰাভাদেৱে হঠাতেই হৰ্ষান্বিত হৈ কলে, "ধন্য গজেন, ৰাইজক নেপাহৰিবা, ৰাইজৰ বাবেহে আমাৰ গীত-নাচ-অভিনয়-চিত্ৰ। ৰাইজৰ বাবে আমি গুৰু-শিষ্য সকলো এক হৈ' যাব লাগিব। চোৱাঁ, এয়া শঙ্কৰ-মাধৱ কেনেকৈ এক হৈ পৰিছে!"

আঁকি থকা প্ৰায়সমাপ্ত চিত্ৰখন তেওঁ গজেন বকৰাক দেখুৱালে। বিস্ময়ত নৃত্য-শিল্পী আৰু চিত্ৰকৰ বকৰাৰ চকু থৰ হৈ গ'ল। বাক্ যেন বন্ধ হৈ গ'ল।

কিছু সময় দুয়ো নিমাত।...তাৰ পিচত গজেন বকৰাই কৈ উঠিল—"অদ্ভুত...সুন্দৰ...অনুপম।"

ৰাভাদেৱৰ মুখত সুন্দৰ হাঁহিৰ ৰেখা এটি বিৰিঙি উঠিল।

কাপ-কাকত, ৰং-তুলি সামৰি তেওঁ বকৰাৰ লগত নানা গল্প পতাত লাগিল। বকৰাই সেই ছেগতে কিষাণ-সভাৰ সাংস্কৃতিক পয়োভৰৰ কথা কলে আৰু লগতে সেই সভাখন তেওঁ উদ্বোধন কৰিব লাগে বুলি অনুৰোধ কৰিলে। প্ৰথমতে আপত্তি কৰিছিল যদিও শেহান্তৰত ৰাভা মান্তি হ'ল।

সভাৰ দুদিনমান আগতে আহি তেওঁ গুৱাহাটী নদীৰ পাৰৰ কছাৰী গাৱঁত সোমাল আৰু বকৰাদৈক তেওঁ অহাৰ খবৰ দি পঠালে। তাৰ পিছত নাথায় বুলি জানিব পাৰি চাইকেলেৰে বকৰাই আৰু এজন সঙ্গী লৈ তেওঁক বিচাৰি গ'ল। মানুহক সুধি সুধি গৈ ভিতৰুৱা গাওঁখন পোৱাত জানিব পাৰিলে যে পক্ষীবাৰ ডেকাই তেওঁক শেখাৰ-পটলাৰ পিনে লৈ গ'ল। তেওঁলোকে চাইকেল চলাই গৈ গৈ বাটতে খবৰ পালে যে তেওঁ জবাবাৰীৰ বাভা গাৱঁলৈ খোজ-কাঢ়ি গৈছে। বকৰা ক্লান্ত হৈ পৰিল। তথাপিও মৰোঁ-জীওঁ-সোঁ-আধিকৈ চাইকেল চলাই গৈ তেওঁক কেইজনমান বাভা খেতিয়কৰ লগত পথাৰতেই লগ পালে।

"মোক বিচাৰি তোমালোকে বৰ কষ্ট খালা?" স্বাভাৱিক হাঁহি এটা মাৰি বাভাই ক'লে।

"একো কষ্ট নহয়, এতিয়া আমাৰ লগত ওলাবহে লাগে।"

কথাষাৰ কৈ বকৰাই সেই খেতিয়ক কেইজনৰ পিনে চাই সুধিলে. "ইয়াত গৰুগাড়ী বা ম'হৰ গাড়ী পোৱা যাবনে?"

"গৰুৰ গাড়ীয়েই পাব।" কোনোবা এজনে ক'লে।

"ইয়াৰপৰা ওদালগুৰিলৈ প্ৰায় ছয়-সাত মাইল হব; চাইকেল হ'ল দুখন।" বকৰাই ক'লে।

"আমাৰ চাইকেলহে নাই; গাড়ী লাগে যদি এতিয়াই যোগাৰ হৈ যাব।"

মানুহ কেইজনৰ দৌৰাদৌৰি লাগিল।

"আজি ওদালগুৰি ৰকত গীত-বাদ্য-নৃত্য হব। আপোনালোকে চাবলৈ যাব। এখেতেই আমাৰ উদ্বোধনৰ মহান অতিথি।" বকৰাই ক'লে।

"তেওঁ গলে চব মানুহ যাব। তেওঁ আমাৰ সকলোৰে গুৰু, পূজনীয়।"

এনেদৰে কিছুপৰ কথা-বতৰা পাতি থাকোঁতেই গৰুগাড়ী এখন

আহি পালেহি। বকৰাৰ লগৰজন চাইকেলেৰে আগবাঢ়ি গুচি গ'ল। বকৰাই চাইকেলখন গাড়ীতেই তুলি দিলে। ৰাভাৰ লগত তেওঁ গাড়ীত বহিল। উদং গাৰে গাবুৰটাং ডেকা এজন গাড়ীখনৰ চালক হৈ বহিল। পাচে পাচে এজন-দুজনকৈ প্ৰায় একুৰি মানুহ আহিল। বাটে বাটে তেওঁ বড়োগীত, ৰাভাগীত গাই গাই আহিল।

সন্ধিয়া পৰত ৰাভাই সভা উদ্বোধন কৰিলে, কিন্তু বেছি কথা নকৈ তেওঁ বড়ো ফকৰা-যোজনা কিছুমান গাই গাই বক্তৃতা শেষ কৰিলে। পিচত কেনি গুচি গ'ল উদ্যোক্তাসকলে কোনেও গমেই ধৰিব নোৱাৰিলে। জনতাৰ সাগৰত সাঁতোৰ মৰা ৰাভাদেৱক আৰু কোনে বিচাৰি পাব? গজেন বকৰাৰ মনটো বৰ বেয়া লাগিল।

মহৰ্ষি কাৰ্লমাৰ্ক্সৰ সহযোগী বিশ্ব-বিখ্যাত পুৰুষ ফ্ৰেডাৰিক এঙ্গেলছে কুৰিটা ভাষা পঢ়িব পাৰিছিল। গৱেষক ৰাভাদেৱে শান্তিনিকেতনৰ বিশ্ব-ভাৰতীত গোৱা যোলটা গীতৰ যোলটা ভাষা নিশ্চয়কৈ জানিছিল। ইয়াৰ বাহিৰেও সংস্কৃত ভাষাত তেওঁৰ ব্যুৎপত্তি আছিল অসীম। বিশেষকৈ নৃত্য আৰু সঙ্গীত শাস্ত্ৰৰ সংস্কৃত শ্লোকবোৰৰ সৰহভাগেই তেওঁৰ মুখস্থ আছিল আৰু সেই-বিলাকৰ অসমীয়া অৰ্থ তেওঁ সুন্দৰকৈ বুজি পাইছিল। দেউৰী-সকলৰ ভাষা আৰু গাৰো পাহাৰৰ হাজংসকলৰ মাত-কথাও তেওঁ সুন্দৰকৈ কব পাৰিছিল। পিচলৈ তেওঁ অসমৰ উত্তৰ-সীমাৰ হেজাৰ হেজাৰ বছৰৰ অসমীয়াৰ মিতিৰ মন্পা, আদি, চাৰদুক্পান আদি বিভিন্ন জাতি-উপজাতিৰ ভাষাও শিকি পেলাইছিল। জনগণৰ প্ৰতি অৱহেলিত, অনাহাৰী-অৰ্ধাহাৰীৰ প্ৰতি তেওঁৰ প্ৰাণবো প্ৰাণত, হিয়াবো হিয়াত যেনে দৰদ আছিল, পৃথিবীৰ বিভিন্ন মানুহৰ বিভিন্ন ভাষাৰ প্ৰতিও তেওঁৰ তেনে ভালপোৱাই হৃদয়ত বিৰাজ কৰিছিল, অৱহেলিতসকলৰ ভাষা বা দোৱানসমূহৰ প্ৰতি তেওঁৰ টান আছিল তীব্ৰ। অতি নিঃকিনজনৰ প্ৰতিও তেওঁৰ স্নেহ আছিল অপৰিসীম।

ৰামনাথ হালৈ বিহাৰৰ লোক। এমুঠি ভাতৰ বাবে অসম

পালেহি। বেচেৰা অকলশৰীয়া, বৰ গৰীৱ, কিন্তু গৰীৱ জনগণক তেওঁ ভাল পায়। কেইদিনমান অ'ত-ত'ত বন্ধুৱাৰ কাম কৰি মন মেলিলে এখন চাহৰ দোকান খুলিবলৈ। দৈনিক মজুৰীৰ কিঞ্চিতকৈ দিনে সঞ্চয় কৰি আঠগাৰঁত এখন চাহৰ দোকান খুলিলে। নাম দিলে 'গৰীৱ-খানা'। কাষৰ কল-কাৰখানাৰ বন্ধুৱা, কামৰ অভাৱত অ'ত-ত'ত ঘুৰি ফুৰি সুযোগ পালে মাল কঢ়িওৱা, নিবন্ধুৱা, অতি নিম্ন উপাৰ্জনৰ অৰ্ধাহাৰী লোক, এইসকলেই ৰামনাথ হালৈৰ নিয়মীয়া গ্ৰাহক হৈ পৰিছিল। তেওঁৰ বস্তুৰ দামো কম।

সমাজৰ এই নিম্নশ্ৰেণীৰ লোকসকলৰ 'গৰীৱ-খানা' অকল হোটেল বা চাহ দোকানেই নহয়, সি এটা ক্লাবো। তাত তেওঁলোকে নানা কথা পাতে।

১৯৪১ চনৰ কথা। বিষ্ণু ৰাভা এদিন সেইপিনেদি যাওঁতে সেই ছাইনবোৰ্ডখন চকুত পৰিল। তেওঁ ভিতৰলৈ সোমাই গ'ল। সুন্দৰ হৃষ্ট-পুষ্ট ধুতি-পাঞ্জাবী পিন্ধা লোকজনক দেখি ৰামনাথে হাঁহি মাৰি নমস্কাৰ জনাই বহিবলৈ কলে। তেওঁ ভাবিলে, অভ্যাগতজন কিবা অইন কামতহে তাত সোমাইছে।

"খুব সুন্দৰ নাম—গৰীৱ-খানা। আমাৰ দেশত মুষ্টিমেয় এমুঠিহে ধনী মানুহ।"

ৰামনাথে মূৰ দুপিয়ালে। মনটো তেওঁৰ বৰ ভাল লাগিল। লৰালৰিকৈ তেওঁ মাটিৰ কাপ এটাত চাহ আনি দি তেওঁক খাবলৈ অনুৰোধ কৰিলে।

দুয়োৰো ভিতৰত কথা-বতৰা হ'ল। এনে ধৰণে কাপোৰ পিন্ধা ভদ্ৰ, শিক্ষিত লোকৰ লগত ৰামনাথে এনেদৰে কেতিয়াও কথা পতা নাছিল। তেওঁৰ ধাৰণা আছিল যে এনে চাফা কাপোৰ পিন্ধা লোকসকল বিহাৰৰ সেই মাটিৰ মালিকসকলৰ দৰেই নিষ্ঠুৰ। কিন্তু নহয়, তেওঁৰ এটি ডাঙৰ ভুল ভাগি গ'ল।

"বন্ধুৱা-মজদুৰক জগাই তুলিব লাগে। সেই কলঘৰৰ ঘিৰ-

মিৰমিৰিলাকৈ বনুৱা-মজদুৰক পিহি পিহি ধন উলিয়ায়, মালিক ধনী হৈ উঠে আৰু পিহিত হয় সৰ্বহাৰা, গৰীব, সমাজৰ অনাদৃত।"

ৰামনাথে খুব হুপিয়াই কথাবোৰ শুনে। গৰীবৰ প্ৰতি তাৰ মৰম জন্মে। বনুৱা-মজদুৰক লৈ অন্যায়-অনীতি-শোষণৰ বিৰুদ্ধে জাগি যাবলৈ মনত প্ৰেৰণা জাগে।...

ইয়াৰ পিচতো ৰামনাথ হাজৈৰ লগত ৰাতাজেৰৰ দেখাদেখি হৈছিল।

অলপ দিন পিচতেই হাজৈয়ে বিয়া কৰালে। কিন্তু তেওঁলোকৰ সন্তি-সন্ততি নহ'ল। পিচত ঘৈণীয়েকজনী নৰিয়াত পৰিল। আনৰ সেৱাত ঘূৰি ফুৰোঁতে ঘৈণীয়েকৰ ভাল চিকিৎসা তেওঁ কৰিব নোৱাৰিলে। দোকানতো কিছু উঠনা পৰিল। এইদৰে ছমাহমান মোৱাৰ পিচত তেওঁৰ পৰিবাৰৰ মৃত্যু হ'ল।

১৯৪২ চনৰ স্বাধীনতাৰ আন্দোলনত সমগ্ৰ ভাৰত জিকাৰ খাই উঠিল। ৰামনাথে কল-কাৰখানাৰ বনুৱাবিলাকৰ দ্বাৰা এদিন ধৰ্মঘট আৰম্ভ কৰিলে। মালিকৰ আহ্বানত চিপাহী আহি হঠাতেই গৰীব-খানা তছনছ কৰি পেলালে। ৰামনাথে পুলিচৰ চকুত ধূলি মাৰি কেনিবা পলাই গ'ল।

অলপ দিনৰ পিচত ৰাতাজেৰে জানিব পাৰিলে যে ৰামনাথে বিয়াল্লিছৰ আন্দোলনৰ পলাতক হৈ চৰকাৰ নিধনৰ কাম কৰি ঘূৰি ফুৰিছে। ৰামনাথক তেওঁ অন্তৰেদি ধন্যবাদ জনালেও, মনতে প্ৰশ্ন কৰিলে: বিপ্লৱৰ পথ কেনি, সৰ্বহাৰাৰ মুকুতিৰ পথ কোনপিনে?

তেওঁ তেজপুৰলৈ উভতি গ'ল। অসম তথা ভাৰত জুৰি স্বাধীনতাৰ বাবে ৰাইজৰ মাজত জাগি উঠা উৎসাহ-উদ্দীপনাৰ সীমা নোহোৱা হৈছে। আঠ আগষ্টত কংগ্ৰেছ মহাসভাই ইংৰাজক 'ভাৰত ত্যাগ' কৰিবলৈ দাবী জনাইছে। পিচদিনাই মহাত্মা গান্ধী আৰু আন আন বিশিষ্ট নেতাসকলক চৰকাৰে বন্দীশালত আবদ্ধ কৰিছে। তৰু

নেতৃত্বৰ অভাৱত প্ৰজাসকলৰ মাজত বিশৃঙ্খলতাই দেখা দিছে। তাৰ মাজেদিয়েই তেওঁলোকৰ স্বাধীনতা স্পৃহাৰ বিৰাট ৰূপ বিক্ষোভত পৰিণত হৈ পৰিছে। আনপিনে, চিপাহী-চক্ৰৱীৰ অত্যাচাৰ আৰু নিষ্পেষণেও চৰম সীমা পাইছিলগৈ।

ৰাভাদেৱে তেজপুৰ এৰি চতিয়া, জামুগুৰি, গহপুৰেদি ঘূৰি গৈ গৈ বেলচিৰি, হুগ্ৰাজুলি, ৰাতাবাৰিয়েদি ওদালগুৰি ওলাল। এই ওদালগুৰি তেওঁৰ অতি পুৰণি সম্পৰ্কৰ ঠাই। এই ওদালগুৰিৰ মিলিটাৰী-বেৰাকতে এদিন তেওঁৰ কেঁচুৱা পিতৃক কোলাত লৈ তেওঁৰ আইতাকে নামত সেৱা কৰিয়েই নশ্বৰ দেহ ত্যাগ কৰিছিল। প্ৰকৃত বিপ্লৱৰ পথ কি, বিপ্লৱৰ হাতিয়াৰ কি, প্ৰতি-বিপ্লৱেৰে ধনিক, পুঁজিপতি আৰু সাম্ৰাজ্যবাদীৰ বন্ধুসকলে কেনেকৈ বিপ্লৱ ব্যৰ্থ কৰিবলৈ যত্ন কৰে, বিপ্লৱৰ উদ্দেশ্য কি, ইত্যাদি তত্ত্ব তেওঁ ৰাইজক বুজায়। ৰুদ্ৰৰ অজৈকপাদ, অহিব্ৰধ্ন, বিৰূপাক্ষ, সুৰেশ্বৰ, জয়ন্ত, বহুৰূপ, ত্ৰ্যম্বক, অপৰাজিত, সৱিত্ৰ, হৰ, শিৱ এই এঘাৰটা ৰূপৰ বৈপ্লৱিক তত্ত্বৰ তাৎপৰ্য্য ব্যাখ্যা কৰি গাঁৱলীয়া ৰাইজক অনুপ্ৰাণিত কৰি তোলে।

ওদালগুৰিৰপৰা তেওঁ খেৰ্‌খেৰিয়া, ভূটীয়াচাং, ওৰাংজুলি, গোৰেশ্বৰ, তামোলপুৰ, কুম্বীকাটা, খাগ্‌ৰাবাৰী, চৈবাৰী, আৰকৰা, চকাদল, শিমলা, হজুৱা, ককলাবাৰী, বগাপানী, খুণ্টামাৰী আদি গাওঁ-ভূঁই পাৰ হৈ গোৱালপাৰা জিলাত প্ৰবেশ কৰে। ক্ৰমে তেওঁ দতমালৈ আগবাঢ়ি তাৰপৰা উভতি গোসাঁইগাৱঁত ট্ৰেইনত উঠি নলবাৰীত নামিলহি।

এনেদৰে অম্বৰীৰ দৰে, ঘূৰি ফুৰোঁতে ক'ৰবাত গীত ৰচিছে, কবিতাৰ সৃষ্টি কৰিছে, চুটি গল্পও লিখিছে, গৱেষণাৰ টোকা ৰাখিছে, নাটকৰ আঁচনিও কৰিছে। লিখাপাত দুই-এখিলা ক'ৰবাত কেতিয়াবা ৰৈ গৈছে, তাকেই আকৌ তেওঁৰ গুণমুগ্ধ কোনোবাই পাই ওভোতাই দিবলৈ সাঁচি থৈছে, সাঁচি থোৱা সাঁচি-পাত আকৌ ক'ৰবাত হেৰাই গৈছে।

ঠায়ে ঠায়ে থিয়েটাবৰ দল, যাত্ৰাৰ দল, ঢুলীয়াৰ দল, ওজাৰ দলক লগ পাইছে। উদগাইছে, বুজাইছে, অনুপ্ৰেৰণা দিছে। বাইজৰ ঠেলা-হেঁচা, উকমুকনিৰ মাজত লুকাই থকা নানাজন শিল্পী-সাধক, কবি-সাহিত্যিক, নৰ্তক-অভিনেতাক পথৰ সন্ধান দি অনুপ্ৰাণিত কৰিছে।

নলবাৰীবপৰা ট্ৰেইনেৰে গৈ হৃদয়ৰ মাজত দীন-দুখী বাইজ আৰু সংস্কৃতিক বুকুত বান্ধি দৰিদ্ৰতাত তিল-তিলকৈ ক্ষয় হোৱা সাধকবৃন্দ, ঘূৰৰ ঘাম মাটিত পেলাই কঠোৰ শ্ৰম কৰি অৰ্ধাহাৰী-অনাহাৰী হৈ থকা হালোৱা-হজুৱাৰ দুখ-দুৰ্গতি ইত্যাদি ইতিহাসৰ অভিজ্ঞতা লৈ তেওঁ তেজপুৰলৈ উলটিল।

তেওঁ গৈ পোৱাৰ লগে লগেই তেওঁৰ সঙ্গী, সহচৰ, বন্ধু-বান্ধৱ, সঙ্গীত-অভিনয়ৰ আমোদী লোক, সকলোৰে পুনৰ যেন মিলন-সভা আৰম্ভ হ'ল। কন্তেকলৈ হলেও তেওঁলোক মহাযুদ্ধৰ প্ৰহেলিকা যেন পাহৰি গ'ল। বান ৰঙ্গমঞ্চত নানা কথাৰ আলোচনা চলিল। কিন্তু ইবেলিৰ আলোচনাবোৰ আৰু বাভাদেৱৰ তাত্বিক ব্যাখ্যাবোৰ প্ৰায় ৰাজনীতিৰ পিনে ঢাল খোৱা। অনেকেই এই পৰিবৰ্তনখিনি ধৰিব নোৱাৰিলে। কিন্তু তেওঁৰ মনৰ গোপন দুৱাৰেদি সোমাব পৰা অভিনেতা ফণী শৰ্মাই ইয়াৰ উমান পাই এদিন সন্ধিয়াৰ পিচত কেবাজনো লোক বহি থাকোঁতে কৈ উঠিল যে আমি ভাৱৰীয়া, আমি ভাও দিম, এই মঞ্চখনেই মঞ্চ নহয়, পৃথিৱীখনেই মঞ্চ, বাইজেই ভাৱৰীয়া। যুদ্ধত পৃথিৱী বলিয়া হলেও আমি বলিয়া নহওঁ, আমি গাই বাই, নাচি-বাগি অভিনয় কৰিম। আমাক কোনে কৰিব, কোনে বান্ধিব ?…

বাভাদেৱে কৈ উঠিল—"আমি বান্ধিব লাগিব মুকুতিৰ লেউত আৰু সেই মুকুতি লেউতৰ ৰবচোতালত ৰবৰ, কাৰেংৰৰ সান্ধিব নিপীড়িত জনতাই, অৰ্ধাহাৰী, অনাহাৰী, পিচ-পৰা বাইজে।"

# ন-পৃথিৱীৰ নতুন যুগ আগতম্

বিষ্ণু ৰাভাই পৃথিৱীৰ বিভিন্ন নিৰ্য্যাতিত, নিপীড়িত, শোষিত জাতিৰ ইতিহাস অধ্যয়ন কৰিছিল আৰু ইতিহাসৰ নানা ধাৰা তেওঁ চিন্তা-চৰ্চা কৰিছিল। মহাভাৰতৰ ধৃতৰাষ্ট্ৰ, দুঃশাসন, দুৰ্য্যোধন, শকুনী আদি চৰিত্ৰৰ তেওঁৰ নিজস্ব অৰ্থকৰণ আছিল। দ্বাপৰৰ এই দৈত্য-দানৱবিলাকতকৈও কলিৰ ধৃতৰাষ্ট্ৰ, দুঃশাসনসকল যে বেছি মাৰাত্মক আৰু সংহাৰকাৰী তাক তেওঁ ভালকৈয়ে উপলব্ধি কৰিছিল। তেওঁ লিখিছে :

*"দুই প্ৰকৃতিৰ পুতেক দুজন, দুৰ্য্যোধন আৰু দুঃশাসন, দুয়ো মিলি ৰাইজৰ ওপৰত কিমান যে পাশৱিক দমন, পীড়ন, উৎপীড়ন, অত্যাচাৰ কৰি ফুৰে, ধৃতৰাষ্ট্ৰই জানো দেখে? নেদেখে। নেদেখে সি অন্ধ।...ৰাইজৰ কৰুণ আৰ্তনাদ-আথানি হোৱা বুকু ভগা, হিয়া-ভগা দৃশ্য সি নেদেখে। সেই দমন, পীড়ন, উৎপীড়নৰ কলত জৰ্জৰিত হোৱা ক্লিষ্ট, পিষ্ট, দলিত, দুখীয়া ৰাইজৰ ইননি-বিননি, হা-হুমুনিয়াহ সি জানো শুনে?—নুশুনে। কাৰণ সি কলাও। ধৃতৰাষ্ট্ৰৰ এই (অন্ধতা আৰু বধিৰতাৰ) সুযোগ লৈ সেই দুৰ্য্যোধন, সেই পুঁজিপতি

---

*আজালেকৰ "সোণপাহি"ৰ পাতনিৰপৰা। এই গ্ৰন্থ পুথিখন [illegible] চনত 'বাণী প্ৰকাশ মন্দিৰে' প্ৰকাশ কৰিছে।

কুবেৰহঁত, যিবিলাকে নিজৰ পুঁজিৰ মুনাফাৰ কাৰণে কু-ভাবেৰে শ্ৰমজীৱি বাইজৰ মাজত যুঁজ-বাগৰ লগায় ; সেই দুশাসন, সেই ধনপতি ধনীৰ দালালহঁত—যিবিলাকে ধনিক শ্ৰেণীৰ স্বাৰ্থ পূৰণৰ বাবে অবাধে শোষণ চলাবলৈ প্ৰয়াস কৰে ;—ইয়াৰ জানো কোনো প্ৰতিকাৰ নহব ? বাইজবপৰা পাঁচ পাণ্ডৱ ওলাই ভেনে দুৰ্য্যোধনৰ জানো উৰু নাভাঙিব,—দুঃশাসনৰ বুকু ফালি বক্ত পান নকৰিব ?"...

১৭৮৯ চনৰ ফ্ৰান্সৰ প্ৰজা-বিপ্লৱত শোষণ আৰু কুশাসনৰ বিৰুদ্ধে মুক্তিকামী জনগণে বাৰে বাৰে বিক্ষোভ, আন্দোলন, বিদ্ৰোহ কৰিলে ; কিন্তু ধনলোভী, ক্ষমতালোভী ধনিক-বুৰ্জোৱাসকলে জনগণৰ আশা-আকাঙ্ক্ষা আৰু আদৰ্শক মৰিমুৰ কৰি পেলালে। ৰুছো, ভল্‌টেয়াৰ, মণ্টেস্ক্, আডাম স্মিথ্ আদিৰ তীক্ষ্ণ লিখনিবো পিচলৈ একো প্ৰতিক্ৰিয়া নোহোৱা হ'ল। পৰবৰ্ত্তী লেখক-শিল্পীসকল নিৰাশ হ'ল আৰু বাস্তৱতাক উপেক্ষা কৰি নেদেখা সত্যৰ অন্বেষণতহে জীৱনবোৰ ক্ষয় কৰিবলৈ ধৰিলে।

আমেৰিকাতো ১৭৭৫ চনৰপৰাই স্বাধীনতাৰ যুদ্ধ চলিল। ১৭৭৭ চনত চেৰাটোগৰে যুদ্ধত বৃটিছ জেনেৰেল ( Burgoyne ) বাবগোনে আত্মসমৰ্পণ কৰিলে ; শেষত ১৭৮১ চনত ইয়ৰ্কটাউনত বৃটিছ সৈন্যই সম্পূৰ্ণভাবে অস্ত্ৰ ত্যাগ কৰিলে আৰু ১৭৮৩ চনত ভাৰ্চাইল-সন্ধিত আমেৰিকাৰ স্বাধীনতা ঘোষণা হলেও, জনগণৰ অৱস্থা, সেই নিগ্ৰোসকলৰ অৱস্থা, প্ৰপীড়িত আৰু লাঞ্ছিত হৈয়েই থাকিল।

অষ্টাদশ শতিকাৰ শেষভাগত হোৱা ইংলণ্ডৰ শিল্প-বিপ্লৱৰ প্ৰতিক্ৰিয়াস্বৰূপে কৃষিজীৱি ইংলণ্ড শিল্প-জীৱি হৈ উঠিল সঁচা, কিন্তু ফলত বনুৱাৰ অৱস্থা কাহিল হৈ আহিল আৰু ধনিকৰ সৃষ্টি হ'ল।

এইবিলাকৰ বাহিৰেও, পৃথিবীত তাণ্ডৱ-সৰু আৰু বহুত বিপ্লৱ সংঘটিত হৈছিল। কিন্তু সেই বিপ্লৱসমূহ সুদূৰপ্ৰসাৰী হৈ নুঠিল। ইয়াৰ প্ৰধান কাৰণ আছিল এইটোৱেই যে এক শ্ৰেণীৰ শোষক-

শাসকৰ ঠাইত অন্য এক শ্ৰেণীৰ শোষক-শাসকৰ আধিপত্যহে এইদৰে প্ৰতিষ্ঠা কৰিছিল। জনসাধাৰণেও বুজি পাইছিল, এইবোৰ বিপ্লৱে কঢ়িয়াই অনা সাম্য-মৈত্ৰী-স্বাধীনতা ধনিক আৰু বুৰ্জোৱাৰ শ্ৰেণী-শাসনৰ 'ভুৱা-বাজ'ৰ বাহিৰে আৰু একোৱেই নহয়।

কিন্তু ১৯১৭ চনৰ ৭ নবেম্বৰত আৰম্ভ হোৱা 'জাৰ'ৰ শাসনৰ নিৰ্মম অত্যাচাৰ, উৎপীড়ন, শোষণ, নিৰ্য্যাতনত জৰ্জৰিত হোৱা বিশাল ৰুছ দেশৰ জনগণে যি বিপ্লৱৰ সৃষ্টি কৰিলে, তাৰ তাৎপৰ্য্য কিন্তু সুদূৰপ্ৰসাৰী। এই বিপ্লৱ ন-পৃথিৱীৰ এটি নতুন যুগৰ কেঁহুজালি, নতুন সংস্কৃতিলৈ জনোৱা এটি পূৰ্ণ জীৱনৰ স্বাগতম। পুৰণি পৃথিৱীৰ যুগ যুগ ধৰি চলি থকা পুঁজিবাদ আৰু সাম্ৰাজ্যবাদে জনগণক চেপি, খুন্দি, পিহি যি নিৰ্মমতাৰ দীঘলীয়া ইতিহাস ৰচনা কৰিছিল, সেই নিৰ্মমতা, শোষণ, উৎপীড়ন, অত্যাচাৰৰ বিৰুদ্ধে সৰ্বহাৰা জনগণৰ এটি ভীষণ প্ৰত্যাহ্বান। এই ৰুছ বিপ্লৱে বিশাল বিশ্বৰ দৰ্শন, সাহিত্য, বিজ্ঞান, ৰাজনীতি, অৰ্থনীতি, সমাজ-নীতি, কলা, সংস্কৃতি সকলো ক্ষেত্ৰৰে নতুন নতুন সিংহদ্বাৰ মুকলি কৰে। পৃথিৱীৰ আন কোনো বিপ্লৱেই মানুহৰ বাস্তৱ জীৱনলৈ এনে ধৰণৰ শক্তিশালী প্ৰভাৱ কঢ়িয়াই আনিব পৰা নাই। এই সত্য আজি কোনেও অস্বীকাৰ কৰিব নোৱাৰে। আনকি ভাৰতৰ ধনিক উদাৰতাবাদ আৰু গান্ধী-আন্দোলনৰ প্ৰথম আৰু প্ৰধান নেতা জৱাহৰলাল নেহৰুৰ নিচিনা পুৰুষেও তেওঁৰ "ডিস্কোভাৰী অৱ্ ইণ্ডিয়া" নামৰ বৃহৎ ইংৰাজী গ্ৰন্থত ( ২৯ পৃঃ ) এনেদৰে মন্তব্য দিছে ঃ

"ছোভিয়েট বিপ্লৱে মানৱ-সমাজক যে বহুত দূৰ আগবঢ়াই লৈ গ'ল, সেই বিষয়ে মোৰ মনত অকণো সন্দেহ নাই। এই বিপ্লৱে এনে এটি অনিৰ্বাপিত উজ্জ্বল শিখা জ্বলাই তুলিছে আৰু ই এনে এক সভ্যতাৰ ভেটি সৃষ্টি কৰিছে, যাৰ অভিমুখে সমগ্ৰ বিশ্ব আগবাঢ়ি যাবলৈ বাধ্য।"

১৯১৭ চনৰ প্ৰথম মহাসমৰৰ পিচত ছোভিয়েট জনগণে

সাম্ৰাজ্যবাদী চক্ৰান্ত আৰু ভুৱা প্ৰচাৰৰ সম্মোহন ব্যৰ্থ কৰি বিশ্বৰ নিপীড়িত জনতাক বিপ্লৱৰ প্ৰেৰণা দিবলৈ ধৰে। সেইদৰে ১৯৩৯-৪৫ চনৰ দ্বিতীয় মহাসমৰৰ মাজেদিও জাৰ্মান ফিউৰাৰ হেৰ হিটলাৰৰ তুমুল আক্ৰমণ ব্যৰ্থ কৰি সমাজতন্ত্ৰ ৰক্ষা কৰে আৰু বিশ্বৰ মুক্তি, সমাজতন্ত্ৰ, শান্তি আৰু প্ৰগতিৰ সংগ্ৰামক বেছি শক্তিশালী কৰি তোলে।

১৯১৪ চনৰ আগলৈ সমগ্ৰ পৃথিবীৰ মুঠ জনসংখ্যাৰ শতকৰা সত্তৰজন লোক আছিল বৃটেইন, আমেৰিকা, ফ্ৰান্স, ওলোণ্ডাজ, পৰ্তুগীজ আদি সাম্ৰাজ্যবাদী জাতিসমূহৰ উপনিবেশ ৰাজ্যৰ তলতীয়া। দ্বিতীয় মহাসমৰ বা বিশ্বযুদ্ধৰ পিচলৈ 'ৰাষ্ট্ৰসংঘ'ত পৃথিবীৰ প্ৰায় পঞ্চাশটা জাতিকহে স্বাধীন বুলি স্বীকৃতি দিছিল ; কিন্তু এতিয়া ছয় কুৰিতো অধিক জাতিয়ে স্বাধীন জাতি আৰু স্বাধীন ৰাষ্ট্ৰৰূপে সম্মিলিত ৰাষ্ট্ৰসংঘত আসন লাভ কৰিছে। সাম্ৰাজ্যবাদী আৰু পুঁজিবাদী ৰাষ্ট্ৰতো আজি নিপীড়িত শ্ৰমিক-কৃষকৰ আন্দোলন ক্ৰমাৎ তীব্ৰ হৈ আহিছে। আজিৰ সমাজতান্ত্ৰিক শিবিৰবোৰ আন্তৰ্জাতিক হালোৱা-হজুৱা-বনুৱাৰ বন্ধুৰূপে থিয় হৈছে, শাসন আৰু শোষকৰ প্ৰকৃত চোৰোৰ আজি সুলকি পৰিছে। নিপীড়িত, নিৰ্য্যাতিত জনসাধাৰণক গ্ৰাস কৰি পেলোৱা মতাদৰ্শৰ স্বৰূপ উদঘাটিত হৈছে। সংস্কাৰবাদ আৰু নিৰ্বাচনী নীতিয়ে যে পীড়িত, দলিত, শোষিতৰ প্ৰকৃত মঙ্গল সাধন কৰিব নোৱাৰে তাৰ বিচাৰ বুৰঞ্জীয়ে নিৰ্ণয় কৰিছে।

ৰাভাদেৱে সদা-সৰ্বদা তেওঁৰ অন্তৰৰাজ্যত বহন কৰি লৈ আছিল হেজাৰ হেজাৰ নিপীড়িত, পদদলিত, অৰ্দ্ধাহাৰী জনগণৰ দুখ-বেদনা, আশা-আনন্দ, কৃষ্টি-সংস্কৃতি আৰু অনাগত অপূৰ্ব ভৱিষ্যতৰ আন্তৰিক আকাঙ্ক্ষা। তেওঁৰ পৰিকল্পনা, চিন্তা, কাৰ্য্যক্ৰম, দৰ্শন, বিজ্ঞান সকলো আছিল এই বিৰাট নৰ-নাৰায়ণক চেতনা-প্ৰেৰণা-সংঘাতেৰে মুক্তিৰ যেউজীয়া আগবঢ়াই নিয়া। বিপ্লৱৰ নামত কৰা বিশৃঙ্খলতাই

প্ৰকৃত বিপ্লৱ নহয়, বৰং সেই বিশৃংখলতাই নিৰ্য্যাতিত জনতাক মুক্তি-মন্দিৰত প্ৰবেশ কৰোৱাৰ আগতে নতুন দাসত্ব লৌহ-কাৰাগাৰৰ নিৰ্মম অন্ধকাৰৰ মাজতহে পোট খোৱাই পেলাব পাৰে। ভাৰতৰ বিয়াল্লিছৰ আগষ্টত যি বিপ্লৱ হ'ল, সেই বিপ্লৱৰ আলমত-শক্তি হাত কৰিবলৈ ভাৰতীয় ধনিক বণিক বুৰ্জোৱাসকলে সুযোগ বিচাৰিছে আছিল। জনগণৰ দৰদী বাভাদেৱে তাৰ আগ-জাননীৰ ইঙ্গিত বাকৈয়ে পাব পাৰিছিল।

দ্বিতীয় বিশ্ব-যুদ্ধত ইংৰাজসকলৰ সাম্ৰাজ্যবাদ ভাগি পৰিল। ভাৰতীয় নৌ-বিপ্লৱত তেওঁলোকৰ পিলাই চমকি গ'ল। নেতাজী সুভাসচন্দ্ৰ বসুৰ ভাৰত মুক্তিৰ বাবে প্ৰস্তুত কৰা 'আজাদ হিন্দ ফৌজ'ৰ বিস্ময়জনক যুদ্ধ প্ৰস্তুতিত তেওঁলোক থৰহৰি কম্পমান হৈ পৰিল। ইয়াৰ বাহিৰেও, দমদম-বছিৰহাটকে ধৰি নানা ঠাইত হোৱা ভাৰতীয় বিপ্লৱীৰ সশস্ত্ৰ বিপ্লৱ প্ৰত্যক্ষভাবে দেখা পাই ৰাজনীতিজ্ঞ ইংৰাজ পুৰুষসকলৰ আৰু বুজিবলৈ বাকী নাথাকিল যে ভাৰতত তেওঁলোকৰ শাসনৰ কলীয়া অধ্যায় আৰু শেষ হ'ল।

ইতিমধ্যে বিয়াল্লিছৰ আন্দোলনৰ সুযোগ লৈ চৰকাৰে মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, আবুল কালাম আজাদ আদি সৰ্বভাৰতীয় নেতাসকলক কাৰাগাৰত নিক্ষেপ কৰে। ইপিনে কংগ্ৰেছৰ 'ভাৰত ত্যাগ' প্ৰস্তাৱৰ বিৰাট প্ৰতিক্ৰিয়া দেশৰ ইমূৰৰপৰা সিমূৰলৈ চলি থাকিল। এই প্ৰস্তাৱযোগে কংগ্ৰেছ কমিটীয়ে ইংৰাজসকলক ভাৰত ত্যাগ কৰিবলৈ প্ৰস্তাৱযোগে জনায়। কিন্তু এটি প্ৰস্তাৱতেই ধনে-বত্নে ভৰা সাম্ৰাজ্য এখন কোনোবাই এৰি থৈ যাবনে? তাৰ পৰিবৰ্তে ইংৰাজ চৰকাৰে নিৰ্মম নিষ্পেষণহে আৰম্ভ কৰি দিলে। চৰকাৰী হিচাপমতে পাঁচ মাহৰ ভিতৰতে তিনি কুৰি হেজাৰ লোকক গ্ৰেপ্তাৰ কৰি জেলত খোৱা হয়। চিপাহী-চন্তৰীৰ গুলিত ৯৪০ জন নিহত হয় আৰু ১৬৩০ জন আহত হয়।'

এই সময়ছোৱাতেই বেল-লাইন উঠোৱাৰ জগৰত কুশল কোঁৱৰৰ

কাটী হয় ; সৈন্য বাহিনীয়া কনকলতাই গহপুৰ থানাত ত্ৰিবৰ্ণ পতাকা উৰুৱাবলৈ যাওঁতে পুলিচৰ গুলীত প্ৰাণ হেৰুৱায়। ইয়াৰ বাহিৰেও আৰু কেবাজনো পুৰুষ-মহিলাৰ সিপাহীৰ বন্দুক-বেয়োনেটে জীৱন নাশ কৰে। আৰু লাহে লাহে গণ-বিপ্লৱৰ সামৰণি পৰে।

ইতিমধ্যে ভাৰতৰ বিচক্ষণ মুখ্য সেনাধ্যক্ষ লৰ্ড ৱাভেল ১৯৪৩ চনৰ অক্টোবৰত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল পদত অধিষ্ঠিত হয়। মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতীয় বন্দী নেতাসকলকো এজন-দুজনকৈ কাৰাগাৰৰপৰা মুকলি কৰি দিয়ে। সৃষ্টি নানা উপায়েৰে ভাৰতীয় নেতাসকলৰ লগত আলাপ-আলোচনাৰে নানা জোৰা-তাপলি দি সাম্ৰাজ্য ৰক্ষাৰ যত্ন কৰিলে। প্ৰতিক্ৰিয়াশীল ধনিক শ্ৰেণীৰ নেতাসকলক হাত কৰি ইংৰাজে আও-প্ৰকাৰে তেওঁলোকৰ সাম্ৰাজ্য গলেও সমৃদ্ধি ৰাখিবলৈ যত্নপৰ হ'ল। আপোচ-আলোচনাৰে লাভ কৰিব খোজা মুক্তিৰ কি যে বিষময় ফল হব পাৰে, তাক ৰাভাদেৱকে প্ৰমুখ্য কৰি দুই-চাৰিজন বিপ্লৱী শিল্পী-সৈনিকেহে উপলব্ধি কৰিব পাৰিলে। দেশপ্ৰেমিক বিষ্ণু ৰাভাই ৰচনা কৰি গালে :

আই মোৰ ভাৰতী জননী,—
লখিমী দুখুনী ;
ভাৰতবাসীৰ হৃদয়ৰে ৰাণী,
মোৰ পৰাণৰ
মোৰ জীৱনৰ
চেনেহী গোসাঁনী।
সোণামুৱা পঁজুৱা সুখৰে কোলাত তোৰ
উমলি পাওঁ সৰগৰ অমিয়া বেন মোৰ
তেওঁ কিয় নগৰে শত শত দুখৰ ওঁৰ ?
—পৰাণৰ আই
জীৱনৰ আই
কিয়নো বন্দিনী ?

নিচলা আই অ' দেৱী-বন্দিনী !
চেনেহী চিকুণী দেৱী ! অন্নপূৰ্ণা জননী
লখিমী ধুনুনী মোৰ জেউতী সোণালী ।
পিশাচে নি শুহি
ৰক্ত পিয়েছি ;—
হিয়া তোৰ যায় জ্বহি
ওৰে নিশা দিন ;
সউ ধনৰে থকুৱা
জননীৰে তেজ পিয়া
ৰক্তৰে বগুচুৱা
কৰে তোক আই ক্ষীণ ।
পাবিনো মুকুতি অসমী ! কাহানি ?"

আকৌ কলে—"ক'ত মুকুতি ? ক'ত মুকুতি ?? মুকুতিৰ বাট ক'ত ??? মুকুতিৰ বাট ক'ত ??··

চিঞৰি চিঞৰি বাইজে হাবাথুৰি খাই মুকুতিৰ বাট বিচাৰি বিচাৰি সেই এন্ধাৰত খেপিয়াই ফুৰে। বাট নাপায়। সেই চিঞৰ মুখৰ নহয়,—অন্তৰৰ। শুনোতাই বুজে, বুজোতাই শুনে।

মুকুতিৰ হেঁপাহত কোনোবাই বেলেগ ধৰ্ম লয়, কোনোবাই ভিন্ ৰাজনৈতিক দলত সোমায়, কোনোবাই সেই হাবিলাসত উধাই-মুধাই ঘূৰে, ঠেলা-হেঁচাত উশাহ নাপাই মৰে ; কতই আপোনঘাতী, স্বজন-বধী হয় ; মুক্তি আক নাপায়। সেই একেই অসুখ, একেই অশান্তি, একেই অকল্যাণ। জীৱন বিষত বিষময় হৈ উঠে।···

এটা চাকি।···তাৰ পোহৰেই দেখুৱাই দিয়ে বাট। খেপিয়াই ফুৰিব নালাগে। জাতীয় যোগমনা এন্ধাৰ গুচি যায়।

আদৰ্শৰ চাকি। কমিউনিজমৰ পোহৰ, বাইজৰ অন্তৰৰ অজ্ঞানতাৰ তিমিৰ অন্ধকাৰ আঁতৰাই দিয়ে। পোহৰত মুকুতিৰ বাট মুকলি হয় ; বিপ্লৱৰ বাট। আমি জনাও সেই আৱিষ্কাৰৰ

জুই—ধুঁৱলি। সেই বাট, সেই পদি, সেই পথেদি আগুৱাই যাবলৈ মন যায় জনতাৰ।

সেই পথ কণ্টকময়, সেই বাট কাঁইটীয়া। ঘাত-প্ৰতিঘাত আছেই। চেতনা জাগে, প্ৰেৰণা জাগে, বৈপ্লৱিক পথেদি যাবলৈ সংঘাতৰ শ্ৰেণী-সংঘাতৰ প্ৰস্তুতিৰ প্ৰয়োজন হয়। তেনে প্ৰস্তুতিৰ বাধা-বিঘিনি ওপজে।"

চাই থাকোঁতেই বিয়াল্লিছ-তিয়াল্লিছ চন পাৰ হৈ গ'ল। সাম্প্ৰদায়িকতা, ধনতান্ত্ৰিকতাৰে বাকসইতে জনতাক গিলিবলৈ আছে। চৌৱাল্লিছ চনো আহি যায়। ন-পৃথিবীৰ নতুন যুগৰ কেঁছজালিৰ মাজে মাজে কলীয়া ডাৱৰে আগুৰি আছে। আপোচ-মীমাংসাৰ বাবে বন্দীনেতা আৰু আন আন লোকক চৰকাৰে এৰি দিয়ে। ছাব জন ক'লভিলক অস্থায়ীভাৱে ভাৰতৰ গভৰ্ণৰ-জেনেৰেলৰ পদত বহুৱাই লৰ্ড ৱাভেলে তেওঁৰ দেশীয় চৰকাৰৰ লগত আলোচনা কৰিবলৈ লণ্ডনলৈ যায়। ইংলণ্ডৰ সাধাৰণ নিৰ্বাচন আছে। ক্লিমেণ্ট্ এটলিৰ নেতৃত্বত (Labour party) বহুৱা দলে চৰকাৰ গঠন কৰে। ভাৰতলৈও নিৰ্বাচন আহিল। অমুছলমান অঞ্চলৰ আসনবোৰ প্ৰায় কংগ্ৰেছে আৰু মুছলমান অঞ্চলবোৰৰ বিধান সভাৰ আসনবোৰ মুছলিম লীগে দখল কৰিলে। ইংলণ্ডৰ শাসকৰ প্ৰতিনিধিস্বৰূপে লৰ্ড পেথিক লৰেন্সৰ নেতৃত্বত তিনিজনীয়া মন্ত্ৰী-মিছন আপোচৰ বাবে ভাৰতলৈ আহিল। কিন্তু তেতিয়াৰ ৰাজনীতিৰ বিশিষ্ট দল কংগ্ৰেছ আৰু মুছলীম-লীগ এক মতলৈ নাহিল। লীগে সাম্প্ৰদায়িকতাৰ ফটোৱা ব্যাপক কৰিহে তুলিলে। তথাপিও ইয়াৰ মাজতেই ১৯৪৬ চনত বয়েল ইণ্ডিয়ান নেভীৰ (R. I. N.) কৰ্মীসকলে বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে আৰু তেওঁলোকে জাহাজৰ ওপৰত ভাৰতীয় ত্ৰিবৰ্ণ পতাকা, কমিউনিষ্ট পাৰ্টিৰ পতাকা আৰু মুছলীম পতাকা উত্তোলন কৰি ইংৰাজ শাসকক চমক খুৱাই দিলে। লগে লগে বৃটিছ সৈন্যই বন্দুক বেয়োনেট লৈ বিদ্ৰোহীৰ

মুখামুখি হ'ল। তেওঁলোকৰ বন্দুকৰ গুলিত নিৰ্দোষজনৰ যে মৃত্যু হ'ল, কিমানজন পঙ্গু হ'ল, কোনেও খবৰ নাপালে। আদালতত বিদ্ৰোহীৰ বিচাৰ হ'ল ঠিক; কিন্তু ইংৰাজ চৰকাৰৰ আৰু বুজিবলৈ বাকী নাথাকিল যে ভাৰতত সাম্ৰাজ্য ৰক্ষা কৰা তেওঁলোকৰ আৰু সম্ভৱ নহয়। গতিকে সময় থাকোঁতেই এটি মীমাংসাৰ বাবে ইংৰাজ-সকল আগ্ৰহান্বিত হৈ পৰিল। ইয়াৰ পৰিণতি স্বৰূপে ২।৯।৪৬ তাৰিখে অস্থায়ী অন্তৰ্বৰ্তী চৰকাৰ গঠন হ'ল, যদিও ইংৰাজৰ সাম্ৰাজ্যবাদী কূট-কৌশল, ধনিক নেতাসকলৰ ক্ষমতাৰ মোহ, সাম্প্ৰদায়িকতাবাদী নেতাৰ প্ৰতিক্ৰিয়াশীলতা আদি কাৰণত স্থায়ী চৰকাৰ গঠনৰ কোনো আপোচ-সূত্ৰ নোলাল।

কিন্তু বৃটিছ-সাম্ৰাজ্যৰ বৰ খুঁটাবোৰ লৰক্-চৰক্ হৈ উঠিছে যেতিয়া, তেওঁলোকেই বা সাম্ৰাজ্য ৰাখে কেনেকৈ ? বৃটিছ প্ৰধান মন্ত্ৰী ক্লিমেণ্ট্ এটলিয়ে ১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা ইংলণ্ডৰ কমন্স্ সভাত (House of Commons) ঘোষণা কৰিলে যে ১৯৪৮ চনৰ জুন মাহৰ ভিতৰত বৃটিছ চৰকাৰে ভাৰতীয়ৰ হাতত চৰকাৰ হস্তান্তৰ কৰিব। লগে লগে কূট-ৰাজনীতিবিদ লৰ্ড মাউণ্টবেটেনক ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ পদত অধিষ্ঠিত কৰিলে। দেশলৈ স্বাধীনতা আহিল বুলিয়েই মধ্যম শ্ৰেণীৰ নেতা কিছুমানে জনসাধাৰণৰ মাজত প্ৰচাৰ কৰি দিলে। ৰাইজৰ বিপ্লৱী অনুভূতি, ভাব আৰু চেতনাবোৰ লাহে লাহে স্তিমিত হৈ আহিল। তেওঁলোকৰ বহুতেই ভাবিলে, তেওঁলোকৰ দুখ-নিৰ্য্যাতনৰ অন্ত পৰিল। নেতাসকলৰ হাতত তেওঁলোক নিৰাপদ। শোষণকাৰী ইংৰাজইতো যেতিয়া যাবই, তেওঁলোকৰ ওপৰত চলা শোষণো আৰু অন্ত হ'ল; তেওঁলোকৰ সুখ-শান্তিৰ দিন আহিল।

কিন্তু চিন্তাশীল বিপ্লৱী বাতাহেৰে ভাবিলে অন্য প্ৰকাৰেহে। তেওঁৰ মতে মানুহৰ জীৱনটো এটা স্পষ্ট আবেষ্টনীৰ মাজত পাকি-পাটিকৈ থকা সুৰমা তৰা পদাৰ্থ নহয়, ই অনিৰ্দ্দিষ্ট, জীৱন্ত ব্যাপক

অগ্নিশিখাৰ দৰে জ্বলন্ত। বিপ্লৱৰ পথহে জীৱনৰ পথ। গতিকে, ভাৰতীয় ৰাজনীতিৰ আপোচ-মীমাংসা-আলোচনাৰ যি পাশাখেল আৰম্ভ হ'ল, সেইবোৰৰ প্ৰতি শিল্পীজনাৰ অকণো বিশ্বাসৰ উদ্ৰেক নহ'ল।

আলোচনা চলি থকাৰ সময়ত লৰ্ড মাউণ্টবেটেনে মহাত্মা গান্ধীক দুবাৰ দেখা-সাক্ষাৎ কৰিলেও, আচল কথাবোৰ ভাৰতীয় ধনিক শ্ৰেণীৰ প্ৰতিভূসকলৰ আগতহে মুকলি কৰে। ক্ৰমে তেওঁলোক ৰাজকীয় ক্ষমতা পাবলৈ উদ্‌বাউল হৈ পৰিল। ইংৰাজৰ কূট-কৌশলবোৰ সজাই-পৰাই মাউণ্টবেটেনে দাঙি ধৰিলে। ধৰ্মান্ধ সাম্প্ৰদায়িকতাবাদীসকলেও আচুতীয়া ৰাষ্ট্ৰ পোৱাৰ আশাত ব্যাকুল হৈ পৰিল। দেশ খণ্ড-বিখণ্ড হোৱাৰ আগলি-ইঙ্গিত পায়ো মহাত্মা গান্ধী নিঃসহায় যেন হৈ পৰিল। ক্ষমতাৰ মোহত কংগ্ৰেছৰ বিশিষ্ট নেতা কেইজনেও তেওঁক অৱহেলা কৰিলে। শোকে-দুখে গান্ধী জৰ্জৰিত হৈ পৰিল। কিন্তু তেওঁৰ বিৰাট ব্যক্তিত্বৰ প্ৰভাৱৰ দ্বাৰা জনগণক অন্ততম বিপ্লৱৰ আহ্বান দিবলৈ তেওঁ আগনাবাঢ়িল। এয়ে মহাত্মাৰ জীৱন-ইতিহাসৰ ডাঙৰ ট্ৰেজেডী।

১৯৪৭ চনৰ ১৮ জুলাইত 'ভাৰত স্বাধীনতা বিল'খন আইনত পৰিণত হ'ল। ভাৰত দ্বিখণ্ডিত হৈ পৰিল—ভাৰতৰ ভিতৰতেই পাকিস্তানৰ জন্ম হ'ল। ভাৰতী আই প্ৰসৱ-বেদনাত জৰ্জৰিত হৈ পৰিল। ১৫ আগষ্টৰ দিনা বিপুল আনন্দ-উৎসৱৰ মাজেদি জৱাহৰলাল নেহৰুৱে অন্তৰ্বৰ্তী চৰকাৰ গঠন কৰিলে। সিপিনে জোনাব জিন্না চাহাব পাকিস্তানৰ হৰ্তাকৰ্তা বিধাতা হৈ পৰিল। ১৯০ বছৰীয়া ইংৰাজ ৰাজত্ব সমাপ্ত হ'ল। অসমৰ এই ৰাজ্য এশ একৈশ বছৰীয়া। যি ইংৰাজে সাধাৰণ যুদ্ধ এখন কৰি দুশ মানুহো বধ নকৰাকৈ বিখিনি সাম্ৰাজ্য স্থাপন কৰিছিল, ভাৰতীয় ধনিক পুঁজিপতি আমিৰ ভূপাল জমিদাৰসকলৰ লগত আলাপ-আলোচনা কৰি ভাৰতক স্বাধীনতা দি সাম্ৰাজ্যৰ ধন-দৌলত সামৰি-সুতৰি প্ৰজাসকলক ধৰ্মৰ উন্মাদনাত অন্ধ কৰি ছয় লাখৰো অধিক নিৰীহ নিৰ্দোষী লোকৰ

জীৱনৰ অৱসান ঘটালে। বাডাৰ দবেই বিসকল বিপ্লবী মানৱতাবাদী লোক, তেওঁলোকে প্ৰমাদ গণিলে। এই পথ প্ৰকৃত পথ নহয়, এই পথ সত্যৰ পথ নহয়; ই লোক কল্পকাৰী বেদনাদায়ক পথ, এই পথেদি মানুহৰ মুক্তি আহিব নোৱাৰে।

ভাৰতত তেতিয়া সক-বৰ অনেক দেশীয় ৰজাৰ ৰাজ্য আছিল। সেইবিলাকে লাহে লাহে ভাৰত-ডমিনিয়নত প্ৰবেশ কৰিলে। ভাৰতৰ মাজ-মজিয়াত থকা জুনাগড়ৰ নবাবে পাকিস্তানৰ লগত সমিল-মিল হৈ যাবলৈ বিচৰাত ভাৰত চৰকাৰে সশস্ত্ৰ-বাহিনী তালৈ পঠিয়াই দিলে আৰু সেই ৰাজ্য ভাৰতৰ লগত চামিল হৈ পৰিল। অহিংস আৰু নিৰস্ত্ৰ আন্দোলনৰ সমৰ্থনকাৰীসকলে পোন-প্ৰথমবাৰ চমক্ খাই উঠিল। তেওঁলোকৰ পূৰ্বৰ গান্ধীবাদী বিশ্বাসত এটা খুকণ্ডা ওলাল। ইপিনে, কাছিম ৰাজীৱৰ দ্বাৰা সংগঠিত হোৱা হাইদৰাবাদৰ 'ৰাজাক'ৰ নামৰ ধৰ্মান্ধতা আৰু সাম্প্ৰদায়িক ভাৱত গঠিত দলটোৱে ভাৰতৰ সীমাত সন্ত্ৰাসৰ সৃষ্টি কৰাত ১৯৪৮ চনৰ ১৩ ছেপ্টেম্বৰত ভাৰতীয় সশস্ত্ৰ বাহিনীয়ে হায়দৰাবাদ আক্ৰমণ কৰিলে। নিজাম বাহাদুৰৰ ক্ষুদ্ৰ সৈন্য দল তিষ্ঠিব নোৱাৰি পাঁচ দিনৰ ভিতৰতে আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য হ'ল। ৰাজাকৰবিলাক ভেশছন কৰি পলাল, কোনো কোনোৱে তাতেই আত্ম-গোপন কৰিলে।

কাশ্মীৰৰ মহাৰজাই ভাৰতত যোগদান কৰিলে যদিও পাঠান-সকলৰ আক্ৰমণত কাশ্মীৰৰ একাংশ পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ল। এইবেলিও জনতাই উপলব্ধি কৰিলে যে ৰাষ্ট্ৰীয়-জীৱনত সশস্ত্ৰ ৰণুৱাই কি কাৰ্য্য সাধন কৰিব লগা হয়।

এনে অস্থিৰতা, অনিশ্চয়তাৰ মাজতো বিষ্ণু ৰাভাই নতুন যুগ এটিক স্বাগতম জনালে। সংস্কৃতিৰ বাহক জনগণৰ, নিপীড়িত হালোৱা-হজুৱা-বনুৱাৰ মুক্তি বিচাৰি তেওঁ গালে:

"ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহাৰ শিকলি ছিঙ্

ছিঁড়্ ছিঁড়্ ছিঁড়্ ছিঁড়্
        দাসর বন্ধন ছিঁড়্
খোল্ খোল্ খোল্ খোল্
        কারার ফাটক খোল্
ভাঙ্ ভাঙ্
        দুয়ারর দাঁড়্ ।···
শুন্ সোরা শুন্ শুন্
        ঘেরিছে রণ-বিষাণ
মুকুত আকাশে উরে
        দিপ্ত রঙা নিচান
        সুরুয উদিয়মান
শুন্ মুকুতির সুরুযর আহ্বান,
হালোরা হজুরা হেরো মজুর-কিষাণ
        মুক্তিমান—মুক্তিমান—মুক্তিমান ।

। ওঠৰ ॥

# আনন্দ ৰূপং যদ্ বিভাতি

সৰল-সহজ শান্তিপ্ৰিয় জনগণে স্বাধীনতাৰ উছৱত সঁচাকৈয়ে গা চালি আনন্দ কৰিলে। ৰাজনীতিৰ মেৰপাক, অৰ্থনীতিৰ কুট-কৌশল, ধনিক নেতাৰ মিঠা বক্তৃতাৰ কুটিলতাৰ তেওঁলোকে একো ভু নাপায়। 'ৰাইজেই ৰজা' বুলি যেতিয়া সেই পুঁজিবাদীসকলে গাৱেঁ-নগৰে বক্তৃতা দিলে, ৰাইজ সম্মোহিত হ'ল আৰু শাসনৰ জিঞ্জিৰি তেওঁলোকৰ হাতত অৰ্পণ কৰি যেন নিশ্চিন্তহে হৈ পৰিল।

সাম্যৰ শান্তিৰ সপোন দেখোঁতা শিল্পী বিষ্ণু ৰাভাৰ মনৰ গতি আনপিনেহে চাল খালে। ন-কৈ প্ৰতিষ্ঠিত হোৱা ভাৰতীয় ৰাজতন্ত্ৰৰ ওপৰত তেওঁৰ সন্দেহ উপজিল। অৰ্ধাহাৰী-অনাহাৰী, পৰিশ্ৰমী, নিভাঁজ, সৰল. হোজা জনগণক এই ৰাজ-তন্ত্ৰই প্ৰকৃত মুকুতি দিবনে? তেওঁ ৰামুণীপাহাৰৰ পুৰণি কৃষ্টি-কলা-ইতিহাসৰ সাক্ষৰ বুকুৰ মাজত লৈ ধ্যানমগ্ন হৈ থকা পদুমৰ চকাৰ ৰূপসনা শিল এছটাত বহি দূৰৰ পিনে লক্ষ্য কৰিছিল। মনৰ মাজলৈ আহিছিল অলেখ গীতৰ শাৰী, নাচনৰ ভঙ্গী, আলেখ্যৰ ৰেখা, নাটকৰ বচন। সন্ধিয়া লাগি ভাগি যোৱাৰ পিচত তেওঁ ঘৰলৈ উভতিছিল।

পিচদিনাও তেওঁ তালৈ গৈছিল। ৰৰলুইতৰ বুকুৰপৰা এছাটি

বিৰ্ বিৰ্ কৈ বোৱা বতাহ বৈ আছিছিল। তেওঁ দূৰলৈ দৃষ্টি নিক্ষেপ কৰিছিল। চকুৰ আগত যেন তাহি উঠিছিল এটি সৌন্দৰ্য্য, এটি অপৰূপ যেন আনন্দৰ মহা অৰূপ ৰূপ। তেওঁ আত্মবিভোৰ হৈ পৰিছিল।

বান বন্দমকন অৰ্গেনটোৰ বীডবিলাকত আজি কেবাদিনো কোনোৱে হাত বুলোৱা নাই। কোনো কোনোৱে ভাবিছিল ন-কৈ নাটক এখন অভিনয় কৰিব লাগে। দেবেন্দ্ৰ নাথ চলিহা, ফণী শৰ্মা আদিয়ে তাত বহি আলচ কৰিছিল।

"বিষ্ণু কলৈ গৈছে ?" ফণী শৰ্মাই প্ৰশ্ন কৰে।

চলিহাই হাঁহি মাৰি উত্তৰ দিয়ে—"তেওঁ নাচৰ পৰিকল্পনা কৰিছে। বোধহয় এইবেলি তাণ্ডৱ নাচিব, ৰবঢোল বাজিব, ৰবতাল ঘূৰিব, ৰবকাঁহে কাণ-মাদলি ফুটাব।"

পিচদিনাই ফণী শৰ্মাই ছুপৰীয়া পৰত বাভাদেৱক মাত লগালেগৈ। তেওঁ নীলা কাপোৰ এখন পিন্ধি হেলনীয়া চকী এখনত বহি কিবা যেন ধ্যান কৰি আছিল।

ফণী শৰ্মাক দেখি ৰাভাই কলে, "তুমি আহি বৰ ভাল কৰিলা বলীন! ব'লা, আমি আজি নাৰেৰে বাৰেচহৰীয়া ভাওনাৰ শিল্পী গজেনৰ খেতি চাবলৈ যাওঁ।"

"ক'তনো সি খেতি কৰিছে ? সি নাচিবলৈ, আঁকিবলৈ এৰিলে নেকি ?"

"কিয় এৰিব ? কিন্তু সি এতিয়া জীৱিকাৰ কথা ভাবিছে। তাৰ খেতি-পাম অতি সুন্দৰ ঠাইত।"

"ক'ত ?"

"শিলঘাটৰ উত্তৰ পাৰে ৰবৰালি পুহৰি-তাপু চাপৰিত।"

যেনে আলোচনা তেনে কাম। দুয়ো গৈ ভৈৰৱী দেৱীৰ মন্দিৰৰ সমুখেদি নৈৰ পাৰলৈ গ'ল। তাত মাছ মৰা সৰু সৰু নাও দেখাৰ আছিল। কোনো কোনোৱে তাত মাছো মাৰিছিল। তেওঁলোকক

দেখি এজন ডেকাল'বা আগবাঢ়ি আহি খুব খুজুৱাই ছুয়োবো সমুখত থিয় হ'ল।

"নৌকা-বিহাব কবিব খুজিছোঁ বুজিছা ভাইটি!" শৰ্মাই চকুবে হাঁহি কলে।

"নাও আছে ককাইদেউ, যি কোনো এখন নিব পাবে। কিন্তু খুবি আহি আমাক লগ নাপালে ?"

"আমি বাঙ্খি খৈ যাম।" বিষ্ণু বাভাই ক'লে। ছুয়ো নাৱত উঠিল।

"এতিয়া উজাই নে ভটিয়াই ?" শৰ্মাই প্ৰশ্ন কৰিলে।

"আনন্দ কণং বদ্ বিভাতি।"

"এৰা, সেয়ে জীৱন-নৌকাব উদ্দেশ্য।" বাভাব কথাব উত্তৰত নটসূৰ্য্যই ক'লে।

পাবে পাবে ছুয়ো উজাবলৈ ধৰিলে।

"এয়া আমাব লুইত, বহ্ৰম্-পুত্ৰ, আমাব পূৰ্বপুৰুষসকলে কৈছিল ভুলং-বুধুৰ, লুইত ভুবুলিছিল, বুলিছিল টিলাও আক সেয়া ভবলী। বুলিছিল ভল্লী। আক কামৰূপ নকৈছিল, কৈছিল কামৰু। নীলাচলব কাম্-কা কাম্-কী—থামাইথাক কালিকাপুৰাণ আক যোগিনীতন্ত্ৰই নামকৰণ কৰিলে কামাখ্যা। যাথোৱাই হৈ পৰিল বুঢ়া গোসাঁই। আমাব দেশব অপাব মহিমা।"

"এৰা, এৰা" বুলি শৰ্মাই সমৰ্থন কৰি গ'ল।

"আমাব লুইত, পশ্চিমব গঙ্গা-যমুনা। সেই ছুই নৈবো অপাব মহিমা।…যমুনা পাব হওঁতে পৰাশৰ মুনিব দৰ্শনত ধীবৰ কুমাবী মৎস্যগন্ধা হৈ উঠে পদ্মগন্ধা আক ঋষিব পৰশনত হয় অনন্ত যৌৱনৰ অধিকাবী সত্যৱতী। তেনে সত্যৱতীৰ গৰ্ভত জনমে বেদ সম্পাদন কৰা মহাশক্তিমান ব্যাসদেৱ। প্ৰেমব অপাব মহিমা।"…

কথা কওঁতে কলাগুৰুৰ নিপোটল মুখখন বঙচুৱা হৈ পৰিছিল।

"বেদ! হুঁ।" শৰ্মাই খুব ছুপিয়াইছিল।

...ব্ৰহ্মাৰপৰা বেদৰ উৎপত্তি, বেদৰপৰা যজ্ঞ, যজ্ঞৰপৰা ধোঁৱা, আৰু সেই ধোঁৱাৰপৰা হ'ল বৃষ্টি ; সেই বৃষ্টিৰপৰাই সৃষ্টি শস্য আৰু শস্যৰপৰাই জীৱন—এয়া কৃষ্টি-সংস্কৃতি আৰু প্ৰগতিৰ চক্ৰ।"...

বগলী এজাক পানীত লাগোঁ লাগোঁ হৈ উৰি গৈছিল।

"ঠিকেই, এই প্ৰগতিৰ চক্ৰৰ ওপৰতেই আমি কৰোঁ অভিনয়, নহয়নে ?"

"হয়, অভিনয় কলা। ইয়াৰ সুপ্ৰাচীন গ্ৰন্থ ৰচনা কৰে ভৰত মুনিয়ে—'নাট্যশাস্ত্ৰ' ; আৰু নন্দিকেশ্বৰ মুনিয়ে 'অভিনয় দৰ্পণ'। অভিনয়-কলাৰ মূল ধাৰা তিনিটা—ভৰতৰ, নন্দিকেশ্বৰৰ আৰু মাতঙ্গ মুনিৰ কোহল-মাতঙ্গ।"...

"বৰ্তমান যুগত বিষ্ণু-বলীন।" বগৰ কবি শৰ্মাদেৱে গলগলীয়া মাতেৰে কৈছিল।

এনেদৰে কথা পাতি নাও বাই বাই দুয়ো পুহৰি-ভাগুৰ গজেন বৰুৱাৰ কৃষি-পামত হাজিৰ হ'লগৈ।

"সুন্দৰ সৃষ্টি, গজেন! শিল্পীৰ তীৰ্থ পাতিছা এইখন।" ৰাভাই ক'লে।

সন্ধিয়া পৰত দুয়ো নেপালী গাওঁলৈ গ'ল। গজেন বৰুৱাৰ ৰান্ধনি ল'ৰাটোৱে ভাত-পানী ৰান্ধি ৰাতিৰ ভোজনৰ যো-জা কৰিলে।

নমান বজাত দুয়ো উপস্থিত। লগত ছয়-সাতজনমান নেপালী মানুহ।

"এয়া ছাগলীৰ মঙহ। ৰান্ধিবলৈ দিয়া।"

শৰ্মাৰ হাতৰপৰা বৰুৱাই মঙহৰ টোপোলাটো নি ৰন্ধা-বঢ়া কৰা ল'ৰাটোৰ হাতত দিলেগৈ।

বিষ্ণু ৰাভাই নেপালী ৰাউৰীয়া গীত গাবলৈ আৰম্ভ কৰি দিলে। নেপালী কেইজনৰ মনত মহা আনন্দ। তেওঁলোকৰো দুই-এজনে নেপালী গান গালে।

ৰাতি এঘাৰমান বজাত নেপালী কেইজনে বিদায় ল'লে।

পিচদিনা বাতিপুৱা শুকান কেটি আক চাহ খাই দুয়ো গজেন বৰুৱাক মাজত লৈ পিয়াঁজ খেতিৰ কিমান লাভ হয় কাগজ-কলম লৈ হিচাপ কৰিবলৈ ধৰিলে।...

...মাটি ত্ৰিশ বিঘা।
বিঘাত দহ মোনকৈ
তিনিশ মোন।
মোনত দহ টকাকৈ
তিনি হেজাৰ টকা।
খৰচ বাদ তিনিশ।
বাকী থাকিব—সাতাইশ শ।
থিয়েটাৰ পাৰ্টি খোলাৰ বাবে
দুহেজাৰ টকা।
এখন ডেল্‌-ড্ৰামা—
খৰচ দুশ।
বাকী পাঁচ শ সমানে
তিনি ভাগ।...

দুয়ো হাঁহি-ধেমালি কৰি গজেন বৰুৱাক সাৰটি ধৰিলে।

সন্ধিয়া নেপালী মানুহ বহুত আহিল। নেপালী ভাষাতে কথোপকথন হ'ল। বাভাদেৱে নেপালী ভাষা ক'তো অকণো খোকোজা নলগাকৈ ক'ব পাৰিছিল। গতিকে নিভাঁজ নেপালী গীতো তেওঁৰ কণ্ঠত সুন্দৰকৈ নিনাদিত হৈ উঠিছিল।

এনেদৰে এসপ্তাহ থাকি দুয়ো পুনৰ নাও মাৰি যাবলৈ ওলাল। লগতে ওলাল কেবাজনো নেপালী মানুহ। কিন্তু তেওঁলোকে লৈ অহা নাওখন সৰু আছিল বাবে দুজন নেপালীয়ে নাও বাই তেওঁলোকক তেজপুৰত থবলৈ গ'ল।

তাৰ দুদিন পিচৰপৰাই ধাৰাসাৰে বৰষুণ আৰম্ভ হ'ল। ব্ৰহ্মপুত্ৰত বানপানী উঠিল আৰু চাই থাকোঁতেই পিয়াঁজৰ খেতি কৰা গজেন

বকৰাৰ কৃষি-সপোন চুচুৰ্মৈ কৰি তাণ্ডি-ছিণ্ডি উটুৱাই লৈ গ'ল, বানপানীৰ গ্ৰাহত সকলো বিলীন হৈ পৰিল। বকৰা দুখে-বেজাৰে জামুগুৰিলৈ উলটি যাবলৈ বাধ্য হ'ল। তেওঁৰ কৃষক-জীৱন তিমানতেই অন্ত পৰিল।...

বাতাদেৱে আকৌ তেওঁৰ সেই তেজপুৰৰ ঘৰত বহি বহি ছবি আঁকে, গীত লিখে আৰু নানা কল্পনাত উটি-বুৰি ফুৰে। বিশেষকৈ, ভাৰত তথা অসমৰ কোটি কোটি নিপীড়িত জনতাক, হালোৱা-হজুৱা-বনুৱাক কেনেকৈ প্ৰকৃত মানুহৰ আসনত প্ৰতিষ্ঠিত কৰিব পাৰি তাৰ চিন্তাতে তেওঁ অভিভূত হ'ল। সাংস্কৃতিৰ মহান বাহক এই লোকসমূহক উদ্ধাৰ কৰিব নোৱাৰিলে সংস্কৃতিৰো উদ্ধাৰ হব নোৱাৰে।

মহান শিল্পীজনাৰ মতে—"তেতিয়াহে প্ৰকৃত শিল্পৰ উৎকৰ্ষ সাধন হব যেতিয়া এই অত্যাচাৰিত দলৰ প্ৰকৃত স্বৰূপ উদ্‌ঘাটিত হব, অন্নতৰ দুৰৱস্থা উন্নীত হব আৰু তেওঁলোক এই আহল-বহল পৃথিবীৰ বুকুত চিৰমুক্ত, চিৰ-স্বাধীন হৈ উমলি ফুৰিব পাৰিব।"...

তেজপুৰৰ চৌহদৰ ভিতৰত তেওঁৰ মন নবহা হৈ আহিল। পুৰণি সোঁৱৰণীবিলাকে তেওঁৰ মনত দুখ দিবলৈ ধৰিলে। তেওঁৰ যৌৱনৰ প্ৰথমা প্ৰিয়া প্ৰিয়লতাৰ্লৈ মনত পৰি মন ইচাট-বিচাট লাগে।

ভাৰতত তেতিয়া বিভিন্ন ৰাজনৈতিক দলসমূহ নিজ প্ৰতিষ্ঠাৰ বাবে যত্নবান। খণ্ডিত ভাৰতৰ বাবে কিন্তু আকৌ অনেকেই মুহ্যমান। এক মানৱতাক অনেকেই আকৌ পাহৰি গৈছিল।

সিদিনা প্ৰকৃতি মহাচঞ্চল, বতাহ-ৰৰষুণ, বিজুলী-চেৰেকনি, ভূমিকম্পও। ভাৰতীয়ৰ জীৱন-আকাশত আকৌ বিনামেঘে বজ্ৰপাত। ১৯৪৮ চনৰ ৩০ জানুৱাৰী তাৰিখটো, বুধবাৰৰ এটি কলীয়া দিন—নাথুৰাম গডছে নামৰ এজন যুৱকৰ গুলীত মহাত্মা গান্ধীৰ হত্যা। যুৱকজনৰ বিবেচনাত ভাৰতৰ বিভিন্ন সমস্যাৰ বাবে বুকুৰ গাঁথি বহন কৰোঁতা মহাত্মা গান্ধীয়েই যেন জগৰীয়া আচামী।

বিষ্ণুপ্ৰসাদো বিমৰ্ষ হৈ পৰিছিল। ভাৰতৰ ৰাজনৈতিক আকাশত

কেনে ঘমঘণ্টা যে বাজি উঠিব, তেওঁ মনে মনে কল্পনা কৰিলে। পৰাধীন ভাৰতৰ জনগণক একত্ৰিত কৰি যুঁজিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে তেওঁ যি অবিচলিত আন্দোলন চলাই জনতাৰ আত্মবল আৰু ৰাজনৈতিক চেতনা জগাই তুলিছিল, তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। স্বাধীন ভাৰতে এতিয়া কি আচনি সব, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, বৈদেশিক নীতি বা আদৰ্শ কি হব. এতিয়া থিৰাংকৈ নিৰ্ণয় কৰিবৰ সময়; কিন্তু এই কাৰ্য্য গান্ধী-হত্যাৰ দ্বাৰা হব নোৱাৰে বুলিয়েই তেওঁৰ বিশ্বাস আছিল। মুষ্টিমেয় ধনী আৰু বুৰ্জোৱা শ্ৰেণীৰ নেতাসকলৰ ইচ্ছাই দেশৰ আইন হব নোৱাৰে। অৱশ্যে তেওঁলোকৰ কোনো কোনোৱে স্বাধীনতাৰ আন্দোলনত ত্যাগ স্বীকাৰ কৰিছিল সঁচা, কিন্তু এইটো কথা পাহৰিলে নহব যে ভাৰতৰ নব্বৈজন লোকেই দুখীয়া। এই বহুজনৰ কল্যাণৰ বাবেহে দেশক প্ৰস্তুত কৰিব লাগিব। নিপীড়িত হালোৱা-বনুৱাক মুক্তি দিব লাগিব, তেওঁলোকক মানুহৰ আসনত প্ৰতিষ্ঠিত কৰিব লাগিব। যুগ যুগ ধৰি তেওঁলোক অমানুহ হৈ আছে; মানুহ হোৱাৰ সুযোগেই তেওঁলোকে পোৱা নাই, সেই সুযোগ তেওঁলোকক দিব লাগিব। স্থিতিশীল, ৰক্ষণশীল, শোষণশীল এই ভাৰতীয় সমাজখনত অতি প্ৰয়োজন বাস্তৱ-ধৰ্মী নতুন নতুন চিন্তাৰ প্লাৱনেৰে সমাজক ধৌত-বিধৌত কৰা, তেহে এই সৰ্বহাৰাসকলৰ দুখ-দুৰ্গতি, অভাৱ-অভিযোগ, অন্ধবিশ্বাস আদি নিৰ্মূল হব। তেতিয়াহে দেখা দিব বিশাল-সমাজত এটি আনন্দময় ৰূপ।

তেওঁ গৃহ-কুপৰপৰা ওলাই আহিল। সাংসাৰিক বা পাৰ্থিৱ মায়া তেওঁৰ একো নাই। প্ৰিয়া পত্নী ঢুকাৰবো বাৰ বছৰ হৈ গ'ল। তেজপুৰৰপৰা ৰঙাপাৰাইদি ট্ৰেইন যাত্ৰা আৰম্ভ কৰিলে। মাজবাট, ওদালগুৰি, হৰিশিঙা, টংলা, খৈৰাবাৰী, ৰঙিয়া, নলবাৰীয়েদি আহি বৰপেটা পালেহি। যি সময়ত তেওঁ শ্ৰীমন্ত শঙ্কৰদেৱৰ চিত্ৰ আঁকি আনন্দত আত্ম-বিভোৰ হৈছিল, সেই স্থানৰ ৰূপ কিঞ্চিৎভাৱে হলেও

যেন পৰিবৰ্তনৰ কালে আহিছে। জ্ঞান অৰ্জাতকৈ ধন অৰ্জাতেই সৰহভাগে মনোনিবেশ কৰিছে, সংগীতৰ আসৰত ৰহাতকৈ কোনো ক্ষমতাশীল নেতাৰ চ'ৰাত বহি তেওঁৰ স্তুতি-গীত গাই ভাগ্য গঢ়িবলৈহে অনেকে মন মেলিছে। বিষ্ণুপ্ৰসাদৰ মনটো যে কেনে লাগিল! ভাবিলে—কিয় এনে হ'ল বাৰু?

ক্ৰমাৎ পশ্চিম অসমৰ সৰভোগ, বিজনী, কোকৰাঝাৰ, গোসাঁইগাওঁ, দতমা, গৌৰীপুৰেদি গৈ কোচবেহাৰ সোমাল। গৌৰীপুৰ কোচবেহাৰত তেওঁৰ কেবাজনো বন্ধু আছিল। সকলো কেইজনেই একোজন কলাবিদ। সেইসকলৰ লগত তেওঁ সঙ্গীত-কলাৰ বিষয়ে নানা কথা আলোচনা কৰিলে। তেওঁৰ কলেজীয়া জীৱনৰ পুৰণি স্মৃতিবিলাকে তেওঁৰ মনত অপাৰ আনন্দৰ ঢৌ তুলিলে। কি সাহস আৰু অনুপ্ৰেৰণাৰে তাহানি স্বাধীনতাৰ আন্দোলনত নিজৰ জীৱন বিপন্ন কৰি ৰাজপ্ৰাসাদৰ তোৰণত, জেনকিন্স্ হাইস্কুলত আৰু ৰিজেণ্ট হাটছিনছন চাহাবৰ চৰকাৰী বঙলাৰ নঙলাত ত্ৰিৰঙ্গ পতাকা উৰুৱাই থৈ আহিছিল।

বেহাৰ ৰাজ্যৰ ৰাজধানীৰপৰা তেওঁ মধুপুৰধাম আৰু ভোলাধামলৈ গৈছিল। মধুপুৰত ৺লক্ষ্মীকান্ত আতৈ বুঢ়াভকতৰ লগত তেওঁ খাই-বৈ উঠি গোটেই নিশা গুৰু-চৰিত চৰ্চনা কৰিছিল। ৰাতি যে কেতিয়া শেষ হৈ গ'ল ভুয়ো কৰই নোৱাৰিলে। বুঢ়াভকতৰ অনুৰোধত তেওঁ তাত আৰু দুটা নিশা কটালে। তেওঁৰ গুৰুলীলাৰ অসীম জ্ঞান, গুৰু-সঙ্গীতৰ নিপুণতা, কলা-আলেখ্যৰ অদ্ভুত অভিজ্ঞতাৰ প্ৰমাণ পাই লক্ষ্মীকান্ত আতৈ অভিভূত হৈ পৰিল। জীৱনত তেওঁ এনে লোকৰ সঙ্গলাভ আগতে কৰা নাছিল। তীৰ্থ-ভ্ৰমণৰ বাবে অসমৰ যাত্ৰীৰ ইয়াত অখণ্ড সোঁত এটি বৈ আছে, হলেও এনে পুৰুষ ক'ত?

বিদায়ৰ সময়ত 'গুৰুগৃহৰ' দুৱাৰমুখত সেৱা জনাই ৰাভাদেৱে তেওঁৰ জোলোঙাৰপৰা কলম এডাল উলিয়াই বুঢ়া-ভকতক এখিলা

কাকত খুজিলে। বুঢ়াভকতে ভাবিলে, তেওঁ বোধহয় তেওঁৰ ঠিকনাটোহে দি যাব খুজিছে। বহাৰ ভিতৰৰপৰা তেওঁ তৎক্ষণাৎ এখিলা কাগজ আনি দিলে।

বাতা যেন ধ্যানস্থ হ'ল, তেওঁ কাগজখন পাৰি' লৈ কেইটামান ৰেখা টানিলে। বুঢ়াভকত উৎকণ্ঠাৰে থিয় হৈ ৰ'ল। ক্ষন্তেকৰ ভিতৰতে তেওঁ সুন্দৰ ছবি এখন আঁকি পেলালে। বুঢ়াভকত আচৰিত হৈ গ'ল। তাকে দেখি বাতাই স্বাভাৱিক হাঁহিটোৰে কলে, "আতৈ, এয়া গুৰুজনাৰ শ্ৰীহস্ত, এয়া কাপ, মহি, মৈলাম। এয়া অনুপম গুণমালা হাতীটোৰে সৈতে ভূককাত ভৰাইছে। গুৰুজনাৰ অপাৰ মহিমা।"

বুঢ়াভকত স্তব্ধ হ'ল। তেওঁ ছবিখন চাই চাই যেন পৃথিবীখন পাহৰি পেলালে। তেওঁ তাতেই থৰ হৈ থাকিল। কিছু সময়ৰ পিচত তেওঁৰ যেন সপোন ভাগিল; কিন্তু তাৰ পূৰ্বেই বিষ্ণুপ্ৰসাদ থানৰ চৌহদ এৰি নেদেখা হৈ পৰিছে। বুঢ়াভকতৰ চকুপানী ওলাল। সপোনত পোৱা সপ্ত-নিধি তেওঁ যেন পায়ো হেৰুৱালে। দুখ-বিৰহত তেওঁৰ অন্তৰখন দকৃদকালে। ছবিখন লৈ তেওঁ বহাঘৰ সোমাল আৰু তেওঁৰ কীৰ্তন-দশম আদি পুথিৰ লগতেই চিত্ৰখন থৈ দিলে। চিত্ৰকৰজনাক বাৰে বাৰে নমস্কাৰ জনাই তেওঁ বাহিৰলৈ ওলাই আহিল। পুনৰ তেওঁ গুৰু-গৃহৰ পিবালিৰ কাষ পালে। মনতে ভাবিলে, আলহীজনক তিনিদিন ৰাখিও তেওঁৰ পৰিচয়টো ভালকৈ লোৱা নহ'ল। কি যে মন্দ ভাগ্য!

বিষ্ণু ৰাভা মধুপুৰৰপৰা আলিপুৰদুৱাৰলৈকে ট্ৰেইনত আহি নামি পৰিল। তাৰপৰা তেওঁৰ খোজকাঢ়ি প্ৰায় দুমাইল আঁতৰত থকা মাধৱদেৱৰ পদৰজৰে বঞ্জিত মবিচবাৰীলৈ গ'ল। এতিয়া তাত থান-সত্ৰ অতি জৰাজীৰ্ণ; বন্তিগছিও দৈনিক নজ্বলে। মনতে ভাবিলে, এয়া জনতাৰ জীৰ্ণ সমাজ! ধনতন্ত্ৰবাদী, পুঁজিবাদী, সমাজ-ব্যৱস্থাই এঁয়া কৃষক-বনুৱাৰ আনন্দময় সমাজক নিশ্চিহ্ন কৰিছে! এই জনতাৰ

দুখ মোচনৰ বাবে তেওঁ নিজৰ জীৱন আহুতি দি আনন্দ লাভ কৰিব। যেতিয়া এই হালোৱা-হজুৱাসকলে প্ৰকৃত জীৱন লাভ কৰিব, তেতিয়াহে সেই সৰল-সহজ অকৃত্ৰিম হৃদয়ৰ জনগণৰ মাজত আনন্দ-ৰূপ বিৰাজমান হৈ উঠিব। স্থিতিশীল সমাজখনে এটি জীৱন্ত ৰূপ লভি সংস্কৃতি, প্ৰগতি, উন্নতি, জেউতিৰ পথেৰে সংগ্ৰামৰ জয়-যাত্ৰা কৰিব।…

জীৰ্ণ জনতাৰ মাজে মাজে তেওঁ খোজ পেলালে। তেওঁৰ হিয়াৰ একাল কোমল কলিজাৰ স্নেহময় নিষ্পেষিত মানৱৰ সান্নিধ্যত তেওঁ অনুপ্ৰাণিত হৈ উঠিল। আহি আহি পালে জীনকাটা, বেহাৰ— অসমৰ সীমা। তাতে তেওঁ ঢোল-তালৰ শবদ শুনি স্তব্ধ হৈ গ'ল। সকলোবিলাকেই হোজা, সৰল মানুহ। তেওঁ তেজপুৰৰ বুলি কোৱাত তেওঁলোক বৰ আচৰিত হ'ল। আৰু তেওঁলোকে বেছি আশ্চৰ্য্য বোধ কৰিলে যেতিয়া বাভাই স্থানীয় ৰাজবংশী ভাষা সৰ্‌সৰকৈ কবলৈ ধৰিলে। নিমিষতে তেওঁ সেইসকলৰ আপোন হৈ পৰিল। কীৰ্তনঘৰত গায়ন-বায়নৰ উখল-মাখল লাগিল। তেওঁলোকে গালে, বজালে, নাচিলে। বাভাই ৰাজবংশী ভাষাৰে শ্ৰীমন্ত শঙ্কৰদেৱ বৰগায়নৰ গীত-বাদ্য-নৃত্যৰ এটি দীঘল বক্তৃতা দিলে। ৰাইজ কাঁহ পৰি জীণ গ'ল। পিচত তেওঁ নাচৰ ভঙ্গী, বাজনাৰ তাল-মান, ৰাগৰ স্বৰ আদি নিজে প্ৰদৰ্শন কৰি কথা কবলৈ ধৰিলে। ৰাইজ বিমুগ্ধ হ'ল।

মানুহৰ মাজৰপৰা এজন বুঢ়ালোকে মন্তব্য দিলে: "উনি মানুষ না বে বা', গন্ধৰ্বৰ অৱতাৰ।"

ৰাইজৰ হিয়াৰ মাজত তেওঁ সোমাই পৰে। আহিব খুজিলেও তেওঁক আৰু এটি দিন তেওঁলোকে আদৰ-সাদৰকৈ ৰাখে। কলাকাৰ ৰাভাদেৱে উপলব্ধি কৰে—এয়েই সংস্কৃতিৰ বাহক ৰাইজ; হালোৱা-হজুৱা, শ্ৰমজীৱি ৰাইজ; কিমান কষ্ট কৰি তেওঁলোকে দুমুঠি ভাত মোকোলায়, তেওঁলোকৰ মূৰৰ ঘামবোৰ মাটিত পৰি বসুমতী জকমকাই

উঠে, শত্ৰুৰে নদন-বদন হয়। প্ৰাকৃতিক দুৰ্যোগ আহে তেওঁলোকক মৰিমূৰ কৰিবলৈ, শোষক-শাসক আহে তেওঁলোকক চুহি খাবলৈ ; কিন্তু তাৰ মাজতেই তেওঁলোক জীয়াই থাকে, কৃষ্টি-সংস্কৃতিক বুকুত বান্ধি তেওঁলোক জীয়াই থাকে। কৃষ্টি-সংস্কৃতিৰ বাহক এই জনতাক জীয়াই ৰাখিব লাগিব, এইসকলৰ গধুৰ দুখ-দৈন্যৰ বোজাবোৰ আঁতৰ কৰিব লাগিব, এওঁলোকক প্ৰকৃতমানুহৰ আসনত প্ৰতিষ্ঠিত কৰিব লাগিব।

জীনকাটাবপৰা নিপীড়িত জনতাৰ দৰদী-বন্ধু বিষ্ণুপ্ৰসাদ দুদিন খোজকাঢ়ি আহি ৰামৰায়ৰ ভিঠাত উপস্থিত হ'ল। জানিব পাৰিলে যে তালৈ কোনোবা মন্ত্ৰী আৰু বৰলোক কেইজনমান আহিব। গাৱঁলীয়া 'যো-হুকুম' নেতা কেইজনে তেওঁলোকৰ অভ্যৰ্থনাৰ বাবে খেতিয়কৰ বাইজক বাট চচা, বভা সজা আদি কামত লগাই দিছে। তেওঁ গোলোকগঞ্জলৈ খোজ ললে আৰু ৰাতিৰ ট্ৰেইনত গুৱাহাটীমুৱা হ'ল।......

॥ ঊনৈশ ॥

## শুনা, জনতাৰ কোলাহল শুনা

বিষ্ণুপ্ৰসাদ ৰাভাৰ চিন্তাধাৰা সদায় সূৰ্য্যৰ পোহৰৰ দৰেই স্পষ্ট আছিল। তেওঁ আছিল সদায় জনতাৰ শিল্পী: জনতাৰ লেখক, বক্তা, ৰাজনীতিজ্ঞ, ঐতিহাসিক, নাট্যকাৰ, গায়ক, চিত্ৰকৰ, কবি, চিত্ৰ পৰিচালক, মঞ্চ পৰিচালক, অভিনেতা আদি বিভিন্ন গুণৰ গৰাকী। তেওঁ গভীৰভাৱে বিশ্বাস কৰিছিল যে শ্ৰেণী-বিভক্ত সমাজত শ্ৰেণী-সংগ্ৰাম থাকিবই আৰু এই শ্ৰেণী-সংগ্ৰামেই তীব্ৰৰপৰা তীব্ৰতম হৈ উঠিলেই বিপ্লৱৰ ৰূপ লব আৰু এই বিপ্লৱৰ কৃতকাৰ্য্যতাৰ অন্তত এক নতুন শোষণহীন, শ্ৰেণীহীন সমাজৰ সৃষ্টি হব। ইয়াৰ অন্যথা হব নোৱাৰে।

জনগণৰ দুখ-দৈন্যই ৰাভাদেৱক কাতৰ কৰি তুলিছিল। তেওঁলোকৰ অন্ন-বস্ত্ৰৰ কোলাহল তেওঁৰ কাণত ক'লা মেঘৰ গৰ্জনৰ দৰে পৰিছিল।

তেওঁ নাটমল্লাৰ ৰাগত গীত ৰচি গাবলৈ ধৰিলে:

শুনা জনতাৰ কোলাহল শুনা
শত জৰ্জৰ কণ্ঠৰ
দুৰ্বাৰ মৰ্মৰ
নয়নত কোপানল শুনা।
জনতাৰ বক্ষ ভেদি
বোৱা শোণিতৰ ঢল

গঢ়ে মহাসাগৰ টলমল্
আগবাঢ়ে জলমল্
বোৱা শোণিতৰ চল।
কৃষকে বিনায়
শ্ৰমিকে কান্দে
অস্পৃশ্য অসহায় ;
সেই অসহয়তাৰ
সৃষ্টি আজি
বিদ্ৰোহ মহানল
বোৱা শোণিতৰ চল
জল্‌মল্ জল্‌মল্ শুনা।

তেতিয়া দেশত শ্ৰমিক সংগঠন, কৃষক সংগঠন আদি আৰম্ভ হৈছে। ঠায়ে ঠায়ে এইসকলৰ সমাবেশো পাতি কোনো কোনো নেতাই বাইজৰ চকুত চমক্ লগাইছে। কিন্তু বাতাৰ প্ৰাণটো আছিল সদায় এই নিপীড়িতসকলৰ লগত অকৃত্ৰিমভাবে—বক্তৃতা দি শ্ৰোতাসকলক চমক্ লগোৱাত নহয়। তেওঁলোকৰ কুলাই-পাচিয়ে নধৰা দুখৰ বোজাবোৰৰ মেটমৰা ভাৰ নাইকিয়া কৰি সংস্কৃতিৰ সন্তান হিচাপে তেওঁলোকক প্ৰতিষ্ঠা কৰিবলৈহে শিল্পীজনাই বাঞ্ছা কৰিছিল। তেওঁ এনেদৰে প্ৰশ্ন কৰিছিল :

"আমি খুৱাওঁ বিশ্ববাসীক
মাটি ফালি ধান,—
আমি যোগাওঁ ধনী শ্ৰেণীক
অস্ত্ৰ শক্তিমান,—
কাৰখানা-কল আমাৰ সৃজন
পথাৰ সুবহল।...
তেওঁনো কিয় আমাৰ এনে—
আলৈ বিলৈ হ'ল ?"...

তেওঁ মৰ্মে মৰ্মে বুজি পালে যে স্বাধীনতাৰ আন্দোলনৰ স্মৃতি মন্থন কৰি গুণ-কীৰ্তন কৰি থাকিলেই দেশৰ সমৃদ্ধি বাঢ়িব নোৱাৰে। নটবাণী এনাপাভলোভাৰ সাক্ষাৎ আৰু তেওঁৰ লগত হোৱা কথোপ-কথনৰ পিচতেই ৰাভাদেৱে সেই দেৱী গৰাকীৰ দেশৰ বুৰঞ্জী পুঙ্খানুপুঙ্খৰূপে অধ্যয়ন কৰিছিল। মাৰ্ক্স এঙ্গেলছৰ ব্যক্তিত্ব, জ্ঞান-গৰিমাৰ বিস্তৃত অধ্যয়নে শিল্পী গৰাকীক ৰাককৈয়ে অনুপ্ৰাণিত কৰি তুলিছিল। লেলিনৰ কঠোৰ শ্ৰম, প্ৰতিভা আৰু দেশ সংগঠনৰ বহুমুখী জ্ঞান-বিজ্ঞান-অভিজ্ঞতাৰ কৰ্ম-মুখৰতাত তেওঁ স্বাভাৱিকতেই আপ্লুত হৈছিল। সেয়েহে তেওঁ এদিন শিল্পী-সাহিত্যিক শ্ৰীহেমাঙ্গ বিশ্বাসৰ আগত আলোচনা প্ৰসঙ্গত কৈছিল: "মাৰ্ক্সবাদ, লেনিনবাদে মোৰ চঞ্চল অস্থিৰ শিল্পী-জীৱনলৈ আনি দিছে সাগৰ সঙ্গমৰ পূৰ্ণতা আৰু গভীৰতা।" সঁচাকৈয়ে গণবিপ্লৱৰ জীৱন-দৰ্শনক পদাঘাত কৰি কোনো প্ৰকৃত শিল্পী জীয়াই থাকিব নোৱাৰে।

১৮৮৩ চনত মহৰ্ষি মাৰ্ক্সৰ পৰলোকে প্ৰকৃততে তেওঁক অমৰ কৰিহে পৃথিবীত প্ৰতিষ্ঠিত কৰিলে। ইয়াৰ বাৰ বছৰ পিচত তেওঁৰ বন্ধুসঙ্গী ফ্ৰেডাৰিক এঙ্গেলছৰ ১৮৯৫ চনৰ মৃত্যুৰ দিনটোৱে সাম্যবাদী মহাভাবৰ প্ৰবাহক অনুপ্ৰাণিতহে কৰিলে। দুয়োজনা পৃথিবীৰপৰা আঁতৰি গলেও তেওঁলোকৰ দৰ্শন আৰু বিজ্ঞানে নতুন শক্তি আৰু নতুন প্ৰভাৱেৰে ভ্লাডিমিৰ লেনিনৰ দ্বাৰা ছোভিয়েট ৰুছিয়াত ৰূপায়িত হবলৈ ধৰিলে। ফ্ৰেডাৰিক এঙ্গেলছৰ ১৮৪৮ চনৰ ছুইজাৰলেণ্ডলৈ কৰা পদযাত্ৰা আৰু তাৰ পিচত জাৰ্মানীলৈ ঘুৰি আহি কৰা বিশ্ববিখ্যাত ঘোষণা "চূড়ান্ত বিচাৰত সশস্ত্ৰ বিপ্লৱৰ বাহিৰে আন গত্যন্তৰ নাই" কিছু দিনলৈ হলেও তল পৰিল।

১৯০০ চনত সংশোধনবাদী চেক পজিটিভিষ্ট দাৰ্শনিক গেৰিগ্ ম্যেচৰিকে "The Philosophical & Sociological foundation

of Marxism" নামৰ গ্ৰন্থত এঞ্জেলছক মাৰ্ক্সবাদ ভালদৰে বুজা বুলি দোষাৰোপ কৰি মাৰ্ক্সবাদক আওপাকে বুজাবলৈ যত্ন কৰিলে। আকৌ ১৯১২ চনত বোডলকোৰ "Historical Materialism in Angels" নামৰ গ্ৰন্থতো এঞ্জেলছে প্ৰকৃত মাৰ্ক্সবাদৰ তত্ত্ব' ভেদ কৰিব নোৱাৰা বুলিহে প্ৰকাশ কৰে। ১৯৪০ চনত এই গ্ৰন্থৰ নতুন তাঙৰণ উলিয়ালে যদিও পৃথিবীৰ সাম্যবাদী চিন্তাধাৰাৰ কিন্তু গতিৰোধ কৰিব নোৱাৰিলে।

নটসূৰ্য্য ফণী শৰ্মাৰ লগত "ছিৰাজ" বোলছবিৰ কাম কলিকতাত কৰি থকা সময়তে ১৯৪৬ চনত কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ সৌমেন্দ্ৰ নাথ ঠাকুৰৰ লগত বাভাৰ বন্ধুত্ব হয়। তেতিয়া ঠাকুৰ 'বিপ্লৱী কমিউনিষ্ট পাৰ্টি'ৰ এজন সক্ৰিয় সভ্য। এই পাৰ্টিৰ আদৰ্শ, কাৰ্য্যসূচী আৰু দৰ্শনে শিল্পী বাভাক বৰকৈ আকৰ্ষণ কৰে আৰু তেওঁ এই পাৰ্টিটোত নিজকে জড়িত কৰি নিপীড়িত, নিৰ্য্যাতিত জনতাৰ মুকুতিৰ বাবে জীৱন উছৰ্গি দিবলৈ দৃঢ় সংকল্প লয়।

তেওঁ ৰচিলে আৰু সুৰ সংযোজনা কৰিলে :

আহ অ' ন-জিলিকনি
জিলিকনি
আহ অ' ন-জিলিকনি
পোহৰাই তোল এই ধৰণী
শ'াত কৰ দুখৰ অগনি ॥
নহ'লে যে যে ছাই
হাঁয়! হাঁয়!! হাঁয়!!!
পৃথিবী গুৱনী
চিৰ নৱ জিলিকনি !!
উৰুৱাই মৰু মৰতলৈ
শান্তিৰ কপোত-কপোতী
দে মেলি ডেউকাৰ ছাঁত

শান্তি

মুক্তি

প্ৰগতি জিলিকনি

অ' ন-জিলিকনি ॥

মানৱ জীৱনৰ আবেগ, অনুভূতি, সুখ-দুখ, হাঁহি-কান্দোন, আনন্দ-উছৱ সকলো সাৰ্বজনীন। কোনো ধৰণৰ ভাষা বা ভূগোলৰ ব্যৱধানে এই সাৰ্বজনিনতাক বোধ কৰিব নোৱাৰে। পৃথিবীৰ সকলো দুখীয়াৰেই সেই একেই দুখ, একেই অভাৱ, একেই অনাটন, একেই লাঞ্ছনা। এই সকলোবোৰ দৈত্য-দানৱক বধ কৰি সেই অনাহাৰী-অৰ্ধাহাৰীসকলক মুক্তি দিয়াৰ পথো সেই একেই।

বাভাদেৱে নটবাজৰ চিত্ৰ এখন তেওঁ অঙ্কন কৰা আন আন চিত্ৰৰ লগতে সুমাই থলে। এনেতে পিয়নে তেওঁক এখন চিঠি দি গ'ল। নিমন্ত্ৰণী চিঠি: কৃষ্টি সভাৰ, কৃষক সভাৰ, থিয়েটাৰৰ। ক'লৈকো তেওঁৰ যোৱা নহ'ল। যোৱাৰ বাট-খৰচ‥! তথাপিও তেওঁ কোনোদিন নিৰুৎসাহ হোৱা নাই, মনটো অৱনমিত হোৱা নাই, ক্ষমতাশালীৰ ওচৰত আত্ম-সমৰ্পণ কৰা নাই।

কিন্তু ঘৰৰ স্নেহ-বন্ধনে তেওঁক আমুৰাইছিল। জনতাৰ কোলাহলে তেওঁক যেন চাৰিওপিনৰপৰা আহ্বান কৰিবলৈ ধৰিছিল। সত্য-সুন্দৰৰ অনুগামী আৰু মহৎ সাম্যবাদৰ উপাসক বিষ্ণুপ্ৰসাদ ঘৰত আৱদ্ধ হৈ থাকিব নোৱাৰিলে। তেওঁ ওলাই আহিবলৈ ওলাল। উন্মুক্ত পৃথিবীৰ বুকুত জনতাৰ কোলাহলৰ মাজত প্ৰবেশ কৰিবলৈ আগবাঢ়ি আহিল। অ'ত-ত'ত তেতিয়া কৃষক-বনুৱাৰ সভা-সমিতি হবলৈ ধৰিছে। তেওঁলৈ সেইবোৰৰপৰা সঘনে আহ্বান আহিছিল।

গুৱাহাটীৰপৰা বেলতলা, বেলতলাৰপৰা পলাশবাৰী, মাজিৰ-গাওঁ, ভাঙ্‌বীপাৰা আদি গাৱঁলৈ গৈ কৃষক-বনুৱাসকলৰ সমাবেশত বক্তৃতা দিলে। সেই বক্তৃতাৰে তেওঁ যেন জুইহে বৰষিলে। কোনো কোনো সভাত গীতো গালে, নিজেই ৰচি নিজেই সুৰ দি গালে,

ক'ৰবাত সেই গীত ল'ৰা-ছোৱালী আৰু ডেকা-গাভৰুক শিকাই দিলে। সভা-সমিতিবোৰত সঙ্গীতৰ উখল-মাখল লাগিল। ৰাজনীতিৰ লগত সংস্কৃতিৰ সুন্দৰ সংমিশ্ৰণে এটি দোলনি তুলিলে। নতুন সমাজৰ ৰেঙনি জনতাৰ চকুৰ আগত চিক্‌মিক্‌কৈ জ্বলি উঠিল।

সাম্ৰাজ্যবাদী শাসনৰ অন্তত যেতিয়া সেই শাসন-যন্ত্ৰই বুৰ্জোৱা গণতন্ত্ৰৰ অনুকৰণত গঢ় লবলৈ ধৰিলে, দেশৰ পুঁজিপতিসকলে তাত প্ৰভাৱ বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰিলে আৰু ধনীক শ্ৰেণীৰ প্ৰতিভূ-সকলে শাসন-যন্ত্ৰৰ বাঘ-জাৰ হাতত ললে, তেতিয়া স্বাভাৱিকতেই বহু বছৰ ধৰি, বহু যুগ ধৰি নিপীড়িত, নিৰ্য্যাতিত, শোষিত জনগণৰ মূল স্বাৰ্থত আঁচোৰ পৰাটো স্বাভাৱিক। সাম্যবাদী মানৱ-প্ৰেমিক বিষ্ণুপ্ৰসাদৰ বা তেওঁৰ দৰে তেতিয়াৰ যুৱক-যুৱতী-সকলৰ স্বপ্নত প্ৰতিভাত হৈ উঠা সাম্যবাদী সমাজবাদক অনেক নেতৃস্থানীয় লোকে সন্ত্ৰাসৰ ভয়ানক ৰূপতহে যেন দেখা পালে। মহাত্মা গান্ধীৰ হত্যাৰ পিচত সেইজনা ক্ষণ-জন্মা পুৰুষৰ সাম্যবাদী আদৰ্শকো তেওঁলোকে বুঢ়ীআইৰ সাধু বুলিহে গণ্য কৰিবলৈ ধৰিলে। জনতাৰ শিল্পী বিষ্ণুপ্ৰসাদে বক্তৃতা দি দি এখন গাৱঁৰপৰা আন এখন গাৱঁলৈ গুচি যায়। ক'ৰবাত থিয়েটাৰ, ক'ৰবাত সভা, ক'ৰবাত বা গোপন বৈঠক। ছয়গাওঁ, বকো, ধূপধৰাইদি গৈ গৈ বহুতিৰে বৰ-লুইত পাৰ হৈ বাঘবৰ ওলায়। তাৰপৰা বৰপেটাইদি হাউলিৰ মাজেদি হেলনাৰ-পাম। শ্ৰীউমেশ বড়ো নামৰ খেতিয়কজনৰ ঘৰত আলহী হয়। তেওঁৰ গুণ-গৰিমাত সৰল-সহজ বড়ো মুগ্ধ হৈ পৰে। বড়োসকলৰ বুৰঞ্জী আদিৰেপৰা তেওঁক কৈ যায়। বড়ো জাতিৰ উৎপত্তি, বিস্তাৰ, বিকাশ আৰু শেষত অৱনতিৰ কাৰণবোৰো পুঙ্খানুপুঙ্খৰূপে কৈ কৈ যেন তেওঁৰ ভাগৰ নালাগে। অলিখিত গৌৰৱময় ইতিহাসৰ পাতবোৰ লুটিয়াই-বগৰাই বিৰবি কয়। কিছুদিন তেওঁলোকৰ বুকুৰ মাজত সোমাই থাকি পুনৰ সেই মৰমৰ বান্ধ ছিঙি আন ঠাইলৈ তেওঁ গুচি যায়। এটি যেন ভ্ৰাম্যমান

জীৱন। পুনৰ গাৱেঁ গাৱেঁ ঘুৰি-ফুৰি নদন পায়। বছুৱাৰ দুখ-দুৰ্গতিৰ ভাগ লৈ ৰচনা কৰে :

"কাৰখানাৰে চিটিৰ ছমুনিয়া,—
কলৰ ঘৰ্‌ঘৰণি বুকু কঁপোৱা,
শুনি শুনি কাঁহৰ মাত কঠুৱা ;
—কান্দে দুখীয়া বনুৱা।...
শুদা মজিয়াত অকলশৰীয়া
বিনায় কোলাত ছিয়া-লগৰীয়া,
পুৱায় লঘোণ, ভাত নাইকিয়া ;—
হাঁয়! হাঁয়!! হাঁয়!!! দুখ-কপলীয়া!
—কান্দে দুখীয়া বনুৱা।
অসহ জীৱন উটি ভাহি যোৱা
ভগা-ছিগা মানৱী আমঠু হিয়া
শ্ৰম কৰিও খাবলৈ নোহোৱা
আলই বিলই হোৱা হজুৱা,—
—কান্দে দুখীয়া বনুৱা।"

চলিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে তেওঁ বিদ্ৰোহ কৰি উঠিল। এখনি ন-যুগৰ নতুন পৃথিবীৰ পৰিকল্পনা কৰি তেওঁ অনেক ঠাইত বক্তৃতা দিলে, অনেক গীত লিখিলে, সৰু নাটকো ৰচনা কৰিলে, চুটি-গল্পৰো প্লট উলিয়ালে, দুই-চাৰিটা প্ৰবন্ধও সম্পূৰ্ণ-অসম্পূৰ্ণ কৈ লিখিলে, ছবি আঁকিও ক'ৰবাত পেলাই থলে, সুযোগ বুজি অভিনয়তো ভাও দিলে।

এনেদৰেই ঘুৰি ফুৰোঁতে এক সুন্দৰী নাৰীৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। তেওঁৰ অন্তৰত যেন এটি শিহৰণ জাগিল, শৰীৰৰ অৱয়ৱ কিঞ্চিৎ যেন সৌ তাহানিৰ প্ৰিয়া-পত্নী প্ৰিয়লতাৰ লেখিয়া। নিৰুপমা নাৰী-গৰাকীয়ে তেওঁৰ হাঁহিভৰা মুখখনিলৈ চাই ৰ'ল। দুয়ো কথা-বতৰা হ'ল। মানস-সৰনী বাভা তেওঁৰ প্ৰতি আকৰ্ষিত হ'ল ; কিন্তু পিচ

মুহূৰ্ত্তে অনুভৱ কৰিলে যে তেওঁৰ প্ৰিয়লতা কোন কাহানিয়েই পৃথিবী এৰি গৈছে, তেওঁকো এৰি গৈছে অকল্পনীয়া কৰি; কিন্তু তেওঁক বুৱাই থৈ গৈছে জনতাৰ সাগৰত, জনতাৰ কলাশিল্পৰ অফুৰন্ত বৰ-ভঁৰালত। সেই অফুৰন্ত বৰ-ভঁৰালতহে তেওঁ বিধে বিধে বিচাৰি উলিয়াব লাগিব সুন্দৰৰ মহিমামণ্ডিত ৰূপ।

তেওঁ সময় নষ্ট নকৰিলে। পুনৰ ওলাল বাজআলিলৈ। জেপত পাই-পইচা একো নাই। ধনৰ কথা তেওঁ ভাবিবই নোৱাৰে। কিন্তু মনৰ হাবিলাস, একাগ্ৰতা আৰু উদাৰতাই তেওঁৰ পথৰ পাথেয়। পুনৰ যাত্ৰা আৰম্ভ হ'ল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এজন সক্ৰিয় কৰ্মী হৈ তেওঁ গাৱঁলীয়া লোকসকলৰ মাজত সোমাই পৰিল। কামৰূপ আৰু গোৱালপাৰা জিলা—এই দুখন ঠায়ে হৈ পৰে তেওঁৰ কৰ্মক্ষেত্ৰ। ইয়াৰ মাজতেই তেওঁ গুৱালকুছি হাইস্কুলৰ বঁটা-বিতৰণী সভাত সভাপতি হৈ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ এটি সুন্দৰ বক্তৃতা দিয়ে। ছাত্ৰ-ছাত্ৰীসকল উৎসাহিত হৈ উঠে; অভিভাৱকসকলেও অসীম প্ৰেৰণা লাভ কৰে আৰু শিক্ষকসকলৰ আগত স্পষ্ট হৈ উঠে এটি পোহৰৰ বাট। কোনো কোনোৱে মত প্ৰকাশ কৰিছিল: বিষ্ণু ৰাভা অকল শিল্পীয়েই নহয়, এজন শিক্ষাবিদো।

পুনৰ নানা ঠাই ঘূৰি তেওঁ নলবাৰী পালেগৈ। জনতাৰ কোলাহলত তাত যেন এটি তীব্ৰ সুৰত বাজি উঠিছিল। চৰকাৰ অসন্তুষ্ট হৈ পৰিল। শ্ৰীবিষ্ণুৰাম মেধি তেতিয়া অসমৰ মুখ্যমন্ত্ৰী। মন্ত্ৰীসকলৰ মাজত আলচ হ'ল। ইপিনে বিষ্ণু ৰাভা অসমৰ এজন অতি জনপ্ৰিয় লোক। অকল ৰাজনীতিয়েই নহয়, সমাজ-নীতি, সাহিত্য, সঙ্গীত-সংস্কৃতি, আনকি কোনো কোনো উদাৰ, ধৰ্মীয় সত্ৰ-সভাতো তেওঁৰ ভূমিকা প্ৰকাশমান। শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে যেতিয়া তেওঁ কলাসুলভ ভাষা আৰু ভঙ্গীৰে মধুৰ বক্তৃতা দিবলৈ ধৰে, জনতাই অনুপম কাহিনী শুনাৰ দৰে নিবিষ্ট চিত্তে শুনি যায়। একান্ত ভকত এজনেও নিৰ্বাক হৈ ভকতিভ গদ্-গদ্ হৈ শিল্পীজনালৈ

কথা নিবেদন কৰে। ‘তথাপিও, শাসকৰ প্ৰভুত্ব তেওঁৰ কাৰ্য্যাৱলী বে-আইনী বুলি বিবেচিত হৈছিল।

বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে জনতাৰ মাজত তোলা নব-জাগৰণক মন্ত্ৰী, তা-তাওবীয়াসকলে সন্দেহৰ চকুৰে চালে, সন্ত্ৰাসবাদৰ বিভীষিকা দেখি যেন ভেওঁলোক উচপ্ খাই উঠিল। শ্ৰীযুত শঙ্কৰ বৰ-পাৰুলৰ চিত্ৰ আঁকি, সাহিত্য-সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাৰ চিত্ৰ নিয়মলৰ থাপনাত থৈ জীৱন্ত কবি তোলা অসমৰ বাব জাতি-উপজাতিক মোহিত কৰা বিষ্ণুপ্ৰসাদৰ ৰাজনৈতিক কাৰ্য্যাৱলীয়ে তেওঁক বাজ-বোৱত পেলাই দিয়ে।

সেই সময়ৰ নলবাৰীত হোৱা ৰাজহুৱা সভাৰ বিষয়ে তেওঁ নিজৰ ভাষাত* এনেদৰে জীৱন্ত কবি তুলিছে :

“…নলবাৰী চহৰত।

সিদিনা আবেলি। ৰাজহুৱা সভা। বৰ ওজালি গোৱাৰ ভাও মোৰ।

জুমে জুমে ৰাইজ আহি জুলি পাতে। খদম্-খম্ লাগে। হেজাৰ-বিজাৰ।

বলিয়া হাতী !…এবা, নগৰত কোনোবা মহাজনৰ পগলা হাতী। পিয়লীয়ে তাং খুৱাই ‘বালক দাস’ নামৰ হাতীটোক যেন ৰাইজৰ মাজত এৰিহে দিছে। উৱাদিহ নাই।

ভয়ত ৰাইজৰ পিলাই কোঁচ খায়, ৰাইজ পিয়াপি দিয়ে। ক’ৰ ৰাইজ যে ক’লৈ যায়, তাৰ ঠিকনা নাই। ৰাজহুৱা ৰাইজৰ জুলিত আগুন লাগে।…

সন্ধিয়া লাগে। বেঙা চকা বুৰ মাৰে। নিশাৰ একাৰে হাটি ধৰে। সভা ভাঙে।…

এসপ্তাহৰ পিছত। আকৌ নলবাৰীত ৰাজহুৱা সভা। পুনৰ সেই একেই ভাও—বৰ ওজাৰ।

---

* কল্যাণক ৰচিত ‘লোণপাহি’ পুথিৰ পাতনি।

ৰাজহুৱা সভা, অনুষ্ঠান-টোকাৰিকৈ পতা,—পিচেহ এইবেলি অৰূপ পাতল, সেকেণ্ডা, জিলজিলিয়া।

পিচদিনা দোক-মোকালি, হুৱামুৱা, আঁকা-টকা। বিয়লি নিশাৰ কেঁহজালিৰ চিন-চকোৰ নাই।…

কৃষক-বন্ধুৱা-পঞ্চায়ত। তাৰেই অফিচ-ঘৰ।

ঘুমটিত লাল-কাল ; কমৰেড্ লোকনাথ বৰুৱা আৰু মই।

টুক্-টুক্-টুক্। দুৱাৰত টুকুৰিয়াই তোলা মাত।

"কোন ?"—সাৰ পাওঁ,—দুৱাৰ মেলোঁ।

"কমৰেড! যেনে আছে তেনেকৈয়ে ওলাওক। আপোনাৰ নামত 'ওৱাৰেণ্ট্'—পৰৱানা।"

"মোৰ নামত ?" মোৰ মুখৰপৰা থক্-বককৈ আথেবেথেকৈ মাত ওলাল।

কমৰেড্ বৰুৱা আৰু মই সেইদৰেই ওলাওঁ।…

নিজম, নিমাত, নিশিৰ্‌শিৰ। জোনাক নিশা ; বাহিৰত জোনোৱালী এন্ধাৰ। আকাশত ডাৱৰৰ চিন-চাব নাই। ফট্‌ফটীয়া জোনাক ; তৰাবোৰেও তিৰ্‌বিৰাই জকমকায়।…

বিপ্লৱৰ প্ৰতিমূৰ্তিৰ দৰে বাজ হৈ ওলাওঁ।…উত্তৰমুৱা।

জোনোৱালী পোহৰ পিওঁ।

জুমে জুমে বাইজ আহি গোট খায়। চিঙুং-বাঁহী ইনাই-বিনাই চিঞৰি উঠে,—খামমাদল গুম্‌গুমায়। চাৰে চাৰে, হেৰে হেৰে, তালে তালে হালি-জালি নাচে। ৰূপোৱালী জোনাকী বহন সানি যেন একোটা একোটা ৰূপোৱালী মুৰতিহে,—জীৱন্ত। উলাহৰ মুৰতি বিলাহৰ মৌ বোৱায়। সেই বিলাহ ওপৰ-চকুৱাৰ নিজৰি নহয়,—অন্তৰৰ বস্তু।…

…পিচদিনা খাই-বৈ ছুয়ো ওলাওঁ ; সৰ্বহাৰাৰ মুক্তিকামী, বিপ্লৱ পথৰ যাত্ৰী। বিদায়পৰত ৰাইজৰ তেজী হেঁপাহ শেঁতা পৰে।

এয়েই ৰাইজৰ মৰম-চেনেহৰ পহিলা চিনাকি।"…

॥ বিশ ॥

# জনতাৰ সাগৰত সাঁতুৰি-নাদুৰি

"গাদান্ যুগ্নি গাদান ভাব্নি ৰাননি যুজিগাৰা,
থু চিগাং থু থু চিগাং থু দুখীয়া ফাৰা ॥
নতুন যুগৰ, নতুন ভাবৰ, নতুন ৰণৰ মাল !
আগুৱাই যা আগবাঢ়ি ব'ল আগবাঢ় দুখীয়া ॥"

১৯৪৭ চনৰ ভাৰতৰ ৰাজনৈতিক স্বাধীনতাৰ পিচত, স্বাধীনতাৰ অলেখ যোদ্ধাই ৰাজ-শাসনৰ ভাগ লোৱাত লাহে লাহে জন-সাধাৰণৰপৰা আঁতৰি পৰিল। মহাত্মা গান্ধীৰ অনুসৰণকাৰী দুই-একে নিজৰ নিজৰ সৰু-সুৰা গৃহস্থী চলাই সক্ৰিয় জীৱন যাপন কৰিয়েই দিন কটালে। কোনো কোনোৱে সেৱা-সদন খুলি প্ৰথমতে গান্ধীৰ আদৰ্শ প্ৰচাৰত লাগিল যদিও পিচলৈ তেনে সদনৰ কাৰ্য্য অৰ্ধসমাপ্ত কৰি আন ব্যৱসায়লৈ গুচি গ'ল। কোনো কোনোক চৰকাৰে চৰকাৰী ব'ৰ্ড, কৰ্পোৰেচন, কমিটী, সমিতিৰ সভ্য-সভাপতি পাতি দিয়াত তাকেই ব্যৱসায়স্বৰূপে লৈ দিন অতিবাহিত কৰিবলৈ ধৰিলে। নিজৰ ৰাজনৈতিক দলত অৰ্থকৰী সুযোগ নাপাই কোনো কোনোৱে আন ৰাজনৈতিক দললৈ গুচি গ'ল। দুই-এক শক্তিশালী নেতাই একোটি দল গঠনৰো প্ৰচেষ্টা চলালে। দেশ স্বাধীন হ'ল যেতিয়া, কৰিব লগা দেশৰ কাম আৰু একো নাই বুলি অনেকেই স্বাধীনতাৰ

আন্দোলনব কেতবোব শ্লোগানব সৌৰৱী মন্থন কৰিয়ে আনন্দ লভিলে। নেতাসকলৰ হাতত দেশ নিৰাপদ বুলি ভাবিও আগৰ অনেক স্বাধীনতাৰ যোদ্ধা নির্লিপ্ত হৈ ব'ল। কিন্তু পুঁজিবাদী সংকটৰ নির্মম নিষ্পেষণে কেনেকৈ জনসাধাৰণক চেপি-খুন্দি লৈ গৈছিল তালৈ তেওঁলোকৰ লক্ষ্য নোহোৱা হ'ল। কৌৰৱৰ ৰাজ-সভাত দ্ৰৌপদীৰ বিবস্ত্ৰীকৰণত পিতামহ ভীষ্মৰ ভাও লৈ অনেকেই নিজকে ৰক্ষা কৰাতহে মনোনিবেশ কৰিলে।

ক্রমবর্ধমান দুখ-দৰিদ্রতা, অভাৱ-অভিযোগ, অনৈক্য, বুর্জোৱাৰ সংস্কাৰবাদৰ তাড়না, ধনিকৰ চক্ৰান্তত বুটিছৰ দিনবেপৰাই পীড়িত হৈ থকা জনসাধাৰণৰ দুখ-দুৰ্গতি যে কুলাই-পাচিয়ে নধৰা হৈ আহিছে, সেই নির্মম চিত্ৰখন দেখিও অনেকেই নেদেখাৰ ভাও জুৰিলে। দিনে-ৰাতিয়ে দুখীয়া-নিছলাৰ মাজত ঘুৰি ফুৰি বিষ্ণুপ্ৰসাদৰ অন্তৰত যি বেদনাৰ সৃষ্টি হ'ল, সেই বেদনাই তেওঁক টানি লৈ আহিল এটি সংঘাতৰ পথলৈ—বিপ্লৱৰ পথলৈ। শিল্পী ৰাভাই কৈ উঠিল যে বিপ্লৱ এটা কলা, এটা আৰ্টহে ; ইয়াৰ মাজেদিহে তেওঁ শিল্পৰ সাধনা কৰিব, কলাৰ সাধনা কৰিব ; আৰু তেওঁ বহুদিন আগতেই কোৱামতে তেওঁ হব ঝঞ্ঝা বিজয়ী শিল্পী, ৰূপৰ সেৱক সিদ্ধপুৰুষ, মহাসাগৰৰ গভীৰ তলিৰপৰা শামুক বুটলি আনি সেই শামুকৰ গৰ্ভৰপৰা উলিয়াব মুকুতাৰ সাতমণি। এনেদৰেই তেওঁ দেখিলে এটি ৰমক্-জমক্ সপোন, কোনোদিনা ভাবিব নোৱাৰা, কোনোদিনা কল্পনা কৰিব নোৱাৰা এটি বিপদ-সঙ্কুল জীৱনৰ পাতনি মেলি তেওঁ অনুপ্রাণিত হৈ উঠিল। চিপাহী-চন্তৰী, চোৰাংচোৱাৰ চকুত ধূলি মাৰি তেওঁ জনতাৰ সাগৰত চিলনী-সাঁতোৰ, ভেলা-সাঁতোৰ, বাঘ-সাঁতোৰ, দিবলৈ আৰম্ভ কৰিলে।

গাৱেঁ-পথাৰে আহি তেওঁ ৰবমা পায়হি। তাতে বাইজৰ মাজত লুকাই থাকি মহখলীলৈ আহে। সেই ঠাইৰ কৃষক বাইজৰ মাজত গোপন মেল পাতে আৰু দেশৰ প্ৰকৃত পৰিস্থিতিৰ কথা তেওঁলোকক

তন্ত্র-তন্ত্রকৈ বুজাই দিয়ে। দুখীয়া কৃষকসকলৰ চকু মেল খায়, আত্মা জাগ্রি উঠে।

গীতিকাৰ তেওঁ গীত ৰচে, সুৰকাৰ তেওঁ সুৰ সংযোজনা কৰে; নিজেও গায় আৰু আনকো শিকাই দিয়ে:

"...ধনী! মহাজন!! জমিদাৰ!!!
—হুচিয়াৰ! হুচিয়াৰ!!
শেষ যুদ্ধৰ আমি ৰণুৱা,
পৃথিবীৰ হালোৱা বস্তুৱা
হ'ম বিজয়ী আমি দুখীয়া।
ক'ত ৰবি ধনী এইবাৰ?

—হুচিয়াৰ! হুচিয়াৰ!!
ধনী! মহাজন!! জমিদাৰ!!!
—হুচিয়াৰ! হুচিয়াৰ!!"

এনেকৈ উপন্যাসৰ নায়কৰ দৰে তেওঁ মেলে-খেলে বৈ বৈ আছি পায় দীঘেলী গাওঁখন। বৰমা পুলিচ থানাৰ অন্তৰ্গত ই এখনি বড়ো-কছাৰী গাওঁ। ৰাইজে তেওঁক বুকুৰ মাজত আঁকোৱালি লয়ে। তেওঁৰ ওপৰত পুলিচৰ ৱাৰেণ্ট থকা সত্ত্বেও, কৃষক-ৰাইজে তেওঁক অতি গোপনে তেওঁলোকৰ মাজত লুকাই ৰাখে। অনাহাৰী হালোৱা-হজুৱাসকলৰ আগত দেশৰ পৰিস্থিতিৰ কপটো কথা আৰু কৰ্মেৰে দাঙি ধৰে। ৰাজনীতিৰ ভু নোপোৱা গঞা ৰাইজ অনুপ্ৰাণিত হয়, উত্তেজিত হৈ উঠে আৰু দুৰ্গম বিপ্লৱ পথৰ যাত্ৰী হবলৈ আগবাঢ়ি আহে। তাৰ ভিতৰতে সতীশ ৰামচিয়াৰী ওৰফে চটো গাওঁবুঢ়া তেওঁৰ বিশেষভাবে অন্তৰঙ্গ হৈ উঠে।

অসমৰ বিভিন্ন ঠাইত বিপ্লৱী সমাজ-তন্ত্ৰীৰ আহ্বানত ৰঙা পতাকাই ধূৰ দাঙি উঠে। শিৱসাগৰ জিলাত বিপ্লৱী শ্ৰীখগেন্দ্ৰনাথ বৰবৰুৱা আৰু আন কেবাজনো নিৰ্ভীক বিপ্লৱীৰ নেতৃত্বত গাওঁ অঞ্চলত ধলক লাগি যায়। চিপাহী-চন্তৰীয়ে সেই সংঘাত দমন

কৰিবলৈ বন্দুক-বেয়োনেট লৈ আগবাঢ়ে। তথাপিও বনপোৰা জুইৰ দৰে এই ৰূপ ক্ৰমে প্ৰচণ্ড হৈ পৰে। তেনেদৰেই পশ্চিমবঙ্গৰ দমদম্-বচিৰহাট আদি ঠাইত বিপ্লৱৰ জুই জ্বলিল। ভাৰতৰ বিভিন্ন ৰাজ্যতো 'ইয়াতে মাৰিলে টিপা, গড়গাওঁ পালেগৈ শিপাৰ' নিচিনাকৈ সমাজ-তান্ত্ৰিক আন্দোলনে বিপ্লৱৰ ৰূপ ললে। তেলেঙ্গানাৰ পৰিস্থিতি আৰু ভয়াবহ হৈ পৰিল। ভাৰতীয় কমিউনিষ্ট পাৰ্টিয়ে মাৰ্ক্সবাদী-লেনিনবাদী পদ্ধতিৰে এই বিদ্ৰোহ পৰিচালনা কৰিবলৈ ধৰিলে। চৰকাৰ অধিক সচেতন, অধিক সক্ৰিয় হৈ উঠিল।

চোৰাংচোৱাৰ তীব্ৰ সতৰ্কতাৰ মাজতো সৰল-সহজ খেতিয়ক ৰাইজে ৰাভাদেৱক বুকুৰ মাজতেই যেন লুকাই ৰাখিলে। তেওঁলোকে দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে আত্মগোপনকাৰী ৰাভাদেৱ তেওঁলোকৰ প্ৰকৃত বন্ধু।

দেশত কি হৈছে, কি নহৈছে সেই বিষয়ে তেওঁ সদায় সচেতন। আগদিনাৰ খবৰৰ কাকতখন তেওঁ যেনেতেনেই পিচদিনা পঢ়ে। গাওঁ অঞ্চলত দিনৰ বাতৰিকাকত দিনে পোৱা টান। কিন্তু প্ৰতিখনেই তেওঁ পঢ়ে। কেতিয়াবাহে ইয়াৰ ব্যতিক্ৰম হয়।

এদিন সন্ধিয়া। দীঘেলী গাবঁৰ এজন দীঘল বুঢ়া। খেতি-পথাৰৰপৰা আহি ৰাভাদেৱৰ কাষ পালে। যদিও তেওঁৰ বয়স তিনি কুৰিৰো ওপৰ, তথাপিও গাওঁখনত নতুন জীৱনৰ সঞ্চাৰ কৰি তোলা বিষ্ণুপ্ৰসাদক "আতা" বুলি সম্বোধন কৰি সুধিলে, "আতা, এতিয়ানো কি হবো? মানুহবিলাক কোন কালে যাবো?"

শিল্পী-বিপ্লৱীজনাই এটি মনখোলা হাঁহি মাৰি কলে, এতিয়া "সময় সলনি হৈ আহিছে। অত্যাচাৰী, শোষণকাৰীৰ বিৰুদ্ধে গণ-দেৱতা গণেশৰ ক্ৰোধৰ অগনি আমাৰ অসম বা ভাৰততেই নহয়, সমগ্ৰ পৃথিবীতেই জ্বলি উঠিছে, মুকুতিৰ সংগ্ৰামে গতি লাভ কৰিছে, গুপ্ত-বিপ্লৱী শক্তিশালী হৈ উঠিছে। মানুহৰ দ্বাৰা মানুহৰ শোষণ বন্ধ কৰিবলৈ শ্ৰমজীৱী, হালোৱা, হজুৱা আগবাঢ়ি যাবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ প্ৰস্তুত হৈছে।"

বুঢ়া থযকি ৰ'ল। শিল্পীজনাই তেওঁৰ মুখলৈ চাই থাকে। তেওঁৰ মুখৰ ভাব-মণ্ডলৰ প্ৰকাশ যেন তুলিকা এডাল লৈ প্ৰকাশ কৰিব, এনে ভাব হ'ল।

"আতা, আমিও আছোঁ, আমিও লাগিম।"

এনেতে এটি কৃত্ৰিম ষিং শুনা গ'ল। কোনোবাই ম'হৰ শিঙৰ শিঙাৰে তেনে শব্দ তুলিছে। বিপ্লৱীৰ গুৰু নিমিষতেই অন্তৰ্ধান হ'ল। বিপ্লৱক জীয়াই ৰাখিবলৈ, নিপীড়িত, নিৰ্য্যাতিতক মুকুতিৰ প্ৰকৃত পথ দেখুৱাবলৈ তেওঁ সেইসকলৰ মাজতেই লুকাই পৰিল। চিপাহী-চন্তৰীয়ে তেওঁক বিচাৰি গাওঁ চলাথ কৰিলে। বিপ্লৱৰ দীক্ষা লোৱা গঞাই তেওঁৰ কোনো শুং-সূত্ৰ নিদিলে। হয়তো তেওঁলোকৰ অনেকেই কৰও নোৱাৰিলে তেওঁ কেনি গ'ল।

ৰাতিৰ এন্ধাৰে জগতক গিলি আনিছে। চাৰিওপিনে নিমাওমাও। বিষ্ণু ৰাভা বেগাই খোজকাঢ়ি উত্তৰমুৱা হৈছে, কমেও সাত মাইলমান বাট গৈ তেওঁ কোনো আওঁহতীয়া গাৱঁত আশ্ৰয় লব। পথাৰৰ মাজে মাজে তেওঁ পোনাই গৈছিল। দূৰত এজাক শিয়ালে হোৱা দিছিল।

অসমৰ গাওঁসমূহৰ কোনো এখন গাৱঁেই যেন তেওঁ অচিনাকি নহয়। সকলো মানুহেই তেওঁৰ আপোন ; ল'ৰা-বুঢ়া, ডেকা-গাভৰু, কোনেও যেন তেওঁক চিনি নোপোৱা নহয়। তেওঁৰ নামটোতেই যেন কিবা এটি সম্মোহিনী আছে।

ৰাজনৈতিক কাৰণত আত্মগোপন কৰা তেওঁৰ জীৱনৰ সেই অলৌকিক, দুঃসাহসিক, বিস্ময়কৰ অধ্যায়টিক তেওঁ নামকৰণ কৰিছিল অজ্ঞাতবাস। তেওঁ কৈছিল, এই অজ্ঞাতবাস নহলে তেওঁৰ শিল্পী-জীৱন অসম্পূৰ্ণ হৈ থাকিলহেঁতেন। তেওঁৰ কষ্টসহিষ্ণুতা, স্বাৰ্থহীনতা, ত্যাগ, কথা আৰু কাৰ্য্যৰ একত্ব, অবিচল বিপ্লৱ-বিশ্বাস, উদাৰতা, দয়া, মৰম, শ্ৰদ্ধা, গুণগ্ৰাহিতা আদি গুণে সঁচাকৈয়ে জনতাৰ সাগৰত দাতুৰি-দাঁতুৰি ফুৰিবলৈ সহজ কৰি তুলিছিল। এখন গাৱঁৰপৰা আন

এখন গাৱঁলৈ, এখন পথাৰৰপৰা আন এখন পথাৰলৈ, এটি পৰিয়ালৰপৰা আন এটি পৰিয়াললৈ, এখন মেলৰ সামৰণিৰ পিচত আন এখন মেলৰ আৰম্ভণি কৰিবলৈ যাওঁতে, এৰি যোৱাসকলে তেওঁৰ বিৰহত ম্রিয়মান নোহোৱাকৈ থাকিব পৰা নাছিল। তেওঁৰ গৰ্বহীন আচাৰ-আচৰণ, মিষ্টভাষিতাই সকলোকে আকৰ্ষণ কৰিছিল।

এই অজ্ঞাতবাসৰ সময়ত অনাদৃত, অৱহেলিত গাওঁ অঞ্চলত তেওঁ জঙ্গী-বিপ্লৱীৰূপ লৈ তিনিটি অনুষ্ঠানৰ সংগঠনৰ যত্ন কৰিছিল— (১) মুক্তি-ফৌজ (২) নাৰী মুক্তি-সংঘ আৰু (৩) কৃষক-বনুৱা পঞ্চায়ত। সাধাৰণতে কৰ্মীসকলৰ আলোচনা-চক্ৰবোৰ তেওঁ ৰাতিপুৱা আৰু সন্ধিয়া পাতিছিল। পুৰণি বাতৰিকাকত অতি যত্নেৰে কৰ্মীসকলৰ দ্বাৰা অ'ৰ-ত'ৰপৰা অনাই পঢ়ি চাইহে তেওঁ শান্তি পাইছিল। মুক্তি-ফৌজৰ বাবে তেওঁ এখনি "ৰণনীতি আৰু ৰণ-কৌশল" নামৰ সৰু পুস্তিকা লিখিছিল আৰু বন্দুক-বেয়োনেট ব্যৱহাৰৰ বাবে নিজেই চিত্ৰ আঁকিছিল। পিচত সৰ্বভাৰতত চলাবৰ বাবে এই পুস্তিকাখনি কিছু বহলাই "Tacticks & Strategy of Revolution" নাম দি ইংৰাজীত লিখি উলিয়াইছিল। তেওঁৰ অনেক লিখনি হেৰাই যোৱাৰ নিচিনাকৈ এই দুখন মূল্যবান পুথিও হেৰাই গ'ল।

উত্তৰ কামৰূপৰ সুৱনখাটা অঞ্চলৰ বিভিন্ন গাৱঁত প্ৰায় তিনিমাহ কটোৱাৰ পিচত তেওঁ দৰঙৰ পিনে গুচি যায়। গোৰেশ্বৰ, খৈৰাবাৰী, টংলা, পানেৰী, বেংবাৰী, ভূটীয়াচাং, ভকতপাৰা, হৰিশিঙা, ওদালগুৰি, বৌটা, মাজবাট, মাজগাওঁ, সোনাপুৰ, হুগ্ৰাজুলি, মিছামাৰী, দিক্ৰাই, বৰগাং, চাৰিআলি, বুৰৈ, পাভৈ, গহপুৰ, কলাবাৰী, চবাইদলনি আদিত বৈ বৈ গৈ পশ্চিম বৰ্মাৰ সীমান্তৰ গাৱঁত সোমায়। তাৰ পিচত নগা পৰ্বতৰ দাঁতিয়েদি শিৱসাগৰ জিলাত সোমায়।

তেতিয়া শিৱসাগৰ জিলাত শ্ৰীখগেন বৰবৰুৱাৰ নেতৃত্বত বিপ্লৱী

কমিউনিষ্ট পার্টিৰ প্ৰবল সংগ্ৰাম চলিছে। ভিতৰুৱা আহোম গাৱঁত বৰবৰুৱাৰ লগত সঙ্গী হৈ তেওঁ কিছুদিন ঘুৰি ফুৰে। অনেক ডেকা-গাভৰুৱে বাভাদেৱৰ আবেগময়ী, অগ্নিবৰ্ষী বক্তৃতা শুনি অনুপ্ৰাণিত হৈ সংগ্ৰামী জীৱন-যাত্ৰাত জঁপিয়াই পৰে।

শিৱসাগৰ জিলা এৰি তেওঁ মিকিৰ পাহাৰত সোমায়। আহোম যুৱক এজন তেওঁৰ সঙ্গী হৈ গৈছিল। হাওৰাঘাট, বকলীয়াঘাট, লাংহিন আদি ঠাইত গোপনভাবে ঘুৰি ফুৰোঁতে ডেকাজন নৰীয়াত পৰে, তেতিয়া তেওঁৰ চিকিৎসাৰ ব্যৱস্থা কৰাই ভাল হোৱাৰ পিচত শিৱসাগৰলৈ ঘুৰি যায়।

তাৰ পিচত নগাওঁ জিলা পাৰ হৈ কামৰূপৰ দক্ষিণপিনেদি লোহাৰ-ঘাটত কেইদিনমান থাকি দক্ষিণ শালমাৰাইদি গোৱালপাৰা জিলা সোমায়। এই লোহাৰঘাটতেই তেওঁ কছাৰীসকলৰ "ছানামোৰা" নৃত্যৰ আঁতি-গুৰি বিচাৰি উলিয়ায়। তাৰ পিচতো উত্তৰ পাৰলৈ গৈ গৌৰীপুৰ, বাঁশবাৰী, বামফলবিল, ডিংদিঙী, বাইমনা, দত্মা আদি অতিক্ৰম কৰি পুনৰ উত্তৰ কামৰূপ জিলাত সোমায়; কাৰণ উত্তৰ কামৰূপ জিলাই তেওঁৰ বৈপ্লৱিক কাৰ্য্যসূচীৰ কেন্দ্ৰীয় ঠাই আছিল। এইবেলি বৰপেটা আৰু নলবাৰী মহকুমাৰ মাজ ঠাই কাৰেমূৰা-চৌধুৰী টুপত সংগ্ৰামৰ আখৰা কৰিবলৈ ধৰে। দক্ষিণ-বাস্কা মৌজাৰ ভিতৰৰ মৰা টিহু নদীৰ পাৰৰ এখন টাৰীত তেওঁলোকে বৈপ্লৱিক আচনি কেনেকৈ ৰূপায়িত কৰিব লাগিব, তাৰেই প্ৰশিক্ষণ আৰম্ভ কৰে। ৰভা ৰামচিয়াৰি নামৰ এজন যুৱক কৃষক তেতিয়া সেই পৰিচালনা আৰু প্ৰশিক্ষণৰ প্ৰধান কৰ্মী। এইজনেই অকলে পশ্চিমবঙ্গৰ বিপ্লৱীসকলৰ লগত বিষ্ণুপ্ৰসাদৰ অতি বিশ্বাসী চোৰাংচোৱাৰূপে যোগাযোগ স্থাপন কৰি কেবাবাৰো কলিকতালৈ অহা-যোৱা কৰে আৰু পশ্চিমবঙ্গৰ বিপ্লৱী শ্ৰীপান্নালাল দাসগুপ্তৰ লগতো বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ গোপন চিঠি-পত্ৰ অনা-নিয়া কৰে।

পুনৰ নলবাৰীত উপস্থিত হৈ অতি গোপনভাবে দুই-তিনিটা নিশা

কটাই বেজ্ঞবৰলৈ খোজ লয় আৰু এৱাবৰ মাজে মাজে গৈ শ্ৰীনবীন চন্দ্ৰ মেধিৰ ঘৰত আশ্ৰয় লয়। মেধি তেতিয়া বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ এজন সক্ৰিয় সভ্য। বাতাদেৰক পাই তেওঁ আনন্দিত হ'ল আৰু সকলো বকমৰ গোপন সংগঠনৰ সম্ভেদ দি আৰু খবৰ লৈ তৃপ্তি লাভ কৰিলে। তেওঁৰ আলপৈচান ধৰিলে মেধিৰ কন্যা কুমাৰী কনকলতাই। গা-পাতলকৈ মিঠা বৰণীয়া ছোৱালীজনী। বয়স পোন্ধৰ-ষোল।

এদিন-দুদিনকৈ দহ-বাৰ দিন পাৰ হ'ল। মেধিয়ে ভাবিলে যে তেওঁক আৰু বেছিদিন থাকিবলৈ দিলে হয়তো চোৰাংচোৱাই সম্ভেদ পাই যাব আৰু তেতিয়াই বিপ্লৱৰ সকলো আচনি ব্যৰ্থ হৈ যাব।

এদিন ৰাতি নৌ-পুৱাওঁতেই বিষ্ণু ৰাভা বাটলৈ ওলাল। তৰাই জিলমিলাই থকা আকাশখনৰ ফালে তেওঁ চালে। এটি নতুন অনুপ্ৰেৰণাত অন্তৰখন মুঞ্জৰিত হৈ উঠিল। তেওঁ আকৌ অনিশ্চিত পথত যাত্ৰা আৰম্ভ কৰি দিলে।

ককলাবাৰী-চাপাগুৰি মৌজা। বাট-ঘাট একো নাই, অতি দুৰ্গম অঞ্চল। উনৈশ শ বিয়াল্লিছ চনৰ ছাত্ৰ-আন্দোলনকাৰী শ্ৰীঘনকান্ত বড়োক কিবাকৈ তেওঁ লগ পাই যায়। শ্ৰীনবীন বসুমতাৰীও সঙ্গী হৈ পৰে। আন মানুহে চিনি নাপায়, কিন্তু দৰ্শকৰ চকু জুৰ পৰি যায় তেওঁৰ ব্যৱহাৰ আৰু অমায়িকতাত। কোনো কোনোৱে প্ৰশ্ন কৰে তেওঁ কোন? তেওঁৰ সঙ্গীয়ে ক'লে যে ভোগপুৰঘাটৰ পথাৰত ফুটবল খেলিবলৈ তেওঁক মাতি অনা হৈছে। সেইমতেই এদিন ফুটবল খেল হ'ল। ৰাভাই সন্মুখত খেলিলে। তেনে ধৰণৰ আদৰ-কায়দাৰ খেল সেই অঞ্চলৰ ল'ৰাইতে দেখাই নাছিল। খেলত বাপ থকা খেলুৱে বহুতেই সেই কিটিপবোৰ আয়ত্ত কৰিবলৈ যত্ন কৰিলে। সিদিনা নিশা শিলবাৰীত থাকি শিলবাৰীৰ বিষয়ে এটি গীত বচনা কৰি গাই শুনালে।* লগে লগে বাইজে শুনিবলৈ পালে কমিউনিজমৰ বাণী।

---

* নীলবাৰী শিলবাৰী আমাৰ নিজৰ গাওঁ।
ইয়াতেই থাকি ইয়াতেই মিলি সবগৰ সুখ পাওঁ॥...

তেওঁ বচিলে, গালে আৰু আনৰ দ্বাৰাও গোৱালে :

"ব'ল ব'ল ব'ল

কৃষক শক্তি দল।

অ' বন্ধুৱা সমনীয়া

আগবাঢ়ি যাওঁ ব'ল।

জাগ্ জাগ্ জাগ্ জাগ্

মজদুৰ ন-জোৱান

নির্য্যাতিত নিপীড়িত

কৃষক শক্তিমান্।

তোৰ বাহুতে আছে লুকাই

অসীম শক্তি বল।

অসীম শক্তি বল।

কিহৰনো ভয় আছে অভয়

বাণী দেৱতাৰ,

শত্রুক সউ চৌপাশে বয়

ধনী জমিদাৰ,

শোহে কলিজাৰ বঙা তেজ

প্রজা দুখীয়াৰ।

ধ্বংস কৰ ধ্বংস কৰ

ধনীৰ অহঙ্কাৰ,

দয়া মায়া নকৰিবি

ক্ষমাৰ দিন যে গ'ল।

হাল, কোৰ, দা, হাতুৰি লই

ৰণলৈ যাওঁ ব'ল॥

সমগ্র অঞ্চলটি বজন-জনাই উঠিল। অনেক ডেকা-গাভৰু, চেংৰা-চিখলা, আদা-আগৈ ( ভাই-ভনী ) তেওঁৰ চাৰিওপিনে সমবেত হ'ল। আলোচনা-বিলোচনা চলিল। মার্ক্স-এন্‌জেলছৰ বুৰঞ্জী, বড়ো-

কহাবীৰ অতীত ইতিহাস, প্ৰাচীন কালৰ কপিল মুনিৰ সাংখ্যৰ তাৎপৰ্য্য, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ মাধুৰিমাময় ৰূপকথা, হাতৰ মুদ্ৰা, চকুৰ ঠাঁৰ, বচনৰ উঠা-নমা, তাল-বাগৰ কাকলি তেওঁ এনেভাৱে কৈ যায় যে শ্ৰোতা-দৰ্শক তন্ময় হৈ পৰে।

বজাঘৰৰ চোৰাংচোৱানো ক'ত নাথাকে? তাৰ মাজতেই বিপ্লৱবাদীসকলৰ মাজতো ডাঁৱে ডাৱে খবৰ দিয়া উগ্ৰ সাহসী লোকৰ অভাৱ নহ'ল। গতিকে বিষ্ণুপ্ৰসাদ সেই অঞ্চলৰপৰা পলাই গৈ ভোটান পৰ্বতত উঠিলগৈ।

ইপিনে বন্দুক-বেয়োনেটধাৰী চিপাহী-চন্তৰী বাঘমৰাৰ বজাৰত নামি খুণ্টামাৰী, বৰগাওঁ, বাঘমৰা, বৈষ্ণৱপাৰা, হাঁহচৰা, ৰূপহী আদি গাৱঁৰ মাজেদি ধুমুহাৰ দৰে তহলিয়াই গ'ল। বহুত ডেকা-গাভৰু, বুঢ়া-বুঢ়ীক থেতেলাই টঙনিয়াই আতঙ্কৰ সৃষ্টি কৰিলে। স্বৰ্গদেৱৰ চাওদাঙে জয়মতীক প্ৰশ্ন কৰাৰ দৰে বিষ্ণু ৰাভাৰ বিষয়ে প্ৰশ্ন কৰিলে; কিন্তু সকলো নীৰৱ, নিমাত। গোয়েণ্ডা বিভাগৰ বিষয়ায়ো তেওঁৰ একো অনুসন্ধান নাপাই নিৰাশ হৈ পৰিল।

ভোটান ৰাজ্য। কত হেজাৰ বছৰ আগৰেই অসমীয়াৰ মিতা ভূটীয়া। কামৰূপৰ হাজো তেওঁলোকৰ মহাতীৰ্থ। অসম তেওঁলোকৰ আপোন, বুকুৰ কুটুম।

অসমৰ সীমাৰপৰা পাঁচ-ছয় মাইল সোমাই লুইতপৰীয়া ৰাভাদেৱে সক দলটিৰ সৈতে থাইচুংজোৰা নামৰ গাৱঁত প্ৰবেশ কৰে। লগত গৈছিল সোঁ-হাতস্বৰূপ তেওঁৰ অতি বিশ্বাসী পূৰ্ণানন্দ খেৰকটাৰী আৰু দুজন। এই দুজনৰ তিনিজন দুদিন থাকি ঘুৰি আহিল, কাৰণ বিপ্লৱী ৰাভাই কলে যে অজ্ঞাতবাসত পঞ্চ-পাণ্ডৱহে, গতিকে তিনিজন ঘুৰি গলেই আমি পঞ্চ-পাণ্ডৱ হৈ পৰিলোঁ। পূৰ্ণানন্দ মোৰ বৰফুকন, তেওঁক এৰিব নোৱাৰে, বাকীবিলাকে গাৱঁলৈ গৈ নিজৰ নিজৰ সংগঠন কৰাটোহে উচিত।

ভূটীয়াই তেওঁলোকক আদৰ-সাদৰ কৰি ভাত আৰু শুকান মঙহ

খাবলৈ দিলে। সকলো অসমীয়াই ভূটীয়া মাত-কথা নাজানে সঁচা, কিন্তু ভূটীয়াই, বিশেষকৈ সীমাই সীমাই থকা মিতাসকলে অসমীয়া বুজে আৰু ভঙা-ভঙাকৈ কবও পাৰে।

শিল্পী বাভাই নৈশ ভোজনৰ পিচত যেতিয়া ভূটীয়া ভাষাৰ গীত এটি গালে, তেতিয়া মিতা-কুৰ্মাসকলে হাত-চাপৰি মাৰি আনন্দত কিবিলি পাৰি উঠিল। তেওঁলোকেও গাবলৈ আৰু নাচিবলৈ ধৰিলে। আমাৰ নটবৰজনেও গীতৰ ছেৱে ছেৱে নাচিলে।

থাইচুংজোৰা গাওঁৰপৰা অভ্যাতবাসী বিষ্ণুপ্ৰসাদ চাৰিজন সঙ্গী আৰু লগত চাৰি-পাঁচজন ভূটীয়া কুৰ্মাৰ লগত নৰবু নামৰ গাওঁলৈ গ'ল।

সাত-আঠ দিনৰ ভিতৰতে তেওঁ ভূটীয়া ভাষা ক'ব পৰা হ'ল। বৌদ্ধ মঠত তেওঁ বুদ্ধদেৱৰ বিষয়ে বক্তৃতা দিলে। বৌদ্ধ-ভূটীয়াসকল স্তব্ধ হৈ পৰিল। আৰু যেতিয়া চিত্ৰকৰ বাভাই তথাগত বুদ্ধদেৱৰ নানা ভঙ্গীৰ তিনিখন চিত্ৰ দুদিনতেই আঁকি দিলে, তেতিয়া তেওঁলোকৰ কেবাজনেও তেওঁক সাৱটি ধৰিলে। এজনে কৈ উঠিল: "আমাৰ মিতা কোনোবা দেৱতা আছেও"। দুদিন পিচত তেওঁ ভূটীয়া জীয়ৰী-বোৱাৰীয়ে উৰলত চাউল খুন্দা দৃশ্য আঁকি দেখুৱালে, তেতিয়া তেওঁলোকৰ আনন্দ আৰু আশ্চৰ্য্যৰ সীমা নোহোৱা হ'ল। পৰম তৃপ্তিৰে ভূটীয়া খাদ্য ভোজন কৰা দেখিও পুৰুষ-মহিলা উভয়ে আনন্দ পালে। হেজাৰ বছৰীয়া ভূটীয়া আৰু অসমীয়াৰ বন্ধুত্বৰ বান্ধ তেওঁ পুনৰ দৃঢ় কৰি তুলিলে।

নৰবু গাওঁৰপৰা মানৱতাবাদী বাভাই আৰু দুই-চাৰিখন গাওঁ ঘুৰি পুনৰ নৰবুলৈ আহিল; কাৰণ এই গাওঁৰ গঞাসকলে তেওঁক এৰি নিদিয়ে। সৰ্ব্বোৰাৰীত ভৈয়াৰী তাল যেতিয়া তেওঁ পালে, তেওঁৰ প্ৰাণটো গৌৰৱত আপোন-পাহৰা হৈ উঠিল। তেওঁলোকে কাঁহৰ তাল সদায় ভৈয়ামৰপৰাই কিনি নিয়ে। এনেদৰেও ভৈয়াম-অসমৰ লগত তেওঁলোকৰ এটা অবিচ্ছেদ্য সম্পৰ্ক গঢ়ি উঠিছিল। কেবাযোৰো তাল কলাকাৰজনাৰ আগত উলিয়াই দিয়া হ'ল। তেওঁ চাই-চিতি ক'লে—

এয়া কম,
এয়া জুমু,
পিছে, ইবোৰ পচাং,
আৰু চিমিং,
নহয়নে ?

"মিতা, তই দেখোঁ সবয়জান, পৰ্বতলৈ তই আগতে আহিছিলি যেন পাইছোঁ।"

"হয় আহিছোঁ, কিন্তু এই শৰীৰটো নহয় দে, ভিতৰৰ মনটোহে।" মন খোলা হাঁহি সকলোৰে মুখত বিৰিঙি উঠে।

দীঘল লাঠিৰ নিচিনা মাৰিৰ আগত থকা ডম্বৰু সদৃশ ঢোল বাজি উঠে, লগে লগে নানাজনে তাল ধৰে, সুন্দৰ সঙ্গীতৰ সৃষ্টি হয়। শিল্পী সাধক ৰাভা তন্ময় হৈ পৰে।

দহদিনমান বান্ধৱসকলৰ ৰাজ্যত কটাই তেওঁ ভৈয়ামলৈ নামি আহিল। পূৰ্ণানন্দ খেৰকটাৰীক লৈ তেওঁ উত্তৰ-বিজনীৰ পিনে গতি কৰিলে আৰু বাকীকেইজনক নিজৰ গাওঁ অঞ্চলত কাম কৰিবলৈ পঠিয়াই দিলে। ইয়াৰপৰাই তেওঁ বাটত দুই-এক ডেকাক বুটলি লৈ নেপালৰ পূব সীমান্তইদি তিব্বতৰ দক্ষিণ সীমান্তলৈ ৰাওনা হ'ল। এইবিলাক অচিনাকি ঠইতো তেওঁ বন্ধুত্ব পাতি নিজৰ বহুমুখী গুণ-গৰিমাৰ দ্বাৰা অনেককেই মুগ্ধ কৰিছিল।

অজান্তিমূলুক ঘূৰি বিষ্ণুপ্ৰসাদ দত্তমা অঞ্চলত আৰু ৰবনগৰ অঞ্চলেদি হাউলিৰ পিনে আহে। হাউলিত তেওঁ এজন অকৃত্ৰিম কৰ্মী লগ পাই যায়। তেওঁ শ্ৰীউমেশ বড়ো, ঘৰ হাউলিৰ ওচৰৰ হেলনাৰ-পামত। এইজন যুৱকক লগত লৈ তেওঁ বৰপেটাৰ উত্তৰ অঞ্চলটিত তহল দি, বাইজক গোপনে বুজায়, সাংস্কৃতিক আৰু ঐতিহাসিক গৱেষণাতো আত্মনিয়োগ কৰে আৰু সেই গৱেষণাৰে এটি তত্ব বিচাৰি তেওঁ মঠনগুৰিৰ উত্তৰে থকা জংবং নামৰ সৰু নৈখনৰ পাৰলৈ যায়। জংবং পৰিছে এখনি সৰু বিলত

আৰু সেই বিলখনৰগৰাই ওলাই নামি অহা নৈখনেই বেঁকী নদী।

সেই সময়তে পশ্চিমবঙ্গৰ শ্ৰীপান্নালাল দাসগুপ্তই অসমৰ অ'ত-ত'ত ঘূৰি বিপ্লৱী সংগ্ৰামৰ অনুসন্ধান কৰি ফুৰে। তেওঁ অচিনাকি-ভাবে কেৰাজনো সেই সময়ৰ বিশিষ্ট কংগ্ৰেছী মানুহৰ ঘৰতেই আলহী খাই কলিকতাৰ পিনে গুচি যায়।

ৰাভাদেৱ পুনৰ নলবাৰীলৈ গৈ বেলশৰত সোমায় আৰু শ্ৰীনবীন চন্দ্ৰ মেধিৰ ঘৰত আত্ম-গোপন কৰি ৰয়। তেওঁ অহা গম পাইয়ে মেধিৰ জীয়ৰী কনকলতা আগবাঢ়ি আহি তেওঁৰ কাষত থিয় হৈ ৰ'ল। মুখ বিষন্ন, চকু চল্চলীয়া।

"কনক কি হ'ল?

"একো হোৱা নাই।"

কনকৰ দুচকুৰে চকুপানী বৈ গ'ল। তেওঁ হাতত ধৰি আনি কনকক নিজৰ কাষত বহুৱাই ললে।

"কোৱাচোন কি হৈছে? পাৰ্টিৰ কাৰ্য্যসূচী কেনেভাবে ৰূপায়িত কৰা হৈছে?"

কিছু সময় নিমাতে থাকি কনকলতাই কলে, "আপুনি গুচি যোৱাত মোৰ মনটো খুব বেয়া লাগিল। আপোনাক বিচাৰি গলোঁ, ভিনিহীৰ কি যে খং।*

কলাকাৰ ৰাভাই কনকলতাৰ গাত হাত বুলাই দিলে। দুয়োৰো প্ৰাণত শিহৰণ উঠিল।

"পিচত?" ৰাভাই সুধিলে।

"মই কিন্তু নিৰ্ভয়ে কলোঁ, তেওঁক মই মনেদি স্বামী বৰণ কৰিছোঁ, তেওঁৰ লগত মই যাম।"

---

* শ্ৰীউপেন্দ্ৰ বৰ্মন কনকলতাৰ ভিনিহীয়েক। তেওঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰেই তেতিয়া এজন সভ্য। কনকলতাৰ বাইদেৱেক শ্ৰীমতী কমলাক তেওঁ বিবাহ কৰিছে। এতিয়া এওঁলোক নলবাৰীত থাকে।

ৰাভাৰ তুলনাত কনকলতাৰ বয়স বহুত কম। বৰ্মন বৰ আচৰিত হৈ পৰিল। ইমান কম বয়সৰ ছোৱালী এজনীয়ে বয়সীয়াল ৰাভাৰ প্ৰতি আকৃষ্ট হব! পিচ মুহূৰ্ততেই বৰ্মনে উপলব্ধি কৰিলে যে বিপ্লৱী শিল্পীজনাৰ বহুমুখী গুণতহে খুলশালীয়েক মুগ্ধ হৈছে। পিচত আৰু তেওঁ একো আপত্তি নকৰি গুণৰ পূজাৰিণী কনকলতাক প্ৰশংসাহে কৰিলে।

তেতিয়া ৰাতি নিস্তব্ধ হৈ আহিছে। পিবালিৰপৰা কনকৰ বাপেকে মাতি কলে, "তেখেতক ভাত-পানী দে, দেৰি কৰিব নালাগে, কাৰণ তেখেত ভাগৰুৱা।"

খাই-বৈ উঠি যেতিয়া ৰাভা শুলে তেতিয়া তেওঁৰ প্ৰথমা পত্নী ৺প্ৰিয়লতালৈ মনত পৰিল। সেই প্ৰিয়াই যেন কনক কান্তিৰে তেওঁক কলেহি—"মই আপোনাক বৰণ কৰিছোঁ; মই সৰগৰপৰা ঘুৰি আহিছোঁ, হোমৰ বহ্নিৰ পৰিবৰ্তে বিপ্লৱৰ বহ্নিৰ মাজত আমাৰ পৰিণয় হওক।"......

কনকলতাৰ আলপৈচানতে তেওঁ তাত এসপ্তাহ থাকিল। তাৰ পিচত এদিন ৰাতি নৌ-পুৱাওঁতেই বিশাল পৃথিৱীৰ বুকুত পুনৰ অনিশ্চিত যাত্ৰা আৰম্ভ কৰি দিলে।

দুদিনমান পিচত কনকলতায়ো অকলশৰে বাপেক-মাকৰ ঘৰত থাকিব নোৱাৰি তেওঁক বিচাৰি ওলাল। নলবাৰীৰপৰা তেওঁ বৰমাইদি টিহু ওলালগৈ আৰু পাৰ্টিৰ কৰ্মীৰ ঘৰত ৰাতি অ'ত-ত'ত বৈ পুনৰ বৰমা পালে। কনকলতাৰ সেই গোপন অভিযানৰ কথা ৰাভায়ো গোপনে খবৰ পালে। প্ৰণয়ৰ আকৰ্ষণৰ বলতেই দুয়ো দীঘেলীত পুনৰ লগ হ'ল আৰু পৰম তৃপ্তি আৰু মহান অনুপ্ৰেৰণাত দুয়ো খোজৰ পিচত খোজ পেলাই এক অমৰ জীৱনৰ পাতনি মেলিবলৈ আগবাঢ়ি গ'ল।

টিহু পাৰ হৈ মুছলপুৰ, বৰমচাৰী, খাৰাধৰা গঢ়েমাৰী, আনন্দপুৰ, জালাহ, ভেবলা, আবকৰা, অঞ্জলী, শিলবাৰী, বাঘমাৰা, ৰূপহী,

লেহেবা আদি অসংখ্য গাওঁ অতিক্রম কবি খিজনীৰ উত্তৰ অঞ্চলৰ বাজালভোবা-চামথাইবাবীত জিবণি ললেগৈ। এই পবিত্র ঠাইতেই বাইজৰ উলাহ-মালহৰ মাজত ছয়োবো বিবাহ সম্পন্ন হ'ল। কনকলতাই বিষ্ণুপ্রসাদব ডিঙিত মাল্য প্রদান কবি সেৱা কবিলে। সাহিত্যিক-কলাকাব বিপ্লৱীজনৰ এটি নতুন জীৱন আবম্ভ হৈ গ'ল।

আত্ম-গোপনৰ আগৰ সময়ছোৱাত তেওঁ যি লিখিছিল, যি আঁকিছিল, এতিয়া যেন তাত জোৱাবহে উঠিল। গীত, কবিতা, গল্প, নাট, গৱেষণামূলক প্রবন্ধ—অনেক লিখিলে। কিন্তু পুলিচব হাতত ধবা পবাব ভয়ত সেইবোৰ অ'ত-ত'ত লুকাই থলে। তেওঁৰ বক্তৃতাবিলাকো আছিল একোটি গৱেষণামূলক প্রবন্ধৰ দবে। বাজনীতিব মাজতো তেওঁৰ কলা-সংস্কৃতিব জীৱনধাবাব এটি অখণ্ড সোঁতে তেওঁক সদায় বুবাই বাখিছিল।

চামথাইবাবীবপবা কনকলতাক লগত লৈ তেওঁ উত্তৰ কামৰূপেদি গৈ মুছলপুৰ অঞ্চলত সোমায়। এই অঞ্চলৰ লামিদাবা গাৱঁত তেওঁলোকে কালিকুমাব ব্ৰহ্মৰ ঘৰত শ্ৰীমতী মোহিনীবালা বাভাক লগ পায় আক তেওঁলোকব ভিতবত এটি আত্মীয়তা গঢ়ি উঠিল।

ইয়াবপবা সপত্নীক বাভাদেৱ উপন্যাসৰ নায়ক-নায়িকাব দবে ঘুবি ফুবে। নাবী সংগঠনত তেওঁৰ পত্নীয়ে মনোনিবেশ কবে। বিখ্যাত লেখক জেক্ বেলডুইনৰ "China sharkes the world"—(চীনে জগতখন জোকাবি কঁপায়) নামৰ ইংবাজী কিতাপখনৰ কোনো কোনো কাহিনী বাভাই কনকলতাব আগত সাৱলীল ভাষাবে বুজাই কয়। কনকলতাব প্রেৰণাতে তেওঁ এদিন সৃষ্টি কবিলে অনুপম গল্প-পুথি "সোণপাহি"। সোণত সুৱগা চবোৱাব দবে তেওঁৰ লিখনি অবিবাম গতিত চলি গ'ল।

ছয়ো পুনৰ বিজাৰ্ভব দক্ষিণ সীমাইদি গৈ চৈবাবী অকয়া বাঘমবা বজাব আদি পাব হৈ শিলবাবীয়েদি বেতবাবী ওলালগৈ। ধৰ্মকান্ত বড়ো, পুষ্প বসুমতাবী আদি বিপ্লৱী কৰ্মীসকলৰ লগত

পুলব মিলিত হৈ গোৱালপাবাব উত্তৰ অঞ্চলৈ যাওনা হ'ল আৰু দতমা আদি গাইত বৈ বৈ বিলাওবি গাওঁ পাইগৈ। তাতেই পৰমানন্দ ব্ৰহ্ম নামৰ এজন বিশ্বাসী লোকৰ ঘৰত আত্মগোপন কবি আছিল; কিন্তু কেইদিনমান পিচতে অৰ্থাৎ ১৯৫০ চনৰ ১৭ জুলাইৰ দিনা আচম্বিতে সশস্ত্ৰ পুলিচ বাহিনীৰ দল এটাই তেওঁ থকা ঘৰটো ঘেৰাও কবি তেওঁক আৰু তেওঁৰ সহধৰ্মিণীক আটক কবিলে।

…"মোৰ অজ্ঞাতবাস জীৱনত বিবাট পৰ্ব সৃষ্টি কবি, বিবাট শকতিৰ সাধনা কৰোঁ। এই শকতি বাইজৰ বাজহুৱা শকতি,—যি শকতিয়ে বিধাতাকো টলাব পাবে।…তদুপবি মোৰ শিল্প সাধনা আছেই। অজ্ঞাতবাস মোৰ শিল্পী-জীৱনত এটি অজ্ঞাত অধ্যায় অৰ্জন কৰোঁ,—যাক অধ্যয়ন নকবিলে মোৰ শিল্পী-জীৱন অপূৰ্ণ থাকিলহেঁতেন। জনতা অফুৰন্ত কলা-শিল্পৰ ভঁৰাল।"…

প্ৰায় পাঁচ বছৰকাল বাভাদেৱে আত্মগোপন কবি জনতাৰ মহাসাগৰত সাঁতুবি, জনতাৰ অফুৰন্ত কলা-ভাণ্ডাৰ জনতাকেই বিলাই দি আত্ম-তৃপ্তি লাভ কবি শেষত সহধৰ্মিণীৰে সৈতে ধুবুৰী জেলত জিৰণি লবলৈ হেওকাক্ পিছি জীৱন যাত্ৰাৰ আন এটি অধ্যায়ৰ সূচনা কবিলে: সা-ৰে-গা-মা-পা-ধা-নি—

# বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি

ইটালিৰ খ্যাতনামা চিত্ৰকৰ আৰু শিল্পী মাইকেল এঞ্জেলোৱে ৰাজৰোষত পৰি এবছৰ কালহে আত্মগোপন কৰিবলৈ সক্ষম হৈছিল। তেওঁ সেই মহান দেশৰ টানেস্কি নামৰ ঠাইত ১৪৭৫ খৃঃত উপজিছিল আৰু কলাকাৰ হৈও তেওঁ দুঃসাহসিক বিপ্লৱী আছিল। সেই যুগৰ সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে জনগণক বিপথগামী কৰা বুলি শাসক-শ্ৰেণীয়ে তেওঁক কাৰাৰুদ্ধ কৰি থবলৈ বিচাৰিছিল। আমাৰ কলাকাৰ ৰাভাদেৱৰ যেনেকৈ অনেক চিত্ৰ, অসংখ্য লেখা হেৰাই গ'ল, সেইদৰে সেই শিল্পীজনাৰো অনেক সৃষ্টি হেৰাই গ'ল। এঞ্জেলোৱে শিলৰ বুকুতো মূৰ্তি কাটিছিল। তেওঁ হেনো 'কিউপিড'ৰ মূৰ্তি এটি শিলত অতি বিতোপনকৈ সাজিছিল, পিচত সেইটো কেনি গ'ল, ক'ত হেৰাল তাৰ কোনো সন্ধান পোৱা নগ'ল। কিন্তু এইজনা ইটালীয় শিল্পীৰ শিল্পকলাত নাৰী বৰ্জিত আছিল আৰু তেওঁ আমাৰ কবি ৰঘুনাথ চৌধাৰী আৰু যতীন্দ্ৰনাথ দুৱৰাৰ দৰে চিৰকুমাৰ হৈ জীৱন অতিবাহিত কৰিছিল। ১৫৬৪ খৃষ্টাব্দত তেওঁৰ মৃত্যু হয়।

ৰাভাদেৱৰ কাৰাবন্দী হোৱাৰ পিচত তেওঁ লিখা বহুত গল্প-প্ৰবন্ধ, গীত অজ্ঞাতবাসৰ সময়ত য'তে-ত'তে এৰি থৈ আহিছিল, পিচত সেইবোৰ সম্পূৰ্ণভাৱে তেওঁৰ হাতত নপৰিল। চোবাংচোৱা আৰু

পুলিচ-মিলিটাৰীৰ নিৰ্য্যাতনৰ ভয়ত সেইবোৰ কোনো কোনো লোকে পুৰি পেলালে আৰু কোনো কোনোৱে হয়তো মাটিৰ টেকেলিত ভৰাই বাৰীৰ চুকত বা বাঁহৰ তলত পুতি থলে। এনেকৈয়ে তেওঁৰ বহুত অৱদান লোপ পায়।

বিষ্ণু ৰাভা বন্দী হোৱাৰ আগতে তালেকেইজন নেতা আৰু বিপ্লৱী কৰ্মী বন্দী হৈ জেলত সোমাইছিল। তেওঁলোকৰ কল্পনা আৰু আশা আছিল যে তেওঁলোকৰ বৈপ্লৱিক কাৰ্য্যসূচীয়ে অদূৰ ভবিষ্যতত ৰঙা-ৰাজ স্থাপন দিঠকত পৰিণত কৰি তুলিব। কিন্তু জেলৰ ভিতৰত থাকি যেতিয়া তেওঁলোকে খবৰ পালে যে বিষ্ণুপ্ৰসাদে নবীন মেধিৰ জীয়ৰী কনকলতাক বিয়া কৰাইছে তেতিয়া তেওঁলোকৰ অনেকৰ ভিতৰতে ক্ৰোধ আৰু উন্মাৰ সৃষ্টি হ'ল। সেই কথাটো লৈ নগাওঁ জেলৰ কমিউনিষ্ট বন্দীসকলৰ মাজতো আলোচনা চলিল। বিপ্লৱী ৰাভা তেতিয়া অজ্ঞাতবাসত।

এই আলোচনাই গৈ শেষত এটি ষড়যন্ত্ৰৰ ৰূপ লয়। দুজনমানে কৈ উঠিল যে বিপ্লৱ-ৰণৰ ভিতৰত ৰাভাৰ নিচিনা এজন নেতাৰ প্ৰণয়কাৰ্য্যই বিপ্লৱক দুৰ্বলহে কৰিব আৰু তেওঁৰ অনুগামীসকলক আওপথে নিব। গতিকে এনে লোকক হত্যা কৰি পেলোৱাই সমস্যা সমাধানৰ মূল পথ। জেলতেই গুপুতভাবে কেবাদিনো আলোচনা চলিল। ইতিমধ্যে বৰপেটা হাউলীৰ উমেশ দাস নামৰ বিপ্লৱী যুৱক এজনক নগাওঁ জেলত আৱদ্ধ কৰি থৈছিল। তেওঁ বিষ্ণু ৰাভাৰ এজন গুণৰ পূজাৰী। অহকাণে পহকাণে ষড়যন্ত্ৰৰ কথাটো তেওঁৰ কাণত পৰিলগৈ। পুনৰ সেই ষড়যন্ত্ৰৰ গুণ্‌গুণনি।

উমেশ দাসে মৰসাহ কৰি গৰজি উঠি কবলৈ ধৰিলে যে এই বিবাহ একপক্ষীয় নহয়। কনকলতা আমাৰ মহান নেতাজনাৰ গুণ-গৰিমাত মুগ্ধ হৈ তেওঁৰ চৰণত পৰি গৈছিল—দাসী হবলৈ; তেওঁৰ বৈপ্লৱিক কৰ্মৰ সঙ্গী হবলৈ, তেওঁৰ দুখ-কষ্ট, যন্ত্ৰণাৰ ভাগী হবলৈ আৰু শেষত আমাৰ দেৱোপম পুৰুষজনৰ সহধৰ্মিণী হবলৈ।

সেইমতেই বাইজক সাক্ষী কবি হুয়োকো বিবাহ-পাশত আবদ্ধ কৰা হৈছে। তেওঁলোকৰ মিলনে বিপ্লৱক আগুৱাই নিছে, শিল্পী বিষ্ণুপ্ৰসাদক তেওঁ প্ৰেৰণা দিছে; নহলে তেওঁ পুলিচৰ হাতত ধৰা পৰি গ'লহেঁতেন। জ্যোতিপ্ৰসাদ আগৰৱালাৰ মৃত্যুৰ বাতৰিয়ে তেওঁক বাককৈয়ে বিচলিত কৰিছিল, তেওঁ পুলিচৰ হাতত ধৰা দিবলৈও মন মেলিছিল; কিন্তু সকলোকে ৰক্ষা কৰিছে দেৱী সদৃশ কনকলতাই।

বিপ্লৱী কয়দীসকল তেতিয়াহে সুস্থিৰ হ'ল। কেবাজনেও বাভা সম্বন্ধে অদৰকাৰী মন্তব্য দিয়াত নিজে নিজেই লাজ পালে, দুই এজনে ক্ষমাও খুজিলে। ইয়াৰ পিচৰপৰা সকলো বন্দীয়ে তেওঁৰ প্ৰতি শ্ৰদ্ধা বাঢ়িবলৈ ধৰিলে আৰু তেওঁৰ বহুমুখী প্ৰতিভাৰ ওচৰত মূৰ দোঁৱালে।

যুগৰ পুৰুষ এজোজনক সেই যুগৰ সকলো লোকে একেদিনাই বুজিব নোৱাৰে। কাৰ্লমাৰ্ক্সৰ অনুগামী বাৰ্নষ্টাইন, কাউট্‌স্কি, প্লেখানভ আদি বুদ্ধিজীৱী লোকসকলেও মাৰ্ক্সৰ অনেক লিখনিৰ তাৎপৰ্য্য বুজিব পৰা নাছিল। তেওঁৰ আদি জীৱনৰ লিখনিসমূহ এশ বছৰমানলৈ অনাদৃত হৈ আছিল। ১৯০২ চনতহে জাৰ্মানীৰ মাৰ্ক্সবাদী পণ্ডিত ফ্ৰাঞ্জমেহ্‌ৰিঙে 'Ans dem Literarischen Nachlass' নামৰ গ্ৰন্থত পোনতে আংশিকভাবেহে প্ৰকাশ কৰিছিল। ১৯৩৫ চনত ছোভিয়েট ৰুছিয়াৰ 'আদাবোৎস্কিজ' নামৰ এজন বিদ্যোৎসাহী লোকে মাৰ্ক্স আৰু এঞ্জেলছৰ লিখনীসমূহ এঘাৰটা খণ্ডত প্ৰকাশ কৰে। ১৯৬৮ চনত জাৰ্মান ডেমোক্ৰেটিক ৰিপাব্লিকে ৪১টা খণ্ডত সম্পাদনা কৰি উলিয়ায়। ইয়াক চমুকৈ নামকৰণ কৰা হৈছিল 'Marx-Angels Werke' ইয়াৰ এব্ৰেভিয়েচন MEW.

মাৰ্ক্সীয় দৰ্শনত গভীৰ আস্থা থকা বিপ্লৱী বিষ্ণুপ্ৰসাদে সেইসকলৰ লেখা অধ্যয়ন আৰু অনুশীলন কৰি সুপণ্ডিত হৈ উঠিছিল। তেওঁৰ মাৰ্ক্সবাদৰ দীক্ষা অসম তথা ভাৰতৰ সাম্যবাদী আন্দোলন আৰু

বিপ্লৱৰ বুৰঞ্জীত এটি স্মৰণীয় সোণালী অধ্যায়। তেওঁ বুজি পাইছিল আৰু প্ৰাণেৰে উপলব্ধি কৰিছিল যে বৈষম্যৰ ভাৰ সমাজৰপৰা দানবীয় শোষণ, অত্যাচাৰ, উৎপীড়ন আদি ধ্বংস কৰিব নোৱাৰিলে, সাংস্কৃতিক সমাজ এখনৰ পাততনি কেতিয়াও হব নোৱাৰে; সৰ্ব-মানৱৰ কল্যাণময়ী সমাজ স্থাপন মৰুভূমিৰ মৰীচিকা। কলাকাৰ ৰাভাৰ অজ্ঞাতবাসৰ কাহিনীসমূহে সেই সময়ৰ গীতিকাৰ, শিল্পী-সাহিত্যিক, চিন্তাশীল, দেশ-প্ৰেমিক সকলোৰে মাজত এটি আলোড়নৰ সৃষ্টি কৰে। খ্যাতনামা সাহিত্যিক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য ৰচিত "বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি" সেই সময়ৰ অসমীয়া কাব্য-সাহিত্যৰ এটি চিৰন্তন দিগ্‌দৰ্শন। ভট্টাচাৰ্য্যদেৱৰ অমৰ লিখনিৰ ই এপাহি চিৰ-সুৰভিত, কালজয়ী কবিতা:

"বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি,
তুমি সাৰে আছা সাৰে আছোঁ আমি
আৰু সাৰে আছে প্ৰীতি!
বিহুৰ তলিত চিফুং বাঁহীৰ করুণ সুৰ।
বড়ো গাভৰুৰ নাচোনৰ তাল ভাগে,
জনতাৰ চকু চকুৰ পানীৰে পূৰ।
মাজ নিশা কোনে ৰাজ-আলিয়েদি
আক্ষেপ কৰি যায়,—
'বিষ্ণু ৰাভা নাই।'
নিজান চেলত তুমি সাৰে আছা,
সাৰে আছে ক্ৰূৰ ইটাৰ দেৱাল,
বন্দী তোমাৰ কণ্ঠৰ সুৰ
নাচোনৰ লয়লাস।
তুমি সাৰে আছা, সাৰে আছে আৰু
জাগ্ৰত জনতা, নিদ্ৰাবিহীন ৰাতি।
বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি,

বিহু পথাৰত বৈ আছোঁ আমি, বৈ আছে
এয়া মনোৰমা সখী !
ৰাজপথ জুৰি নৱ উন্মেষ-ধ্বনি,
হেজাৰ জনৰ অবিৰাম কুকলি ।
সকলোৰে মুখ প্ৰশ্ন-মুখৰ আজি ই বিহুৰ ৰাতি—
"কাৰাগাৰৰ দ্বাৰ কেতিয়া মুকলি হব ?
বন্দী সৃষ্টিয়ে কেতিয়ানো প্ৰাণ পাব ?"
প্ৰাণহীন আজি গীত-মাত-সুৰ
—প্ৰাণহীন বিহুতলি !
বন্দী শিল্পীৰ বেদনাত জাগে,
ৰঙা জীৱনৰ উন্মাদনা,
সঁচা আবেগৰ বোল !
মাজনিশা কোনো মৰিশালি জুৰি চিঞৰি উঠে—
কল্লোল ! বন্ধু জীৱনৰ কল্লোল !
'ডাছ কেপিটেল' এঘাৰ পৃষ্ঠা বাকী,'
মাজনিশা কোন ত্ৰিনয়নে পঢ়ে,
পোহৰ ! পোহৰ !! উদয়াচলত ৰবি ।
নৱ-জীৱনৰ প্ৰবেশ দ্বাৰত
ইতিহাস ব'ল সাক্ষী !
বিক্ষু ৰাঙা, আকৌ তুলিকা লোৱা,
ইটাৰ দেৱালত আঁকি যোৱা সেই ছবি,
যি ছবিত ফুটে হেজাৰ শিল্পীৰ উথাল,
অখ্যাত জনৰ আশা আবেগৰ বোল ।
ইটাৰ দেৱালত জিলিকি উঠিছে
'ডাছ কেপিটেল'ৰ সপোন !
শেষ নিশা কোনে ৰাজপথেদি বিত্তিয়াই কৈ যায়
"অখ্যাত জনৰ বোল লাগি হ'ল,

হেঙুল-হাইতাল বঙা।"
তুমি সাৰে আছা আৰু সাৰে আছে
তোমাৰ তুলিকা জীৱনৰ চিৰসখী।
তুমি য'ত আছা, সৰু কাৰাগাৰ,
থিয় একেখনি ইটাৰ দেৱাল।
আমি য'ত আছোঁ বৰ পোতাশাল
শত নাগ-পাশে বন্ধা।
তোমাৰে আমাৰে বিহু সম্মিলন হবলৈ বেলি নাই,
হিয়া-হালধিৰে দেহ-মন ধুই,
আমি গোট খাম নৱ-জীৱনৰ পুৱা।
বিষ্ণু ৰাভা, সৌৱা ঘুৰণীয়া বেলি,
বঙা মুখ ফুটে সঁচা আবেগত
মুক্তিৰ কঁপনি!
শেষ নিশা সেয়া অখ্যাতজনৰ সমদল সমাগত,
সমস্বৰে ফুটে, 'পোহৰ! পোহৰ!!'
জীৱনৰ জয়ধ্বনি!!!

ধুবুৰীৰ বন্দীশালত শিল্পীজনাই কয়দীৰ জীৱন অধ্যয়ন কৰিলে। গৰীৱ, নিপীড়িত লোক কোনো এটি সাধাৰণ দোষতেই কাৰাকদ্ধ হলে তেওঁ সমাজৰ নিন্দাৰ পাত্ৰ হয়, সেই পোতাশালৰপৰা ওলালেও তেওঁ সমাজত অতি অনাদৃত, অৱহেলিত জীৱন যাপন কৰিব লগা হয়। কিন্তু কেইজনে বিবেচনা কৰে, তেওঁ সঁচাকৈয়ে দোষী নে? নাইবা কেনে পৰিস্থিতিত তেওঁ সমাজে দোষণীয় বুলি ভবা কাম কৰিব লগা হৈছিল? মানৱ-দৰদী ৰাভাই কিন্তু এই নিঃস্ব নিন্দিত কয়দীৰ জীৱনী অধ্যয়ন কৰিবলৈ ধৰে আৰু কেনেকৈ সাধাৰণ দোষতেই একোজন সৰল-সহজ লোক কঠোৰ কাৰাদণ্ডত দণ্ডিত হয়, তাৰ অলেখ উদাহৰণ তেওঁ কাৰাগাৰৰ ভিতৰতে পায়।

তেওঁ লিখি থৈ গৈছে: "গৌৰাং বস্তিজনা চাহ-বাগানৰ বনুৱা। কোনো বিশেষ মাৰাত্মক দোষ নাই, অথচ যাৱজ্জীৱন কাৰাবাস। তেওঁৰ জীৱনকে কেন্দ্ৰ কৰি লিখা "কুৰি বছৰ জেইল।"

হৰেন বিলাসীপাৰা অঞ্চলৰ হোজা চহা; গাৰঁলীয়া। তেওঁৰ সৰলতাৰ কাৰণে তেওঁ কাৰাদণ্ড ভোগে। তেওঁক লৈয়েই "মামীৰ হাৰ।"...

'এইদৰে আজি আইনৰ কুটিল মেৰপাকত পৰি কিমান নিৰ্দোষীয়ে বিনাদোষে কাৰাগাৰৰ নৰক-যন্ত্ৰণা ভোগ কৰিছে! জেলৰ অভ্যন্তৰলৈ নগলে বাহিৰৰপৰা কোনেও গম নাপায়।"...

ৰাভাদেৱে "কুৰি বছৰ জেইল" আৰু "মামীৰ হাৰ" এই দুটা গল্প ধুবুৰী কাৰাগাৰতেই ৰচনা কৰে। "সোণপাহী" নামৰ তেওঁৰ অনুপম গল্পৰ পুথিত এই দুয়োটা গল্প সন্নিবিষ্ট হৈছে।

ধুবুৰী জেলত তেওঁৰ সহধৰ্মিণী শ্ৰীমতী কনকলতাও আছিল। জেল-জীৱনৰ দুখৰ মাজতো শ্ৰীমতীয়ে মিচিকীয়া হাঁহিৰে তেওঁক দৈনিক একোবাৰ সংবৰ্ধনা জনাইছিল। সেই সুন্দৰ পৱিত্ৰ হাঁহিত ৰাভাদেৱৰ শিল্পী জীৱনটো মুঞ্জৰিত হৈ উঠিছিল। অধ্যয়ন কৰিবলৈ, লিখিবলৈ, আঁকিবলৈ তেওঁৰ প্ৰবল হাবিলাস জন্মিছিল কিন্তু সেয়া যে জেইল! ৰাজ-জগৰীয়াক বহল জগতৰপৰা বিচ্ছিন্ন কৰি শাস্তি দিয়াটোহে কাৰাগাৰৰ উদ্দেশ্য। জেলে বিচাৰে মানুহজন অনুতপ্ত হওক, কিন্তু চিৰহাস্য, চিৰপ্ৰফুল্লিত বিষ্ণুপ্ৰসাদক কাৰাকক্ষতাই এচুলিমানো লৰাব নোৱাৰিলে। জেলৰ অধ্যয়নো সীমাবদ্ধ তথাপি লিখাৰ সুবিধা তেওঁ-কিছু পাইছিল। সেই সময়ত জনজাতি উন্নতিৰ বাবে পতা ট্ৰাইবেল-কমিছনলৈ তেওঁ এখন কাৰ্য্যসূচী পঠিয়াইছিল; কিন্তু সেইখন কমিছনৰ হাতত নপৰিল। সমগ্ৰ অসমৰ জনজাতিৰ লগত ওতঃপ্ৰোতভাৱে হৃদয়ৰ সম্বন্ধ পাতি থকা শিল্পী

পদাৰ্থীয়ে সেইসকল জাতিৰ উন্নতিৰ বাবে কৰিবলগীয়া অলেখ কাৰ্য্যৰ ইঙ্গিত তাত আছিল।

জেলত থকা কালত তেওঁ এজন অতি সৰল নিৰক্ষৰ লোক লগ পাইছিল, নৰহত্যা অপৰাধত অপৰাধী কয়দী। তাৰ নাম আছিল মদন লোহাৰ। অকৃত্ৰিম হৃদয়ৰ এই লোকজনৰ মেল খাই থকা প্ৰেমৰ দুৱাৰখনেৰে প্ৰবেশ কৰি বিষ্ণুপ্ৰসাদে নিজকে নিজে প্ৰশ্ন কৰিছিল:

ঘটনাটো অতি কৰুণ। মদনে উচুপি উচুপি কৈছিল: "...মোৰ দেউতা আছিল চাহ বাগানৰ কুলিৰ চৰ্দাৰ। তেওঁ আছিল সাহসী আৰু অতি প্ৰভুভক্ত। ইংৰাজ চাহাব মেনেজাৰজনৰ দেউতা আছিল অতি প্ৰিয়পাত্ৰ আৰু বিশ্বাসী। দেউতাই বাগানত কাম কৰা দেখি মোৰো কৰিবৰ মন গ'ল। দেউতাক কথাটো কলোঁ, দেউতাই কন্তেক ভাবিলে। মই তেওঁৰ মুখৰ পিনে চাই আছিলোঁ। তেওঁৰ মনটো যেন সুপ্ৰসন্ন নহয়। তেওঁ কৈ উঠিল—হৰ, কৰিবি, বাগানতেই আমাৰ জীৱন, ইয়াতেই আমি জীওঁ, ইয়াতেই আমি মৰোঁ, আমাৰ শেষ নোহোৱা কৰ্মশক্তি আমি ইয়াতেই শেষ কৰোঁ।

"মই বাগানৰ কামত সোমালোঁ, কাম কৰি খুব ভাল লাগিছিল; আৰু খুব ভাল লাগি গ'ল যেতিয়া মই—" সি বৈ গ'ল। গম্ভীৰ স্বৰেৰে বাভাই প্ৰশ্ন কৰিলে—"তাৰ পিচত?"

"তাৰ পিচত, তাৰ পিচত মই লগ পালোঁ দেখিলেই দেহমন জুৰপৰা চম্পাক। মোৰ কাম কৰিবলৈ এটি শক্তি আছিল। কঠোৰ শ্ৰম কৰিলেও যেন মোৰ ভাগৰ নালাগে। চম্পাই দেখোঁ মোৰপিনে আকুলভাৱে চায়। মই বুজিলোঁ, তাই মোক ভাল পাইছে। কিন্তু এই কথাটো বুজি পোৱাৰ আগতেই তাইক যে মই কিমান ভাল পাই গৈছিলোঁ! এনেকৈয়ে দুয়ো একেলগে বাগানত কাম কৰি কৰি মুখৰ ঘাম মাটিত পেলালোঁ। কামৰ শেষত একেলগে বহি চেনাপ

যাওঁ। আনন্দত দুয়ো বিভোৰ হৈ যাওঁ। মনত কিছু লাজ লাগিলেও দেউতাক এদিন কৈ পেলালোঁ যে চম্পাক নাপালে মই কাকো বিয়া নকৰাওঁ।

"দেউতা নিমাত। ময়ো আনমনা হৈ ভোগৰামৰ ঘৰলৈ গুচি গলোঁ। সি মোৰ বন্ধু। ৰাতি তাৰ ঘৰত মাদল বজালোঁ, নাচিলোঁ আৰু চেৰাপ খালোঁ। কেইদিনমান পিচতেই শুনিলোঁ মোৰ চেনেহী চম্পাৰ বিয়া কোনোবা এজন অচিনাকি মানুহৰ লগত।...

"মোৰ মনটো ভাঙি গ'ল। মই মানুহ গুচি পশু হৈ পৰিলোঁ। নিচা খাই খাই বিবেচনাবিলাকো হেৰুৱালোঁ। চম্পাৰ মুখৰ ছবিয়ে মোক বলিয়া কৰিলে।...

"বহুত কথা, কিমান কম? এদিন ৰাতি নিচাত জ্ঞানশূন্য হৈ ঘৰলৈ উলটিছোঁ।...ঘিট্‌মিটীয়া এন্ধাৰ, জুমি চালেও একো নেদেখি। হাতত থকা খুকুৰিখন টানকৈ ধৰি খোজ পেলাইছোঁ। কিহবাই পিচপিনৰপৰা কাপোৰত দেখোন টানিলে। ভাব হ'ল—ভোগৰামহঁতৰ ক'লা কুকুৰটোৱে নিশ্চয় কাপোৰত কামুৰি ধৰিছে, সি এনেকৈ বাগানৰ অনেক লোকক কামুৰিছে। ঘূৰি নাচাই ঘেচ্‌কৈ খুকুৰিখন জোৰেৰে পিচলৈ মাৰি দি বেগাই আহি ঘৰ সোমালোঁ। খুকুৰিখন কাষতে থৈ শুই পৰিলোঁ।

"পিচদিনা ৰাতিপুৱা সাৰ পোৱাৰ লগে লগেই দেখিলোঁ পুলিচ-দাৰোগা যমদূতৰ দৰে আমাৰ ঘৰৰ পিনে আহিছে। লগত বাগানৰ আৰু দুই-চাৰিটা বন্ধুৱা।

"কোনোবা এজন, আমাৰেই বন্ধুৱা মানুহে, বৰ বেজাৰ আৰু গুত কৈ উঠিল—"মদন, তই অনাহকতে ভোগৰামৰ ভনীয়েকক খুন কৰিব নালাগিছিল, তোৰ এতিয়া ফাঁচী হব।"

তেতিয়াহে মোৰ জ্ঞান হ'ল যে কুকুৰ বুলি মদৰ নিচাত মই ভোগৰামৰ ভনীয়েককহে মাৰিলোঁ।

"আদালতত মই সঁচা কথাকে কলোঁ। মোৰ জেল হ'ল কুৰি

বছৰ। কিন্তু মোৰ পৰম ভাগ্য যে এই নককৰ মাজতো মই আপোনাৰ দৰে দেৱতা এজনক লগ পাইছোঁ।"

ৰুদ্ধ কাৰাগাৰৰ মাজৰ দিনবোৰ দীঘলীয়া যদিও ক্ৰমাৎ শেষ হৈ আহে। দিন আৰু ৰাতিৰ যেন পাৰ্থক্য একো নাই। সেই-একেই প্ৰাচীৰে গঢ়া ৰুদ্ধতা। কয়দী বাভাৰ চবাইৰ দৰে মুকলিমূৰীয়া মনটো কাৰাগাৰৰ প্ৰাচীৰৰ ভিতৰতেই গুজৰি-গুমৰি উঠে। মানৱ সমাজৰ 'সমস্যাৰ উলুৱনি' পুৰি পেলাবলৈ তেওঁৰ উৎকট হাবিলাস জাগে। তেওঁৰ বিপ্লৱী মনটো পুনৰ বিপ্লৱৰ ভাৱত উদ্বুদ্ধ হৈ উঠে। প্ৰাচীৰৰ মাজেদি ওলাই থকা মুক্ত আকাশখনৰ পিনে তেওঁ চাই পঠিয়ায়। মদনহুঁতৰ দৰে অন্যায়-অবিচাৰ, উৎপীড়নৰ তাড়নাত চুচুৰ্মৈ হৈ যোৱা জীৱনবোৰ পুনৰ প্ৰতিষ্ঠাৰ উৎকট হাবিলাসত তেওঁ লাহে লাহে ইপিনে সিপিনে খোজ পেলায়।

॥ বাইশ ॥

# সমাজ-তান্ত্রিক বিপ্লৱত

চুকুতিৰ উচটনিত ক্ষমতাৰ বাঘজৰি ধৰি থকা সকলো লোকেই এনেদৰে গুজৰি উঠে। ক্ষমতাশালীৰ অবিচাৰেই বিচাৰ বুলি জনজাত হৈ থাকিলেও, শ্ৰীমন্ত শঙ্কৰদেৱৰ বিচাৰৰ ক্ষেত্ৰত কিন্তু ইয়াৰ ব্যতিক্ৰম ঘটিছিল। অসমৰাজৰ ৰাজধানীত বিবাদীৰ অনুপস্থিতিত বাদীসকলে খেতিয়া কৈ উঠিল যে শঙ্কৰে পাষণ্ড মত প্ৰচাৰ কৰি লোকসকলক মহাপাপত বুৰাই পেলাইছে, বেদ-বিধি নামানে, শ্ৰাদ্ধ-হোম, যাগ-যজ্ঞ নিষেধ কৰিছে, অনাচাৰৰ প্ৰবৰ্তি আনকো অনাচাৰী হ'বলৈ শিক্ষা দিছে।

চুহুংমুং স্বৰ্গদেউৰ এনে কথা শুনি খঙে চুলিৰ আগ পালেগৈ। শঙ্কৰক বন্দী কৰি আনিবলৈ ৰাজ-আজ্ঞা হ'ল। চিপাহী-চাওদাং আহি হঠাতেই শ্ৰীমন্ত শঙ্কৰক ৰাজ-আজ্ঞা অনুসৰি ধৰি লৈ গ'ল। ৰাজধানী ৰংপুৰত বিচাৰ-সভা বহিল। সেই সময়লৈ স্বৰ্গদেউসকলে হিন্দু ধৰ্মৰ বিভিন্ন ধৰ্মীয় কাৰ্য্য, সামাজিক আচৰণ আদিৰ বিষয়ে বিশেষ ভু-ভা নাপায়।

বাদীসকলক পোন প্ৰথমতে সোধাই "ব্ৰাহ্মণো কি?" বুলি সুধিলে। শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিত লিখোঁতে ৰামচৰণ ঠাকুৰে তেওঁৰ 'গুৰু-চৰিত'ত এনেদৰে পদ ৰচিছে:

> ভিক্ষাদানে ৰোলয় শঙ্কৰে সেই হাক।
>
> সমস্ত লোকক শ্ৰাদ্ধ-বিধি কৰিবাক॥



পিতৃ আমাৰ—১০

এহি কথা দুৱৰায়ে ৰাজাত কহিলা।
শ্ৰাদ্ধ কাক·বোলে বুলি ৰাজায়ে পুছিলা॥
দুৱৰা বোলয় মৰাক বঢ়ায়ে যত।
গুৱা-পাণ দুগ্ধ চাউল কল আৰু বস্ত্ৰ॥
তাক নিয়া সৱে পাছে ব্ৰাহ্মণে ভূঞ্জয়।
শ্ৰাদ্ধ বুলি ব্ৰাহ্মণসকলে তাকে কয়॥
শুনিয়া অসম ৰাজা ভৈলা কোপ্য মন।
মৰাক বঢ়ায়া চাউল কৰয় ভোজন॥
কাউৰৰ কায়া সম চুইবে দুয়ুৱাই।
শঙ্কৰে কৰিব শ্ৰাদ্ধ ভালেতো নেদয়॥

খেদাউ চাণ্ডৰ পৰা কোবাই এখনে।
হেন শুনি নামিল আপুনি দ্বিজগণে॥
লাজ হুয়া সমস্তে গৃহক লাগি গৈলা।
শঙ্কৰক অসম ৰাজয়ে প্ৰশংসিলা॥

কোচবেহাৰত ৰজা নৰনাৰায়ণৰ ওচৰত বিভিন্ন বাদীয়ে গোচৰ তৰিলে শ্ৰীমন্ত শঙ্কৰদেৱৰ বিৰুদ্ধে। তেওঁলোকৰ আৰ্জিৰ দফাবোৰ থূলমূলকৈ এনেকুৱা আছিল :

১। শঙ্কৰে ভাগৱত পঢ়ে, পঢ়ায় আৰু তাৰপৰা ভাঙি পদ কৰে।
২। গঙ্গা স্নান নকৰে।
৩। তুলসী নলয়।
৪। গীতা নামানে।
৫। শালগ্ৰাম নামানে।
৬। বেদ উলঙ্ঘ কৰে।
৭। দেৱ-দেৱী নুপূজে।
৮। ব্ৰাহ্মণ নামানে।
৯। সদাশিৱকো নামানে।

১০। পাৰ্বতীয় বৌদ্ধ মতে [illegible], [illegible] [illegible] [illegible]
ৰাজ্যত বেদধৰ্ম লোপ কৰি সনাতন [illegible] ।

বিচাৰ বহিল। মহাপুৰুষজনাৰ প্ৰথম দিনৰ [illegible] সুঠাম-সুন্দৰ গুৰু-গম্ভীৰ ৰূপে যেন ৰজাৰ চকুত চাট মাৰিলে। মহাকবি জনাই যেতিয়া "মধু দানৱ দাৰুণ দেৱ ৱৰং। বৰ বাৰিজ লোচন চক্ৰধৰং॥" টোটয় গাই ৰাজসভাত প্ৰৱেশ কৰিলে তেতিয়াই ৰাজসভা তেওঁৰ গুণ-গৰিমাত ৰজনজনাই গ'ল।

পিচদিনাও "বন্দো গোবিন্দা। গোপী জনমানন্দা। মঞ্জু [illegible] সুস্মিত সুন্দৰ বদন বিনন্দিত চান্দা॥"......

অন্য দিনাও "হাসি সভাসদ কৰ বহু থিৰ। মল্ল নৃপতিক সম নাহিকয় বীৰ॥" আদি বিভিন্ন দিনত বিভিন্ন মধুৰ ৰচনাৰে সভাস্থলী স্তম্ভিত কৰি পেলালে। নৃপতি লজ্জিত হ'ল মনে মনে। অন্তৰত দুখ-বেদনা অনুভৱ কৰিলে, অনুতপ্তও হ'ল—এনে হেন পুৰুষক আনৰ খলুৱা কথাত বিশ্বাস কৰি গৰজি উঠিছিলোঁ—'শঙ্কৰৰ হাজেৰে দামামা সীম, হাড়েৰে বজাম' বুলি!

শেষত, শ্ৰীমন্ত শঙ্কৰ জয়ী হ'ল। তৰ্ক-বাদ অনেক চলিল, ৰাজসভা কোনো কোনো সময়ত তিক্ততাৰে উপচি পৰিল, সভাসদ-সকলে শ্ৰীশঙ্কৰদেৱক প্ৰশংসিলে, তেওঁৰ গুণ-যশ ব্যাপি গ'ল, পূৰ্বৰ ভুলৰ বাবে অনুতাপ কৰি ৰজাও তেওঁৰ বিমুগ্ধ হৈ পৰিল।

ৰাজ-ৰোষত পৰি বন্দীশালত দিন কটাব লগা হলেও বিষ্ণুপ্ৰসাদে আত্ম-গোপনৰ প্ৰায় পাঁচোটি বছৰে জনতাৰ লগত যি আত্মিক সম্পৰ্ক গঢ়ি তুলিছিল সেই সম্পৰ্কৰ মাজেদি শ-শ গাওঁবাসী কৃষক বাইজ, অৰ্ধাহাৰী-উপবাসী, পীড়িত লোক, গুণগ্ৰাহী লেখক, পাঠক, গায়ক, অভিনেতা আৰু চিন্তাশীল লোকৰ অন্তৰৰ মাঁহে মাঁহে তেওঁ সোমাই পৰিছিল। তেওঁৰ গুণ আৰু প্ৰতিভাত সকলো মুগ্ধ হৈছিল। তেওঁৰ বন্দী জীৱনৰ বাতৰিয়ে অনেকৰ অন্তৰত বেদনাৰ সৃষ্টি কৰিছিল।

ভেভিয়াৰ অলয় চৰকাৰে বিজ্ঞপ্তি যোগে দেখুওৱা ভাবুকিলৈ গঞ্জা বাইজে কৰ্ণপাত কৰা নাছিল। বাভাৰ ওপৰত গ্ৰেপ্তাৰী-পৰোৱানা জাৰি কৰাৰ খবৰ পাইয়ে মলযাৰীবপৰা তেওঁ আত্মগোপন কৰিছিল। দিনৰ পিচত দিন, মাহৰ পিচত মাহ যায়, কিন্তু সকলোপিনে চলাথ কৰিও চিপাহী-চন্তৰীয়ে তেওঁক উলিয়াব নোৱাৰিলে। বছৰ বাগৰি যোৱাত চৰকাৰীভাবে ঘোষণা কৰা হ'ল যে বিষ্ণুপ্ৰসাদক জীৱন্ত বা মৃত অৱস্থাত যেয়ে ধৰি দিব পাৰিব, তেওঁক দহ হেজাৰ টকা পুৰস্কাৰ দিয়া হব। লগে লগে পূৰ্ণ-প্ৰতাপেৰে চিপাহীয়ে তেওঁ ঘূৰি ফুৰা গাওঁ-ভূঁইত আতঙ্কৰ সৃষ্টি কৰি 'অপাৰেচন' আৰম্ভ কৰিলে। বৰপেটা মহকুমাৰ উত্তৰ অঞ্চলৰ শিলবাৰী, খুন্তামাৰী, বৰগাওঁ, ছুবাগাওঁ, বাঘমাৰা, বৰগাওঁ, খুচবাৰটাৰী আদি অসংখ্য গাৱঁত তেওঁক বিচাৰি তোলপাৰ লগালে; কিন্তু মাটিহে কঁপিল, মানুহ নকঁপিল। কোনো কোনো লোকক চিপাহীয়ে হাত-কেৰেয়া লগাই জেৰা কৰিবলৈ বৰপেটা থানালৈ লৈ আহিল। মহিলা আৰু গাভৰু ছোৱালীও এনে পীড়নৰপৰা হাত সাৰিব নোৱাৰিলে।

এদিন বিষ্ণুপ্ৰসাদৰ অন্বেষণত যোৱা চিপাহীৰ দল এটিয়ে খুচবাৰটাৰীবপৰা প্ৰায় দেৰকুৰি মুনিহ-তিৰোতাক হাত-কেৰেয়া লগাই বৰপেটা থানালৈ আনি বিষ্ণু বাভা ক'ত আছে কবই লাগিব বুলি নিৰ্য্যাতন আৰম্ভ কৰিলে। বাঘমাৰাৰ পিনৰ এজন স্থানীয় বৃদ্ধ লোকেই হেনো পুলিচক খবৰ দিছিল যে বাভা হেনো নিশা আহি বাজনীৰ গিৰিয়েকৰ লগত সিহঁতৰ ঘৰত থাকে। তেওঁৰ গিৰিয়েক হেনো আগতেই পলাইছিল। সেয়ে বাজনীক চিপাহীয়ে দলে সৈতে বন্দী কৰিছিল।

জয়মতী কুঁৱৰীয়ে তেওঁৰ স্বামীৰ বাতৰি নিদিয়াৰ দৰে বাজনী বড়োৱেও বাভাৰ কোনো সন্ধান নিদিলে। আঁজলী জনজাতীয় বীৰাঙ্গনা বাজনীয়ে সগৰ্ভা-জীৱন পুলিচ নিৰ্য্যাতনতেই এৰিব

লগা হ'ল। ৰাজনীৰ চকুপানী ওলাইছিল সঁচা, কিন্তু বিষ্ণুপ্ৰসাদ তেওঁলোকৰ ঘৰলৈ যোৱা কথা কোনোমতেই স্বীকাৰ নকৰিলে।

বিষ্ণু ৰাভা ধুবুৰী কাৰাগাৰত আৱদ্ধ হোৱাৰ ছমাহমান পিচতেই তেওঁৰ মুক্তিৰ দাবী কৰি ধুবুৰী টাউনত এদিন এটি বিৰাট সমদল যাত্ৰা বাহিৰ হ'ল। শ্ৰীঅৰুণ ৰায়, বিপিন দৈমাৰী, সপৰিবাৰে তৰুণসেন ডেকা আদি বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ নেতাসকলে ইয়াত নেতৃত্ব দিছিল। হেজাৰ হেজাৰ কৃষক ৰাইজ, ছাত্ৰ-ছাত্ৰী, অসংখ্য মজদুৰে সাৰ্বজনীন নেতা ৰাভাদেৱৰ মুক্তিৰ দাবী কৰি ধ্বনি দি জিলাৰ উপায়ুক্তৰ হাতত স্মাৰক-পত্ৰ দাখিল কৰে। এনে বিৰাট সমদল যাত্ৰা ধুবুৰী টাউনত অভূতপূৰ্ব আছিল।

ছমাহৰ পিচত ভাৰত ৰক্ষা আইনত বন্দী কৰি ৰখা শ্ৰীমতী কনকলতা ৰাভাক ধুবুৰী জেলৰপৰা মুকলি কৰি দিয়ে। তেওঁ বেলশৰলৈ আহি তেওঁৰ দেউতাক নবীন মেধিৰ ঘৰত থাকিবলৈ ললে।

তেতিয়াও কেবাজনো বিপ্লৱীয়ে আত্মগোপন কৰি আছিল। কুৰিয়ে কুৰিয়ে লোকক তেওঁলোকৰ লগত জড়িত থকা বুলি প্ৰমাণ আৰু অপ্ৰমাণত চিপাহীয়ে ধৰি আনি নলবাৰীত আটক কৰি ৰাখি বৈপ্লৱিক আন্দোলনৰ তলা-নলা উলিয়াই উভাৰি পেলাবলৈ প্ৰয়াস কৰিছিল। বেলশৰ গাৱঁৰ ওপৰেদি তেনে ধুমুহাৰ বা-মাৰলি বৈ গছিল।

ৰঙিয়াৰ শ্ৰীকামিনীমোহন শৰ্মা, নলবাৰীৰ শ্ৰীতৰুণসেন ডেকা, গোবিন্দ কলিতা আদি কেবাজনো নেতৃস্থানায় লোকে বহুত দিনলৈ আত্মগোপন কৰি আছিল। হলেও বিষ্ণু ৰাভাক কাৰাগাৰত আটক কৰাৰ পিচৰপৰাই আন্দোলনৰ মাত্ৰা লাহে লাহে কমি আহে। পৰ্বত-পাহাৰত লুকাই থকা বহুতেই পুনৰ নিজ নিজ ঘৰলৈ ঘুৰি আহি খেতি-বাতিত লাগে। অনেকৰেই গৰু-গাই, হাঁহ-ছাগলী উদং হৈ হেৰাল। অনেকৰেই বাঁহ-খেৰৰ ঘৰ-দুৱাৰ ইতিমধ্যে ভাঙি-

ছিঙি সকলো লেখা হ'ল, অনেকৰেই [illegible] ঘূৰাবি পৰিল। তথাপিও ভবিষ্যতলৈ এটা সপোন আশা যে তেওঁলোক পুনৰ কৃষি-পথাৰত নামিব। কিন্তু তেওঁলোকৰ বিপ্লৱী মনটো অনমনীয়ভাৱে ভবিষ্যতলৈ আশা পালি [illegible]। আদৰ্শ আৰু শ্ৰেণী সংগ্ৰামৰ তত্ত্ব আৰু হাতোৱা-হতুৱা-মহুৰা-[illegible]নৰ অবিচলিত নিষ্ঠাৰে তেওঁলোকে গৃহকৰ্ম আৰম্ভ কৰিলে।

হাড় ভগা শ্ৰমৰ অন্তত পথাৰৰ মাজ-বুকুত তেওঁলোকে কেতিয়াবা তেওঁলোকৰ পথ-প্ৰদৰ্শক গুৰু, জনলোকৰ 'আতা' বিষ্ণুপ্ৰসাদৰ ৰচিত গীত গাই তাগৰ পলুৱায় আৰু শান্তি লাভ কৰে:

"এই ধৰণীৰ
চিৰ মুকুতিৰ
ৰণ নিৰ্‌ভয়ে দিম ;—
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥
ডৰ ভয় নকৰিবি
পাছ-পিচ নপৰিবি
দোপে দোপে খোপে খোপে
আগুৱাই
আগ বাঢ়ো আহ বল।
একে লগে মিলি একেছিপে
গই ভাঙো শতৰুৰ বল ॥
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥
দুখৰ কলীয়া আকাশত
নতুন সূৰ্যে দিয়ে দেখা

বাঙালী বোলৰ পোহৰত
দেখোঁ মুকুতিৰ পথ-ৰেখা ;—
সেই পথেদিয়ে গলে আওৱাই
দলিতৰ হ'ব জয়—
বিজয় নিচান দিম উকৱাই,—
পুৰণিৰ হ'ব ক্ষয় ॥
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥"

এই হালোৱা-হজুৱা-বনুৱাই সদায় মূৰৰ ঘাম মাটিত পেলাই পৰিশ্ৰম কৰে ; কিন্তু সমাজ-ব্যৱস্থাৰ তাড়নাত তেওঁলোকৰ সদায় অন্ন-বস্ত্ৰৰ হাঁহাকাৰ। ১৮১৮ খৃষ্টাব্দত জাৰ্মানীৰ এক উচ্চ বংশত জন্মগ্ৰহণ কৰা মহৰ্ষি কাৰ্লমাৰ্ক্সে পৃথিবীৰ ইতিহাসৰ সমুদ্ৰ-মন্থন কৰি জগতত যি নতুন বৈপ্লৱিক আৰু বৈজ্ঞানিক চিন্তাৰ প্ৰবাহ বোৱাই দি এই নিপীড়িত অৱহেলিতসকলৰ মুকুতিৰ পথৰ সন্ধেদ দি গ'ল, সেই পীড়িত-দলিতবেই নৱজীৱনৰূপে বাভাদেৱে জীৱনত অশেষ নিকাৰ ভুগিলে, গীত ৰচিলে ; নাট ৰচিলে, গালে বালে নাচিলে :

"গাম পীড়িতৰ চিৰ বিজয়ৰ গান
ফিৰাই আনিম দলিতৰ সন্মান
মৰা জগতৰ হৃদয়ত ঢালি প্ৰাণ
আনিম ধৰাত চিৰ-শান্তিৰ আভাষ ॥"

আকৌ তেওঁ ৰচনা কৰি গাইছে—

"শুদা মজিয়াত অকলশৰীয়া
বিনায় কোলাত হিয়া-জগৰীয়া
ভুৱায় লঘোণ, ভাত নাইকিয়া
হায় ! হায় !! দুখ-কপলীয়া
কান্দে দুখীয়া বনুৱা ॥

অসহ জীৱন উঠি জাহি যোৱা
ভগা হিয়া মানৱী আমঠু হিয়া
শ্ৰম কৰিও খাবলৈ নোহোৱা
আলই-বিলই হোৱা হতুৱা
কান্দে দুখীয়া বহুৱা ॥"

তেওঁ ধুবুৰী জেলতেই লিখা "হিয়াৰ পুং" নামৰ গল্পটোত গোৱালপাৰা জিলাৰ সাধাৰণ হোজা সৰলা বড়ো মহিলা 'ছোৱাৰী'ৰ জীৱন কাহিনীৰ আলম লৈ পোনতে 'ফুংখা' নামৰ বড়ো ভাষাৰ গল্পটো যেতিয়া তেওঁৰ পত্নী কনকলতাক অসমীয়া ভাষাত চমুকৈ কয়, তেতিয়া মহান হৃদয়ৰ নাৰী গৰাকীৰ দুচকুৰে সৰ্ সৰকৈ পানী পৰিবলৈ ধৰিলে। সেয়েহে ৰাভাদেৱে সেই গল্পটো পিচত অলপ বহলাই অসমীয়া ভাষালৈ ৰূপান্তৰিত কৰে।

তাত তেওঁ এজন সাধাৰণ কলীয়া আখৰকিটাও চিনি নোপোৱা বুঢ়া মানুহৰ মুখেৰে কোৱাইছে :

"আজি মানুহে কান্দিব নোৱাৰে। থকা, খোৱা, পিন্ধাৰ কাৰণে কান্দিলে চৰকাৰৰ পুলিচ-মিলিটাৰীহঁতে আহি কন্দা মানুহজনক ধৰি নিয়ে, কোবায়, ফাটেকত ভৰায়। আজি মানুহে কান্দিব নোৱাৰে। কিয় এনেকুৱা হয়? আইন, অইনৰ কাৰণে। এই আইন হৈছে ধনীক ৰক্ষা কৰা আৰু দুখীয়াক মৰা আইন। এনে আইনৰপৰাই ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা চলি আছে। এই আইনেই হৈছে ধনিক শ্ৰেণীৰ ছলনাৰ কৌশল। এনেকৈয়ে ধনতন্ত্ৰবাদে আইনৰ কায়দা-কৌশলৰ দাবে কাটিকুটি বাইজৰ দেহা ডোখৰা-ডুখৰি কৰে। আমাৰ অৱস্থা বেয়া হলে আমি এবাৰ কপালক, এবাৰ ঈশ্বৰক দোষ দিওঁ। দৰাচলতে কপালৰো দোষ নহয়, দেৱতাৰো দোষ নহয়; আচলতে ধনতন্ত্ৰবাদী সমাজ-ব্যৱস্থাৰহে দোষ। বিধাতাই মানুহকহে স্ৰজিছে, ধনী-দুখীয়া স্ৰজন কৰা নাই। ধনী হিচাপে কাবোবাক স্ৰজন কৰাহেঁতেন ধনীৰ ল'ৰা .মাকৰ

গৰ্ভৰপৰা জোতা-চোলা পিন্ধি বাজ হৈ ওলালহেঁতেন, সৰ্বহাৰা দুখীয়াৰ ল'ৰাৰ দৰে ধনীৰ ঘৰৰ কেঁচুৱাইও নঙঠা হৈ ওপজে। ধনতন্ত্ৰবাদী সমাজ-ব্যৱস্থাই গুপুতে গোপনে ধনীৰ ল'ৰাক ভালকৈ খুৱাই-বুৱাই পিন্ধাই ৰাখে।···

"ৰাইজসকল! হুতচিৰি হোৱা দুৰ্কপলীয়া হালোৱা-হজুৱা-বনুৱা ভাইসকল। যেতিয়ালৈকে ধনীৰ আইনৰ পেৰা-যন্ত্ৰটো আপোনালোকে ভাঙি নেপেলায়, তেতিয়ালৈকে সুখ-শান্তি আৰু মুক্তি নহয়। সেই পেৰা-যন্ত্ৰটো নাশ কৰিবৰ কাৰণেই বিপ্লৱ লাগে। সেই বিপ্লৱেই ধনতন্ত্ৰবাদ ধ্বংস কৰিব, আইনৰ পেৰা-যন্ত্ৰটো নষ্ট কৰি পেলাব, সমাজতন্ত্ৰবাদ থাপিব। ৰাইজেই ৰজা, জ্ঞাতিয়েই গঙ্গাৰ সোঁত বোৱাব, সেই নৈৰ কাষত কৃষক-বনুৱা পঞ্চায়ত-ৰাজৰ সৰগ পাতিব। সেয়ে হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।"···

"···যেতিয়া ধনৰ চিন্তা শেষ হব, যেতিয়া তেজপিয়া শোষকহঁতৰ শোষণ-পিয়ন নোহোৱা হব, তেতিয়া মানুহে সোণতকৈও এটি উৎকৃষ্ট বস্তু বিচাৰিব। সেয়া হৈছে জ্ঞান। আজি সেই জ্ঞানৰ শকতিৰে ভাবি-গুণি পোৱা সত্য হিয়াত লৈ যিসকলে ৰ'দক ৰ'দ নুবুলি, বৰষুণক বৰষুণ নুবুলি দিনে-ৰাতিয়ে গাৱেঁ গাৱেঁ ঘুৰি সত্যৰ বাণী প্ৰচাৰ কৰি ফুৰিছে, আজি সেই শোষক, ধনিক শ্ৰেণীয়ে আৰু সিহঁতৰ দালালহঁতে কয়—তেওঁলোক চোৰ, ডকাইত, নাস্তিক, ধ্বংসবাদী, সন্ত্ৰাসবাদী। কিন্তু সিহঁতে অসত্যৰে সেই সত্যক ঢাকিব নোৱাৰে, আঁতৰাব নোৱাৰে, নোহোৱা কৰিব নোৱাৰে। আই বসুমতীৰ বুকুৰপৰা পৃথিবীৰ ওপৰেদি সত্যই খোজ লৈছে খোপে খোপে, গুপুতে, গোপনে, সন্তৰ্পণে ;—মানুহৰ হিয়াত বিচাৰিছে থল। · ইয়াৰ এই সত্যৰ গতি ধীৰ, স্থিৰ আৰু গোপন। এই সত্যয়ে সৰ্বহাৰাৰ, আপোনালোকৰ দৰে দুৰ্কপলীয়া হালোৱা হজুৱা বনুৱা শ্ৰেণীৰ লগ,—অন্তৰৰ লগৰীয়া।···সেইদিন আহিছে, তেজে ৰঙা তেজাল দিন আহিছে, সোনকালে আহিব

ধৰিছে। সেইদিনা—সেইদিনা হ'ব আজিৰ হিচাপ-নিকাচ শোধ-পৰিশোধ।"...

সমাজ-জীৱনৰ হিচাপ-নিকাচ, বিচাৰ-বিবেচনা, শোধ-প্ৰতিশোধ বুৰঞ্জীয়ে কৰে। বিশ্ব-শিল্পী শ্ৰীমন্ত শঙ্কৰদেৱক গিলোটিনত সুমুৰাই দিব খোজা নৰপতি, পুঁজিপতি, ধনপতিসকলৰ চিন-মোকাম কোন কাহানিতেই নোহোৱা হৈ গ'ল, কিন্তু গায়ন-বায়ন-নচক-চিত্ৰকৰ-নটবৰ 'সৰ্বগুণাকৰ' মহাপুৰুষৰ শ্ৰীকৃষ্ণ-সংস্কৃতিয়ে কোটি কোটি লোকৰ মন মুহি আছে, শ শ শিল্পী-ভকতে সেই কৃষ্টিৰেই গীত-বাদ্য-নৃত্যৰ দ্বাৰা হেজাৰ হেজাৰ লোকক আনন্দ সৰোবৰত বুৰাই ৰাখিছে।

সাম্যবাদৰ সেৱক, মানৱতাৰ সংহতিৰ প্ৰতীক, বিষ্ণুপ্ৰসাদৰ বহুমুখী প্ৰতিভাৰ ফুল-চন্দনেও অসমৰ জাতি-উপজাতিক তথা মহাভাৰতক, তথা পৃথিৱীৰ সাংস্কৃতিক জগতক নিশ্চয় এক কৰি তুলিব। নৰপতিৰ ৰাজসভাত তেওঁৰ বিচাৰ ব্যতিক্ৰম নহয়।

। তেইশ ।

## "দেহা-বীণৰ তাঁৰ জোকাৰি···"

বৃটিছৰ সাম্ৰাজ্যবাদী কু-শাসনৰ অৱসানৰ পৰৱৰ্তী কালত যেতিয়া স্বাধীন ৰাষ্ট্ৰৰূপে ভাৰতবৰ্ষৰ আইনৰ পেৰা-যন্ত্ৰটো সাজিব লগা হ'ল, তেতিয়া সেই সাজন-প্ৰণালীত ধনতন্ত্ৰবাদৰ প্ৰভাৱ, বুৰ্জোৱা-গণতন্ত্ৰৰ মোহান্ধ অনুকৰণৰ তৃষ্ণাই সেই বচকসকলক আচ্ছন্ন কৰি তুলিছিল। সাম্ৰাজ্যবাদীৰ কুট-কৌশল আৰু ক্ষমতালোভীৰ ক্ষমতা-দখলৰ লোভৰ বলিস্বৰূপে মহা ভাৰতবৰ্ষৰ বিভাজন হৈছিল আৰু জন-সাধাৰণৰ প্ৰব্ৰজনে চাৰিওপিনে· হাঁহাকাৰ—হত্যা, লুণ্ঠন, অপহৰণৰ সৃষ্টি কৰি শান্তি, সত্য আৰু প্ৰগতিক প্ৰত্যাহ্বান জনাইছিল। এই-বিলাকৰ মাজেদিয়েই চলিছিল আইনৰ পেৰা-যন্ত্ৰটোৰ নিৰ্মাণ কাৰ্য্য।

সত্য-সুন্দৰ আৰু সাম্যৰ পূজাৰী বাভাদেৱ আৰু তেওঁৰ অনুগামী 'পিষ্ট-ক্লিষ্ট, নিপীড়িত, নিৰ্য্যাতিত, উপবাসী, কাৰাবাসী, অন্নহীন'ৰ বাবে প্ৰকৃত মুকুতি-ফুকুতি আৰু প্ৰগতিৰ বাবে যি সপোন দেখিছিল, সেই সপোনকেই বাস্তৱত ৰূপ দিবলৈ জঁপিয়াই পৰিছিল বিপ্লৱৰ অগ্নি-শিখাত। তেওঁৰ সাহিত্য-সঙ্গীত-কলা সকলোতে সাম্যবাদৰ মহান আদৰ্শ ৰূপায়িত হৈছে, মহামনৱৰ মুকুতিৰ সুৰ ধ্বনিত হৈ পৰিছে, 'দেহা-বীণাৰ তাঁৰ'ৰ জোকাৰণিয়ে আত্মাক পৰশিছে :

"সৱৰৰ বীজ-মন্ত্ৰ
গুপুত সাম্যৰ তন্ত্ৰ

আছে গুপ্তভাৱে সেই হৃদয়-কমলত,
যাৰ হৃদয়ৰ পৰা
বয় সমতাৰ ধাৰা
সমানে সমানে ধুই পৱিত্ৰ জলত
কৰি মুক্তি স্নান
হই সাম্যময় জ্যোতিষ্মান,
জগতবাসীয়ে পাব সমানে জগত।
দূৰ হব শোষক-শোষণ মহাপাপ
দুখীয়াৰ বুকু জ্বলা তাপ ;
শোষণৰ বেদন যন্ত্ৰণ, জ্বালা হব চুৰমাৰ
শোষক শোষিত ছাৰখাৰ।...
...দহন দলন ক্লেশ
নিপীড়ন নিৰ্য্যাতন হব আজি শেষ
নিষ্পেষণ, হেজাৰ যন্ত্ৰণা
সকলোৰে হব অৱসান।...
শ্ৰেণীহীন
জাতি-দল-বিভেদ-বিহীন
হব এক অভিনৱ নতুন সমাজ-তন্ত্ৰ
উচ্চাৰিত মহামন্ত্ৰ
চলাই সাম্যৰ যন্ত্ৰ
বিশ্ব-সংঘৰ মিলি সৱে
কৰিব শাসন
ৰজা হব হীন জনগণ
গঢ়ি পাতি সুখৰ সমাজ
“পঞ্চায়ত ৰাজ”।...

(মুক্তি-দেউল)

এয়েই আছিল উদাৰ শিল্পীজনাৰ সপোন। ইয়াৰ বাবেই তেওঁ

জীৱনক তুচ্ছ-কৰি মিছিবালি পাতিছিল নিপীড়িত, নির্য্যাতিত, পদদলিতৰ জগতত। তেওঁ মানুহৰ উচ্চ-নীচ কোনোদিনেই দেখা নাপালে, জনগণৰ মাজত দেখা পালে কলা-কৃষ্টিৰ সাত সমুদ্ৰৰ প্ৰৱাল-মণি-মুকুতা। তেওঁৰ নিজৰ ভাষাতে :

"জনতা অফুৰন্ত কলা-শিল্পৰ উঁৱাল।...সেই জনতা, সেই ৰাইজৰ সান্নিধ্য লভি, তেওঁলোকৰ হিয়াৰ একাল বুকুৰ জীউ, কলিজাৰ আমঠু হৈ,—তেওঁলোকৰ চেনেহৰ মৰমৰ হিয়া-সাগৰত বুৰ মাৰি মই এই শিল্প-সৰস্বতীক লাভ কৰিছোঁ। আজি মোৰ সাৰস্বত-আত্মাই সৰস্বতী-বোঁৱতী সুঁতিক বোৱাব খোজোঁ। ই মোৰ নিজৰ গৌৰৱ নহয়। ৰাইজৰ অন্তৰ-ফুলনিৰ ফুলে ফুলে উৰি উৰি পৰি পৰি মৌগুটি ভোমোৰাৰ দৰে ৰস শুহি শুহি মই মোৰ হৃদয়ত মৌ-কোঁহ ৰচনা কৰোঁ। সেই ৰাইজৰেই মৌ মই ৰাইজক বিলাওঁ। সি মোৰ কোনো নিজস্ব নহয়।...শিল্পীৰ ই ধৰ্ম। মই সেই ধৰ্মহে পালন কৰোঁ।

ৰাইজৰ লগত যে মোৰ এই ঘনিষ্ঠ সম্পৰ্ক,—নিবিড় সম্বন্ধ—তেওঁলোকৰ জীৱনৰ কথা যদি মই নেলেখোঁ বা প্ৰকাশ নকৰোঁ, তেন্তে সি মোৰ মহাপাপ হব।...সেই কাৰণে কিছু কিছু গল্প, কবিতা, নাটক, উপন্যাস লিখিছিলোঁ।"...

ভাৰতীয় সাহিত্যত নলিনী কিশোৰ গুহৰ 'বাংলায় বিপ্লববাদ' আৰু সুপ্ৰকাশ ৰায়ৰ 'ভারতের বৈপ্লবিক সংগ্রামের ইতিহাস' যেনেকৈ সশস্ত্ৰ বিপ্লৱৰ প্ৰথম গ্ৰন্থ, সেইদৰেই সাহিত্যিক ৰাভাদেৱৰ সাহিত্যই সাম্যবাদী বৈপ্লৱিক আদৰ্শৰ প্ৰথম সৃষ্টিধৰ্মী অসমীয়া সাহিত্য। বাস্তৱ অভিজ্ঞতা, পৰ্য্যবেক্ষণ, বিশ্লেষণ, প্ৰত্নতাত্ত্বিকতা, সৌন্দৰ্য্যৰ সন্ধান আদি বিশিষ্ট গুণেৰে তেওঁৰ সাহিত্য ৰমক্-জমক্।

"হিয়াৰ পুং" নামৰ গল্পটিত থকা ছোৱাৰী নামৰ কছাৰী ছোৱালীজনীৰ ৰূপৰ বৰ্ণনা অতি মনোমোহা :

"চুপহী ফুলৰ দৰে ৰূপহী। তাইৰ দেহ-ৰূপ ধুনীয়া,—পুৰুভি

ৰেলিৰ দৰে মুখখন সোণোৱালী ;—দাঁত কেঁচাপোহি আঁঠৰ দৰে বগা ফট্‌ফটীয়া, হাঁহিলে বিজুলীৰ চকমকনিৰ দৰে চিক্‌মিকায় ;—গাল দুখন ঔ চকলাৰ দৰে গোল, পিছল, মিহি ;—মিহি চিল্‌মিলীয়া চুলিটাৰি মেঘৰ দৰে ক'লা কেচকেচীয়া, ঘোঁৰাৰ নেজ কোছাৰ দৰে দীঘলীয়া, খোপা বান্ধিলে খাটৈৰ ভলিৰ দৰে, নিমজ, শকত-আৱত ; আমৰলু পকাৰ দৰে কঁকাল সৰু ;—কথা কলে হাঁহৰ ডিঙিৰ দৰে ডিঙি লেতু-সেতু ;—চকুৰ চাৱনি মোহিনী, জুইকুৰাৰ দৰে জল্‌মল্। এক কথাত কবলৈ হলে তাই ধুনীয়া, গুৱনী, ৰূপহী, লাৱনী।”

অসমৰ বিভিন্ন অঞ্চলৰ কথিত অসমীয়া ভাষা তেওঁ সুন্দৰকৈ কবও পাৰিছিল আৰু লিখিবও পাৰিছিল। তেওঁ কৈছিল যে এই কথিত ভাষাবিলাকৰ দৰে মিঠা মাত-কথা আৰু একো হব নোৱাৰে। শ্ৰীমন্ত শঙ্কৰদেৱৰ চিত্ৰ অঙ্কণৰ কালত তেওঁ এদিন সন্ধিয়া পৰত বৰপেটাত বাটেদি যাওঁতে এক বিধৱা বুঢ়ীৰ কান্দোন কাণত পৰিছিল। তেওঁ বৈ গ'ল। লগত থকা সঙ্গীজনে ক'লে, “কাৰাৰ পুতেক মোৰ্‌ছে দিয়ক।”

বিধৱা বুঢ়ীয়ে পুতেকৰ ৰূপ-গুণ বৰপেটীয়া মাত-কথাৰে বৰ্ণাই হিয়া-ঢাকুৰি কান্দিছিল।

তেওঁ বুঢ়ীজনীৰ চোতাল পালেগৈ। “ইমান সুন্দৰ করুণ সুৰ!” তেওঁ গুনা-গুনাকৈ কলে।

ক্ষন্তেকৰ পিচতেই বুঢ়ী সুস্থিৰ হ'ল। দৰদী শিল্পীজনাৰ চকু দুটি চকুলোৰে সেমেকি গ'ল। বুঢ়ীক মাত লগাই তেওঁ পুনৰ আলিবাট পালেহি।

হৰেন ৰাজবংশী বিলাসীপাৰা অঞ্চলৰ শালকছাৰ শুকং-ভাড়িৰ হোজা, চহা, গাৱঁলীয়া মানুহ। তেওঁৰ সৰলতাৰ বাবে আইনৰ মেৰপাকত পৰি বেচেৰাই জেইলত নিকাৰ ভুগিব লগা হৈছিল। এনে নিষ্পাপ সত্যবাদী সৰল হৰেনক কেন্দ্ৰ কৰিয়েই তেওঁৰ “মামীৰ হাৰ” গল্পৰ জন্ম।

অলপ পৰ বৈ সোধোঁ,—"কি কেইচত এই নবকলৈ আহিলা ?"
"চুৰি কেইচ্ ।"
"কি চুৰি ?"
"সোনা চুৰি ।"
"কাৰ সোণ ?"
"মামীৰ হাৰ ।"
আচৰিত হৈ কওঁ,—"হাৰ—মামীৰ হাৰ ?" তাৰ পিচত গহীনাই সোধোঁ,—"কিয় মামীৰ হাৰ চুৰ কৰিছিলা ?"
"পৰৰ বুদ্ধিতে, মোৰ ভতিজাৰ বুদ্ধিতে ।"
"কেনেকৈ ?"
"নবই মোৰ ভতিজা হয়তো। দিনেৰ বেলা খাইয়া-দাইয়া ঘুম পৰ্ছুং—বাগাৰ দিছোং। ভতিজা আছিয়া কাঁচা ঘুমুতে তুল্‌ছে। তুলিয়া ডাকাইয়া দিছে—পাটাবাৰীৰ কাণে—তাৰ হাতত এখান দাও ছুৰ অস্ত্ৰ। নিয়া হুলে কয়—'তুই যদি বাক্সটা নানিছ মামীৰ ঘৰেৰপৰা, তাহলে তোৰ জীৱন ছেচ্ ।' তাৰ পৰে মুই ভাবিয়া-চিন্তিয়া গেলোং আনিবা। জীৱনটা ছেচ্ হোওৱা ভাল্, না থাকাই ভাল্ ? আনিয়া বাক্সটা দিলোং ওৰ হাতত ফেলিয়া,—নব ভতিজাৰ হাতত ।"
"মামীয়েৰা নাছিলনে ?"
"মামী নাছিল। কন্যা কৰাৰ গেছে। ভৰা দুপুৰ ।"
"মোমায়েৰা ?"
"নাই। মামা মৰ্ছে।" অলপ বৈ কয়,—"আনিয়া বাক্সটাৰ তালা ছিনাইয়া ভতিজাই ভাংছে। ভাঙিয়া ও দুই-ছো টকা লইয়া গেছে—আৰ্ মোক দিছে সোনাৰ হাৰ্ডাল্ ।"
"তাৰ পিচত ?"
"ও নিয়া ভাগিছে। আৰ্ মই গলাত পিন্ধিছোং। 'হাৰ্ডাল্ গলাই পিন্ধিয়া ঘুৰি বেৰাইছোং। তাৰ পৰেৰ দিন হাটতো

গেছোং—বুধবৰীয়া হাটত। ওই মামীৰ হাৰটা গলাত পিন্ধিয়া হাটৰ মধ্যত বেৰাইছোং।"

"তাৰ পিচত?" কৈয়ে হাঁহো।

"ও জিজ্ঞাছ কৰে 'কাৰ হাৰ'—'মামীৰ হাৰ।' ওটাই জিজ্ঞাছ কৰে—'কাৰ হাৰ বাপুৰে,'—'মামীৰ হাৰ।' তাৰ পৰে গলাত পিন্ধিয়া হাটত ঘুৰিছোং। ঘৰত আছিয়া খাইয়া-দাইয়া ঘুমাইছোং—বিশ্ৰাম লৈছোং। মোক জাগাইয়া বেটাটা কয়, 'বাপুৰে হাৰডাল কুটি পাইছে।'—তাৰ পৰে মুই খিদিৰ-মিদিৰ উঠিয়া মুখ-হাত ধুইয়া একটা বিৰি খাবাৰ লাগিছোং। এৰ পৰে দাৰোগা পুলিচ আছিয়া পৰ্‌ছে। আছিয়া জিজ্ঞাছ কোৰ্‌ছে, 'তোৰ থায় একটা সোনাৰ হাৰ আছে না?' 'আছে'—কৈছোং। 'এই গলতে।"

"...বিলাসীপাৰা থানাত এক ৰাত্ৰি থাকিছোং। থাকিয়া ফিৰ কাছাৰিত আন্‌ছে মোটৰ দিয়া ধুবুৰীত। হাজতত তিনি মাছ আছুং। তাৰ পৰে এক দিন কাছাৰীত হাকিমে জিজ্ঞাছা কৰ্ছে—'চুৰি কৰ্ছি না, নাই কৰিছ?' মুই বোল্‌লুং—'চুৰি কৰ্ছোং বাপুৰে হাকিম। মামীৰ ঘৰে চুৰি কৰ্ছোং—সোনা এক তোলা—এই হাৰডাল। আৰ্‌ কিছু নাই আনা। হুজুৰ মাপ দিবাৰ লাগে।' 'মাপ তাপ নাই যা। চাৰি মাছ মান জেইল্‌ খাটিয়া-খুটিয়া যাবি আৰৌ কি?'...হাকিমে ৰায় দিছে।"

এনেদৰেই সুন্দৰ সহজ-সৰল হৃদয় ছুই যোৱা ভাষাৰে তেওঁ 'মামীৰ হাৰ' গল্প লিখিছে।

ফণী শৰ্মাৰ 'কিয়' নাটত তেওঁ ঘকৰা লগুৱা 'পেঠো'ৰ ভাওত উত্তৰ গোৱালপাৰাৰ কাকৈজানা অঞ্চলৰ মাত-কথাৰে বচন কৈ ১৯৬০ চনত তৰুণ ফুকন নাট্যমঞ্চত দৰ্শক শ্ৰোতাক বিমুগ্ধ কৰিছিল।

শ্বেক্সপীয়েৰৰ নাটৰ মঞ্চাভিনয়ত যেনেভাবে জেভিদ গেৰিক মানৰ অভিনেতাজনে প্ৰতিভাৰ পৰিচয় দিছিল, সেইদৰেই যাত্ৰাদলৰ এই ভাওটিত বিশেষ প্ৰতিভাৰ পৰিচয় দিছিল। 'বাইজেই ৰজা,

গিয়াতীয়ে গঙ্গা' অসমীয়া সমাজৰ প্ৰাচীন সাম্যবাদী ভাবধাৰা আৰু সংহতিৰ সুৰ বাভাদেৱৰ বিভিন্ন ৰচনাত মুখৰিত হৈ উঠিছে। তেওঁৰ বিপ্লৱী-জীৱনৰ অজ্ঞাতবাসৰ সময়ৰ কথা কওঁতে তেওঁ নিজেই কৈছে—"ৰাইজৰ মৰম-চেনেহেই আমাৰ ৰক্ষাকবচ, ৰাইজৰ আশীৰ্বাদেই আমাৰ পাশুপাত-অস্ত্ৰ। এই ৰক্ষাকবচ আৰু পাশুপাত অস্ত্ৰৰ বলতেই আমি সুস্থ, বলিষ্ঠ, নিৰ্ভীক সৈনিক।"...

অকল শোষণ-পীড়নৰ বিৰুদ্ধেই নহয়, প্ৰবঞ্চনা-শঠতাৰ বিৰুদ্ধেও তেওঁ নানা গীত ৰচিলে, সুৰ দিলে, নিজে গালে আৰু আনৰ দ্বাৰাও গোৱালে। কৃষক-বনুৱা পঞ্চায়ত-ৰাজৰ সপোনে তেওঁক সদায় উদ্বুদ্ধ কৰিলে, নিৰাশ্ৰয়-নিৰ্বলীৰ তেজ শুহি ধনী হোৱা ধন-কুবেৰসকললৈ মাধমাৰ সোধাৰলৈ তেওঁ সদায় প্ৰস্তুত।

"স্বাধীন-চিতীয়া হালোৱা ডেকা বণুৱা,
পঞ্চায়তী যুগৰ ন-মনৰে মনুৱা,
যুজিব সমৰত লগৰীয়া বনুৱা।
চিনি লচোন কোন শত্ৰুক লুকাই আঁৰত তোৰ ;
ভাঙ ৰঘুমলা তেজপিয়া কুবেৰৰে মূৰ,—
জীৱন ভৰি নপৰিব তেওঁৰ ছুখৰে ওৰ,—
যিমান দিন বাচি থাকিব ধনৰ খকুৱা॥
বাৰে বাৰে জাতিৰ নামত চুৰি ডকাইতি খেল,—
বজ্জাতৰ দলে পাতে নানা জালিয়তী মেল।
আগবাঢ়ি বল ভাঙি-ছিঙি জুলুম-বাজীৰ জাল,
নকৰিবি ভয় ;—ব'ল হই শোষণবাদীৰ কাল ;—
নতুন যুগৰ নতুন ভাৱৰ, নতুন ৰণৰ মাল !—
আগুৱাই যা আগবাঢ়ি ব'ল আগবাঢ় ছুখীয়া॥"

তেওঁৰ সুৰ সদায় নিমজ, সুৰদী আৰু অন্তৰৰ মৰ্মস্থানবপৰা নিগৰি অহা। তেওঁৰ ৰচনা, যোজনা, অঙ্কন, অভিনয়, সকলো অকৃত্ৰিম। তেওঁৰ চিত্ৰসমূহত শুদ্ধতা, সবলতা, ধৈৰ্য্য স্পষ্টভাবে দেখা যায়।

জটিলতা-কৃত্ৰিমতা তেওঁৰ দৈনন্দিন জীৱনতো নাই, আৰু তেওঁৰ সৃষ্টিসমূহতো বিৰল। স্থিতিশীলতা আৰু ৰক্ষণশীলতাৰ শিল্পীজনা আছিল সদায় ঘোৰ বিৰোধী। নটৰাজ নৃত্যৰ প্ৰগতিশীলতাই নৃত্য-নূপুৰ-ছন্দ-গীতৰ মনোমোহা সুৰে তেওঁৰ মন-প্ৰাণ সদায় বিভোৰ কৰি ৰাখিছিল। তেওঁ আছিল প্ৰকৃত কলাকাৰ, তেওঁৰ মানস চকুত সদায় জাগৰিত হৈ ৰৈছিল—'শ্ৰীশ্ৰীকলাৰতী',—শ্ৰীকৃষ্ণ-সংস্কৃতি, সেই কলা-সংস্কৃতিয়েই তেওঁৰ সাধনা, জীৱনজুৰি তেওঁ তাৰেই মহিমাৰ গীত গালে। সেয়েহে তেওঁ ৰচনা কৰিলে :

"জীৱন জুৰি তোমাৰে গান গালোঁ
দেহা-বীণাৰ তাঁৰ জোকাৰি
কিমান সুৰ বজালোঁ
তেওঁ যে প্ৰভু তোমাক নাপালোঁ ॥

সেই ৰাগিনীৰ তালে তালে
নাচনী জোনায়ে
নীল আকাশৰ চোতালতে
নাচে ছেৱে ছেৱে।

মোৰেই সুৰত নাচেনে সেই
তোমাৰ সুৰত নাচে ?
তোমাৰ অসীম লীলা নুবুজিলোঁ
তেওঁ যে প্ৰভু তোমাক
নাপালোঁ ॥

॥ চৰিবশ ॥

# সুৰ দেউলৰে শিকলি ৰূপেৰে

ৰুদ্ধ-কাৰাগাৰৰ ওপৰেদি উৰাই থকা নীল বৰণীয়া আকাশখনলৈ কিমান কল্পনা, কিমান সুৰ, কিমান কবিতাৰ সমলে শিল্পী বিষ্ণুপ্ৰসাদক আপোনপাহৰা কৰি পেলায়, তেওঁ নিজেই কব নোৱাৰে।

ভাৰতীয় দণ্ডবিধি আইনৰ কেবাটাও ধাৰাত তেওঁ অভিযুক্ত—লুট, হত্যাৰপৰা ঘৰ জ্বলোৱালৈকে একো বাদ নাই। বিচাৰ নোহোৱাকৈ জেলতেই দুবছৰ পাৰ হৈ গ'ল। অনাদৃত বাট-পথৰ যোগাযোগ হ'ল। গাৱঁৰ মৰমেভৰা ৰাইজলৈ তেওঁৰ মনত পৰি থাকে। তেওঁলোকৰ মৰম-চেনেহ-সহৃদয়তা তেওঁ জীৱনত কোনোদিনে পাহৰিব নোৱাৰে। কত চোৰাংচোৱাৰ তীব্ৰ অনুসন্ধান, কত চিপাহী-চন্তৰীৰ বুট জোতাৰ গিৰিপ্-গাৰাপ্ শব্দৰ মাজতো তেওঁলোকে তেওঁক লুকাই ৰাখিছিল। শিল্পীজনাৰ মতে কিন্তু তেওঁৰ দোষ এনেহে। এই কথাষাৰ তেওঁ ১৯৫৮ চনত বৰপেটাৰ বৃন্দাবন হাটীত বহা শ্ৰীশঙ্কৰদেৱৰ সোঁৱৰণী সভাত বৰ আবেগৰ সুৰত কৈছিল। তেতিয়া অসমৰ মুখ্যমন্ত্ৰী আছিল বিষ্ণুৰাম মেধি।···"বিষ্ণু মেধিৰ চৰকাৰে বিষ্ণু ৰাভাক বিচাৰি ফুৰে। কাৰণ বিষ্ণু ৰাভাই গাৱেঁ-ভূঞে সোণসেৰীয়া সংস্কৃতিৰ সম্পদবিলাক বুটলি ফুৰে। এয়া সংগ্ৰহ, সংগঠন নহয়। এয়ে বিষ্ণু ৰাভাৰ দোষ।"···

এই সভাত তেওঁ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ বিষয়ে ভাষণ দিওঁতে অসমীয়া সংস্কৃতিৰ আঁতিগুৰি, প্ৰবাহ, ক্ৰমবৰ্ধমানতা আদি বিভিন্ন দিশৰ তেওঁৰ অনুসন্ধান আৰু গবেষণামূলক ন-ন কথাৰে চাৰি ঘণ্টা বক্তৃতা দিছিল। বাইজে নিমাত-নিতাল মাৰি শুনি আছিল যেন কোনো ৰূপকথাৰ মনোৰম কাহিনীহে ১৯৪৫ চনৰ বৰপেটাৰ ছাত্ৰ-সম্মিলনৰ কনিষ্ঠা অধিবেশনৰ ভাষণ "অসমীয়া কৃষ্টিৰ চমু আভাষ-তকৈ বহুত বেছি কথা আৰু তথ্যৰে পৰিপূৰ্ণ আছিল।*

ৰাজনীতিত প্ৰবেশ কৰিলেও, ৰাভাদেৱৰ মন-প্ৰাণ আৰু কাৰ্য্যসূচী সমাজ-নীতি বা সাহিত্য-নীতি নাইবা কলা-সাধনাৰ পথৰপৰা এচুলিও আঁতৰি অহা নাছিল। তেওঁৰ মতে মানৱ জীৱনৰ পূৰ্ণতাৰ বাবে, এইবোৰ এৰাব নোৱাৰা বিভিন্ন ফালহে। যদিও নানা আইন-ভঙ্গৰ অভিযোগত তেওঁৰ গ্ৰেপ্তাৰৰ পৰোৱানা বাহিৰ হৈছিল আৰু আত্মগোপনৰ কালত তেওঁক গুৰুতৰ অপৰাধৰ আচামী কৰিবলৈ যত্ন কৰা হৈছিল, তথাপিও তেওঁৰ বন্দী-জীৱনৰ কালত সেই অপৰাধসমূহৰ ভিত্তিত তেওঁৰ বিৰুদ্ধে আদালতত চাৰ্জ-চিট দাখিল কৰাটো বোধহয় সম্ভৱপৰ নহ'ল আৰু সেই কাৰণে তিনি বছৰ কাল জেলত ৰাখি চৰকাৰে তেওঁক সসন্মানে ১৯৫৩ চনৰ জুলাই মাহত মুকলি কৰি দিয়ে। ইতিমধ্যে প্ৰায় এবছৰ আগৰপৰাই কমিউনিষ্ট আন্দোলন দেশৰপৰা শাম কাটিছিল, আনকি পশ্চিমবঙ্গ আৰু টেলেঙ্গানা আদি ৰাজ্যতো ই লাহে লাহে নিতাল মাৰি আহিছিল।

এনেকৈ জেইলৰ লোহ-প্ৰাচীৰৰপৰা তেওঁক যে চৰকাৰে সোনকালে বিদায় দিব, সেই কথা তেওঁ কিন্তু ভাবিবই পৰা নাছিল। জেলৰ ভাত খাই জীয়াতু ভুগি থকা সৰল-সহজ 'গৌৰাং' হবেনইঁতলৈ তেওঁৰ মনটো পুৰিবলৈ ধৰিলে। সিহঁতৰো তেওঁৰ বাবে চকুলো

* এই ভাষণটো পিচত লিখি উলিয়াব বুলি সভাৰ শেষত চাহ খাওঁতে তেওঁ কৈছিল যদিও সেই কাম হৈ নুঠিল। এই সভাখনত উপস্থিত হবলৈ এই লেখকৰো সৌভাগ্য হৈছিল।

ওলাইছিল। বন্দীশালৰ বহুতেই অনুভৱ কৰিছিল যে সীমাৰ পীড়নত জৰ্জৰিত হৈ থকা সিহঁতৰ দানৱীয় ৰাজ্যৰপৰা দেৱতাৰ অন্তৰ্ধান হ'ল। জেল কৰ্তৃপক্ষৰপৰাই তেওঁক ৰেলযোগে তেজপুৰলৈ পঠিয়াই দিয়াৰ ব্যৱস্থা হৈ উঠিল। চৰকাৰী ভানত আনি তেওঁক গোলোকগঞ্জত ৰেলত তুলি দিলে।

বাটত তেওঁ ক'তো নমা নাছিল। প্ৰত্যেকটো ষ্টেচনেই তেওঁৰ চিনাকি। পলাতক জীৱন-যাত্ৰাৰ সময়ত কিমান দিন তেওঁ এইবিলাক ষ্টেচনৰ মাজেদিয়েই ৰেল-লাইনৰ ওপৰেদি খোজকাঢ়ি গৈছে। কিমান ৰাতি ৰেল-লাইনৰ বনুৱাৰ ঘৰৰ আগৰ চোতালত ঢাবিত বাগৰ দি সিহঁতৰ দুখৰ-সুখৰ কথা শুনি, সিহঁতৰ লগত একাত্ম হৈ পৰিছিল!

ট্ৰেইন আহি ৰঙিয়া ষ্টেচনত থিয় হৈছিলহি। তেতিয়া ৰাতি পুৱাইছিল। ৰঙিয়াৰ ৰঙিয়াল ৰাইজৰ মাজত তেওঁ দীঘলীয়া বক্তৃতা দি গৈছিল। অসমীয়া কৃষ্টিৰ কথাই নহয়, শিল্পী-কলাকাৰ শ্ৰীমন্ত শঙ্কৰৰ কথাই নহয়, লগতে আন্তৰ্জাতিক বিপ্লৱী নেতৃত্বৰ কথা, সামন্তবাদী, পুঁজিবাদী ব্যৱস্থা উচ্ছেদৰ কথা, দুখীয়াসকল সৰ্বহাৰাৰ শ্ৰেণীত পৰিণত হোৱাৰ ইতিহাসৰ ধাৰা ইত্যাদি।

তেওঁ তেজপুৰ গৈ পোৱাত নানা ঠাইৰপৰা নানা মানুহ গৈ তেওঁৰ ঘৰ ৰজনজনাই তুলিলে। ফণী শৰ্মা, চন্দ্ৰ গোস্বামী, কমলা আগৰৱালা, নবীন কাথহাজৰিকা, জীৱন কলিতা, বিবুধ কলিতা আদি অসংখ্য লোকে তেওঁক আগুৰি ধৰিলে।

"সুৰৰে দেউলৰে
ৰূপৰে শিকলি
ভাঙি দিলি খুলি
দুৱাৰ সোণোৱালী,
পূজাৰী অ'
পূজাৰী অ'
সুন্দৰ পূজাৰী" !!!

সুন্দৰৰ পূজাবায়ে পুনৰ নতুন নতুন সম্ভাৱেৰে যেন উজ্বুৰহে পাডিব। নতুন নতুন অভিজ্ঞতা, নতুন গৱেষণা, নতুন চিন্তাই তেওঁক আগ্ৰুত কৰি তুলিলে। বহুত আঁচনিৰ কথা তেওঁ অতিথিসকলৰ আগত প্ৰকাশ কৰিলে। সকলোৱে আনন্দ পালে। আশা কৰিলে—এইবেলি বিষ্ণুপ্ৰসাদৰ বহুমুখী প্ৰতিভাই ন-ন ৰূপ লব, গীতে-পদে-ছন্দে, চিত্ৰে-সুৰে-তালে নানাভাৱে। অসমৰ বিভিন্ন ঠাইৰপৰা তেওঁলৈ নিমন্ত্ৰণ আহিবলৈ ধৰিলে,—ক'ৰবাত সভা, ক'ৰবাত সন্মিলন, ক'ৰবাত থিয়েটাৰ, ক'ৰবাত বা সঙ্গীতৰ পয়োভৰ। ক'ৰবাত ছাত্ৰ-সভা, ক'ৰবাত যুৱক সংঘৰ অধিবেশন ইত্যাদি।

বেলশৰৰপৰা কনকলতা আহি পালে। তেওঁৰ মুখখন কিছু গোমা—বিষণ্ণ।

সাংসাৰিক জীৱনত বিষ্ণু ৰাভাই বিশেষ কৃতকাৰ্য্যতা লাভ কৰিব পৰা নাছিল; কিন্তু সহধৰ্মিণীৰ প্ৰতি তেওঁৰ প্ৰেম গভীৰ ধৰণৰেই আছিল। কনকলতাৰো স্বামীৰ প্ৰতি আছিল অসীম প্ৰণয়, শ্ৰদ্ধা, সহৃদয়তা। তেওঁলোক দুয়োৰো দাম্পত্য জীৱন সুখৰেই আছিল; কিন্তু অভাৱ-অনাটনে কোনোদিন এৰা দিয়া নাছিল। পিছে অভাৱ-অনাটনে দৃঢ়মনা, সদাহাস্যময় বিষ্ণুপ্ৰসাদক কোনোদিনেই টলাব পৰা নাছিল। পুঁজিপতি আৰু ধনিক শ্ৰেণীৰ নেতৃত্ব আৰু ক্ষমতাৰ আগত তেওঁ কোনোদিনেই মূৰ নোদোঁৱালে, বৰং কয়িষ্ণু জীৱনকেই তেওঁ সদায় আদৰি লৈ আনন্দ আৰু তৃপ্তিৰে জীৱনৰ দিনবোৰ কটাই গ'ল। ইয়াৰ মাজেদিয়েই তেওঁ সভা-সমিতি, গীত-নৃত্য-অভিনয়ৰ লগত নিজকে জড়িত ৰাখিলে।

সশস্ত্ৰ বিপ্লৱী পথৰ জয়-যাত্ৰাৰ আধকৰা বাটৰপৰা উভতি আহি তেওঁ শ্ৰীমন্ত শঙ্কৰদেৱৰ মহা সংস্কৃতিক জনতাৰ জীৱনত প্ৰতিষ্ঠিত কৰিবলৈ দেহেকেহে লাগিল। অসমৰ বিভিন্ন জাতি, উপজাতি, সম্প্ৰদায়ৰ মাজত ঐক্য, সংহতি, সম্প্ৰীতিৰ জাঁকো বান্ধিবলৈ যত্নপৰ হ'ল। চিকুৰত বাজি উঠা মৰ্মভেদী অসমীয়া সুন্দৰ সন্তান পোন-

প্ৰথমে তেওঁহে দিব পাৰিলে। বিহুৰ আভি-শুৰি, ব্ৰহ্মপুত্ৰ বহ্‌বম্‌পুতুৰ-নামৰ আদি কথা, কামাইখা বা খাম্ৰাইখা আদিৰ শুৰি-জনমৰ কথাৰ তেওঁহে নতুন দিগন্ত খুলি দিলে।

শিল্পী-সাহিত্যিকজনাৰ "সঙ্গীত আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ গায়ন", "জন-জাতীয় সংস্কৃতিত শিল্প," "ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে" ইত্যাদি প্ৰবন্ধই ভৱিষ্যত গৱেষকসকলৰ বাবে চিন্তা-চৰ্চাৰ নতুন পথ মুকলি কৰি থৈ গৈছে। "দিমাছা কছাৰীৰ বুৰঞ্জী", "ৰাভা জাতিৰ ইতিহাস", "বড়ো জাতিৰ ইতিহাস", "বাল কাৱেং" আদি সকল গৱেষণামূলক পুথিবোৰো নানা নতুন তথ্যৰে পৰিপূৰ্ণ। তেওঁ বেজবৰুৱাদেৱৰ "বাঁহী" আলোচনীত লিখা "বৃহত্তৰ বা বহল অসমৰ পৰিকল্পনা" প্ৰবন্ধৰ কথাবোৰ আজিও সেই কবিজনাৰ সপোন হৈয়ে বৈ গ'ল। বিষ্ণুপ্ৰিয়া ৰাভা ঠাকুৰীয়া ছদ্মনামতো তেওঁ কেবাটাও প্ৰবন্ধ আৰু নাটক লিখিছিল।

তেওঁৰ ২০২ শৰীয়া "নাৰী-নৰ" কুৰি শতিকাৰ শেষাৰ্ধৰ এখনি উল্লেখযোগ্য কাব্য-গ্ৰন্থ।*

"...আমি দুয়ো মিলিলোঁহি
আদি-নাৰী-নৰ
ভূলোক দ্যুলোক আৰু ভৱলোক
ফুৰি ফুৰি
উলাহেৰে বিচাৰি বিচাৰি
আকউ পালোঁহি সেই
পৃথিবী পুৰণি
জৰাজীৰ্ণ নাগিনী ধৰণী।"...

---

* শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস আৰু আমি এবাৰ তেজপুৰৰ তেওঁৰ ঘৰলৈ যাওঁতে আমাক পঢ়ি শুনাইছিল। তেতিয়া সেই কাব্যখন তেওঁ লিখিবলৈহে আৰম্ভ কৰিছিল। এই কাব্যখনৰ এটি অংশ ৩।৫।৫৭ তাৰিখৰ 'অসম বাণী'ত প্ৰকাশ হৈছিল।

প্ৰেম আৰু দৰ্শনৰ সান-মিহলি হৈ থকা এই কাব্যখনত মানৱ জীৱনৰ এই জীৱনটোকেই আদি আৰু শেষ জীৱন বুলি কোৱা নাই। তেওঁ যেন এই পৃথিবীলৈ আগতেও আহিছিল আৰু পুনৰ আহিব। সৃষ্টি-তত্ত্ব বুজিবলৈকো তেওঁ যত্নবান হৈছে। এই সৃষ্টি-তত্ত্বৰ অনুভূতিৰপৰাই তেওঁ পাইছে মহান শকতি, নতুন প্ৰেৰণা আৰু এক নৈসৰ্গিক নতুন অনুভূতি।

লিওনাৰ্ডো ড্য-ভিন্সি আদি মহান শিল্পীসকলৰপৰা বিষ্ণুপ্ৰসাদে অনুপ্ৰেৰণা লাভ কৰিলেও, মাৰ্ক্স-এন্‌জেল্‌ছ, লেনিন আদি মনীষীসকলৰপৰা তেওঁ ৰাজনীতি-সমাজনীতিৰ জ্ঞান লভিলেও, তেওঁৰ শিল্পী-জীৱনৰ অনুপ্ৰেৰণা, অনুভূতি, অভিজ্ঞতা, জ্ঞান-বিজ্ঞান আৰু শকতি-ভকতিৰ মূল ধাৰাবোৰ যেন মহৎ শিল্পী শ্ৰীমন্ত শঙ্কৰদেৱৰপৰাহে নিজৰি নিজৰি আহিছিল।

তেওঁৰ পিতৃ ৺গোপাল চন্দ্ৰ ৰাভাই অৱসৰৰ পিচত নিকামুল সত্ৰত শৰণ লৈছিল আৰু সন্ধিয়া পৰত সদায় সুৰ লগাই কীৰ্তন পুথি পাঠ কৰিছিল। এই কীৰ্তনৰ মধুৰ সুৰ সঙ্গীতজ্ঞ বিষ্ণুপ্ৰসাদৰ কাণত পৰিছিল আৰু সেই সুৰে তেওঁৰ জীৱনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। সেয়েহে পৰবৰ্তী কালত তেওঁ "শঙ্কৰী সঙ্গীতৰ সংকলন" এটি কৰিবলৈ সক্ষম হৈছিল। তেওঁ অসমৰ বিভিন্ন সত্ৰত ঘূৰি ফুৰি ৰাজনাসমূহ লিপিবদ্ধ কৰে। তেওঁৰ আশা আছিল, একোটা বেলেগ বেলেগ সত্ৰৰপৰা লৈ অহা ৰাজনাসমূহ সঙ্গীত বিশেষজ্ঞসকলে অধ্যয়ন আৰু গৱেষণাৰে কিবা ভুল-ভ্ৰান্তি থাকিলে তাক শুধৰাই লব পাৰিব।

১৯৫৬ চনত 'অসম শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ'ৰ কুঁৱৰীটোলত বহা ২৫ তম বাৰ্ষিক অধিবেশনৰ কৃষ্টি সভাত বিশিষ্ট অতিথিৰূপে তেওঁ যি মূল্যবান ভাষণ দিছিল, তাত তেওঁ বিভিন্ন সত্ৰৰ ৰাজনাসমূহ সংগ্ৰহৰ কথাটো প্ৰকাশ কৰিছিল। এই সভাত সভাপতিত্ব কৰিছিল নাট্যকাৰ শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে।

এই সভাৰ কিছুদিন পিচতেই বৰপেটা মহকুমাৰ উত্তৰ অঞ্চলৰ ককলাবাৰী নামে গাৱঁত হোৱা শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱত নিৰ্দিষ্ট বক্তাৰূপে এঘণ্টা কাল ভাষণ দিছিল। সেই অঞ্চলটো বড়ো-কছাৰী মানুহেৰে পৰিপূৰ্ণ, সেয়ে হেজাৰ হেজাৰ বড়ো-কছাৰী মানুহেৰে সভাস্থলী উপচি পৰিছিল। তাত তেওঁ এঘণ্টা সময় উপ-কথাৰ কাহিনী কোৱাৰ নিচিনাকৈ মহাপুৰুষ শঙ্কৰদেৱে জন-জীৱনলৈ প্ৰদান কৰা বিচিত্ৰ শিল্পকলা, সাহিত্য-সংস্কৃতিৰ সম্ভাৰবোৰলৈ আঙুলিয়াই দি গৈছিল। শেষত, চিলাৰায় দেৱান আৰু শঙ্কৰদেৱ বংশীয় ৰামৰায়ৰ কন্যা ভুৱনেশ্বৰীৰ বিবাহৰ কাহিনী বৰ্ণাই কৈছিল যে বড়ো-কছাৰীসকল শঙ্কৰদেৱৰ জোঁৱাই, যিহেতু হাড়িয়া মণ্ডলৰ বংশৰ নৰনাৰায়ণ আৰু চিলাৰায় গুৰি-গছ মেচ বা বড়ো-কছাৰীৰপৰাই অহা। গতিকে শঙ্কৰদেৱৰ সংস্কৃতি বড়ো-কছাৰীৰ অতিকে আপোন।

সভাৰ শেষত কেবাগৰাকীও খঙাল বড়ো-কছাৰী যুৱকে তেওঁৰ লগত তৰ্ক কৰিবলৈ খেদি গৈছিল। তেওঁলোকৰ মতে 'ব্ৰহ্ম' ধৰ্মই বড়ো-কছাৰীৰ মাতৃ-ধৰ্ম। এই ধৰ্ম তেওঁলোকে এৰিব লাগিলে বড়ো কৃষ্টি লোপ পাব।

এটি স্বাভাৱিক মিচিকীয়া হাঁহিৰে সংস্কৃতিৰ সেৱক আৰু গবেষক ৰাভাই বড়ো-কছাৰী কৃষ্টিৰ আদিকথা, তাৰ ক্ৰমবিকাশ আৰু সেই কৃষ্টিৰে আওপুৰণি ভেটিত কেনেকৈ শ্ৰীমন্ত শঙ্কৰে এটি মহা সংস্কৃতিক জনম দিলে, তাক বুৰঞ্জীৰ উদাহৰণ দি দি তেওঁলোকক বুজাই দিলে।

কবি টিন্‌টোৰেটোই কৈছিল যে সাগৰ সদায় ডাঙৰহে হৈ যায়। কোনেও ইয়াক তুলিকাৰে আঁকিব নোৱাৰে। সেইদৰে বিষ্ণুপ্ৰসাদৰ গুণ-গৰিমাৰ কথাও কৈ ওৰ পেলাব নোৱাৰি, সাগৰৰ দৰে সি ক্ৰমাৎ বহলহে হৈ যায়।

১৯৫৫-৫৬ চনত বজালীৰ পাঠশালাত প্ৰগতি সংঘই তেওঁক

অভিনন্দন জনাইছিল। অভিনন্দনৰ উত্তৰত নটবৰ বাতাসেয়ে আন কথাৰ লগতে বিনম্র সুৰত কৈছিল যে আপোনালোকে মোক যি অভিনন্দন দিছে, সেই অভিনন্দন যদি ডুবিৰ নটীৰ নৃত্যৰ দ্বাৰা দিলেহেঁতেন তেনেহলে আনন্দত মোৰ হৃদয়ৰ পাৰ উপচি পৰিলহেঁতেন। শ্রোতাসকলে চমক্ খাই গ'ল—সঁচাকৈয়ে তেওঁলোকে এনে এটি সম্পদক কলঙ্ক বুলিয়েই ভাবি আছে। বাইজৰ চকু মেল খালে আৰু তাৰ পিচতেই ডুবিৰ পৰিহৰেশ্বৰ শিৱ মন্দিৰৰ নটী নৃত্যই ন-ৰূপ লৈ জক্‌মকাই উঠিল।

। পচিশ ।

# জীৱন-নাটৰ ভাৱৰীয়া

"এবা কি কৰিম!"

"কি কৰিবা? কি কৰিবা?"..

বুকু ভাগি যোৱা সুৰত চামতাৰ সুৰদেৱী থিয়েটাৰৰ আখৰাত অভিনেতা বিষ্ণুপ্ৰসাদৰ গম্ভীৰ মাতষাৰ ক্ৰমাৎ ক্ষীণ হৈ পৰে।

তেওঁৰ প্ৰতীক্ষাত থকা অভিনেতা-অভিনেত্ৰীসকলৰ আনন্দৰ মাজত এটি নিৰানন্দৰ ভাব বিয়পি পৰে।

তেতিয়া পৃথিৱীলৈ এন্ধাৰ নামি আহিছে। কোঠাটোত এটি 'লেম্প'হে জ্বলি উঠিছে। পৰিচালকে তেওঁৰ খা-খবৰ সুধিছিল।

"তেজপুৰ হস্পিটালত আমাৰ এটি কেঁচুৱা জন্ম হৈছিল। পিছে চাৰি দিন নৌহওঁতেই সেই ধুনীয়া ৰূপহী চুপহী কলিটি মৰহি নাইকিয়া হ'ল।"

ৰাভাদেৱৰ কথাৰ সুৰ শেষলৈ কিঞ্চিৎভাৱে কৰুণ হৈ গৈছিল। অভিনয়ৰ শিল্পীসকলৰ মন বিষাদপূৰ্ণ। ইমান দৃঢ়মনা, বঙীয়াল পুৰুষজনৰো অপত্য স্নেহৰ বন্ধনত হিয়া যেন ছুক ছুক।

গহীন-গম্ভীৰ সুৰত ৰাভাদেৱে পুনৰ কবলৈ ধৰিলে, "ঝাঞ্ঝা বিজয়ী আত্মাৰ গৰাকী নহলে শিল্পী হব নোৱাৰে। যিমানেই দুৰ্যোগ আহক—আধ্যাত্মিকেই হওক, আদি দৈহিকেই হওক,

একোতেই সিহঁত বিচলিত নহয়। সেই সুন্দৰক উপভোগ কৰিবলৈ প্ৰয়োজন হলে প্ৰশান্ত মহাসাগৰৰ গভীৰ তলিত শামুক বুটলি লৈ তাৰ গৰ্ভ ফালি মুকুতা উলিয়াই তাৰ সৌন্দৰ্য্য, গৌৰীসাগৰৰ টিঙত উঠি—জালি-ফালি সেই অপৰূপ সৌন্দৰ্য্য, আনকি মহাকাশ্ৰলৈ গৈ মহাশূন্যৰ অভূতপূৰ্ব সৌন্দৰ্য্যও উপভোগ কৰিবলৈ জানিব লাগিব। তেতিয়াহে হব সি শিল্পী।"...

গুৰুজনাৰ শ্ৰীমুখ নিঃসৃত বাণীৰ দৰে তেওঁৰ কথাবিলাক সকলোৱে হৃদয়ঙ্গম কৰিবলৈ যত্ন কৰিছিল।

এয়া আছিল ১৯৬৬ চনৰ ৩১ জুলাই। তাৰ কুৰি দিন আগতেই তেওঁৰ প্ৰথম সন্তানে কলিতেই পৃথিবীৰপৰা মেলানি মাগিছিল। পিতৃ হিচাপে বাভাদেৱে মনত অশেষ কষ্ট পাইছিল যদিও শিল্পীৰ মৰম-চেনেহত আৰু বাইজৰ আহ্বানত প্ৰিয়তমা পত্নীক এৰি থৈ আহি মঞ্চৰ উন্নতিৰ বাবে ভাগৰ-জুগৰ নোহোৱাকৈ গাৱেঁ-নগৰে, পৰ্বতে-ভৈয়ামে, দিহিঙে-দিপাঙে ঘুৰি ফুৰিছিল।

অসম সাহিত্য সভাৰ পলাশবাৰী অধিবেশনত (১৯৬০) সংস্কৃতি সভাত তেওঁক বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰিছিল আৰু তেওঁলৈ বাট-খৰচস্বৰূপে মাত্ৰ পঁচিশটা টকাহে পঠিয়াই দিছিল। সেই পইচাৰপৰাই তেওঁ গুৱাহাটীত চাৰে সাত টকাৰে এখনি চুৰিয়া কিনি পিন্ধি লৈ মলিয়ন হোৱা পুৰণি পায়জামাটো জোলোঙাত সুমাই লৈ অধিবেশনৰ স্থানলৈ যাত্ৰা কৰে। বক্তৃতা দিছিল তেওঁ দুঘণ্টা সময়। কৈছিল মহিমামণ্ডিত অসমীয়া সংস্কৃতিৰ কথা।

ইতিমধ্যে বাভাদেৱে "প্ৰাগজ্যোতি কলা পৰিষদ" নামৰ এটি অনুষ্ঠানৰ বিস্তৃত আঁচনি কৰি শিলঙলৈ যায়। তেতিয়া ৺বিমলাপ্ৰসাদ চলিহা অসমৰ মুখ্যমন্ত্ৰী। চলিহা ডাঙৰীয়াৰ লগত তেওঁৰ আগৰপৰাই এটি বন্ধুত্ব আছিল। দুয়োৰো ভিতৰত এটি দীঘলীয়া আলোচনাও হৈছিল। এই পৰিষদৰ আঁচনিৰ ভিতৰত আছিল অসমৰ বিভিন্ন গীত-বাদ্য-নৃত্য, গৱেষণা আৰু শিক্ষাকেন্দ্ৰ, অসমৰ পৰ্বত-ভৈয়ামৰ

লোক-নৃত্য, আগতে ব্যৱহাৰ হোৱা আৰু বৰ্তমানেও ব্যৱহাৰ হৈ থকা অলঙ্কাৰ, সঙ্গীত চৰ্চা আৰু সংগ্ৰহৰ ব্যৱস্থা, সত্ৰৰ বিভিন্ন উৎসৱৰ ইতিহাস আৰু বক্ষণাবেক্ষণ, চিত্ৰ-আলেখ্য ইত্যাদি।

কোনো কোনোৱে কয়, সেই আঁচনিখন কাৰ্য্যকৰী কৰিবৰ বাবে অসম চৰকাৰে কেন্দ্ৰীয় চৰকাৰৰ মঞ্জুৰী আৰু অনুদানৰ বাবে হেনো আবেদন জনাইছিল। কি হ'লগৈ একো জানিব পৰা নগ'ল। বোধহয় বাভাদেৱৰ অনেক লিখনি আৰু অঙ্কন হেৰাই যোৱাৰ দৰে এই আঁচনিও ক'ৰবাত কেনেবাকৈ হেৰাই গ'ল।

জীৱন-নাটৰ ভাৱৰীয়াস্বৰূপে বাভাদেৱে গৃহস্থী জীৱনত দুখ-কষ্টৰ লগতে সুখ-শান্তিও লাভ কৰে। কনকলতাৰ দুটি সন্তান জন্ম হৈছিল। সিহঁতৰ ঘৰুৱা নাম থুন-থুন আৰু মুন-মুন। এই দুই শিশুৰ আগমনত তেওঁৰ শিল্পী-হৃদয় আনন্দত নাচি উঠিছিল। তাৰ পিচৰপৰাই কনকলতাই তেওঁক এটি আধ্যাত্মিক অনুপ্ৰেৰণা দিবলৈ সক্ষম হৈছিল। যি উদ্দেশ্যত তেওঁ য'লৈকে নাযাওক, তাতেই তেওঁ এটি নতুন দিগন্ত সৃষ্টি কৰি সৰ্বসাধাৰণৰ আঁহে-আঁহে সোমাই যাব পাৰিছিল। ৰাজনীতি বা সমাজ-নীতি কোনো ক্ষেত্ৰতেই তেওঁ আঁকোৰ-গোজ নাছিল। সেয়েহে বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ লগত চামিলকৰণৰ প্ৰশ্ন উঠোতেও, তেওঁ উদাৰ মনোভাৱহে প্ৰকাশ কৰিছিল। অৱশ্যে গুৱাহাটীত বহা চামিলকৰণৰ সভাত তেওঁ অনুপস্থিত আছিল, যদিও লিখিত মতামত এটা পঠিয়াই দিছিল আৰু বিধান সভাৰ পাঁচ বছৰীয়া সভ্য হৈ থাকোঁতে ভাৰতীয় কমিউনিষ্ট পাৰ্টিলৈ মাহিলী এশ টকাকৈ তেওঁৰ অভাৱ-অনাটনৰ মাজতো পঠিয়াই আছিল। প্ৰগতিশীল বামপন্থীৰ ঐক্য তেওঁ সদায় বাঞ্ছা কৰিছিল। সংগ্ৰামী পথৰ সামৰণিৰ পিচত ইয়াত দল-উপদল হৈ অনেক কৰ্মী আৰু নেতা আঁতৰি গৈছিল। কিন্তু বাভাদেৱৰ দল-উপদলৰ কথা নাছিল। নিপীড়িত, অৱহেলিত, অৰ্ধাহাৰী, অনাহাৰী-সকলৰ প্ৰকৃত মঙ্গল সাধন কৰাহে তেওঁৰ কাম্য। সাংস্কৃতিক জীৱনত

মনোৰমা অসমৰ সুন্দৰতম কবি তোলাই আছিল তেওঁৰ সপোন। সেই ক্ষেত্ৰত তেওঁৰ আন এজন বন্ধু আছিল। তেওঁ হ'ল মহেন্দ্ৰনাথ ডেকাফুকন। এইজনা ডেকাফুকনো আছিল কবি, চিত্ৰকৰ আৰু অভিনেতা। দুয়োৰো সম্বোধন আছিল 'বান্ধৈ'।

অসম-প্ৰেমিক কবি কমলাকান্ত ভট্টাচাৰ্য্যৰ পৰলোক হোৱাত ফুকনে 'অস্থি-বজ্ৰ' নামৰ এখন এখুদমান কবিতাৰ কিতাপ প্ৰকাশ কৰিছিল। সেই পুথিখন বাভাই বৰ প্ৰশংসা কৰিছিল। অৱশ্যে ডেকাফুকন নীৰৱ সাধনাতেই ৰ'ল; কোনোদিনে তেওঁ ৰাজনীতিলৈ নগ'ল। তথাপিও আদৰ্শৰ বাবে দুয়োৰো মন আৰু আত্মাৰ মিল আছিল।

জীৱনত কাৰো লগতে কোনোদিন তেওঁৰ শত্ৰুতা নাছিল। আনৰ গ্লানি বা বেয়া ফালটো তেওঁৰ কোনোদিনেই দৃষ্টিগোচৰ নহৈছিল। অতি নিম্ন থাপৰ মানুহৰপৰা অতি উচ্চস্তৰৰ লোকেও তেওঁক শ্ৰদ্ধা কৰিছিল। অনেকেই কৈছিল তেওঁ কেৱল এজন শিল্পীয়েই নহয়, তেওঁ জ্ঞানৰ এটি অফুৰন্ত ভঁৰালো।

কলিকতাৰ খ্যাতনামা লেখক হেমাঙ্গ বিশ্বাস, অমলেন্দু গুহ আদি বিশিষ্ট লোকসকল তেওঁৰ প্ৰতিভাত অভিভূত হৈ আছিল। গুহৰ "লুইত পারের গাঁথা" নামৰ বাংলা কবিতাৰ পুথিখনৰ বেটুপাত তেওঁ আঁকিছিল।

শ্ৰীশঙ্কৰদেৱৰ চৰিত্ৰৰ ওপৰত তেওঁ এবাৰ এখন বোলছবি উলিয়াবলৈ মন কৰি বৰপেটালৈ যায়। বৰপেটাৰ পুৰণি ৰঙ্গমঞ্চ 'মিলন-মন্দিৰ'ত সেই বিষয়ে স্থানীয় শিল্পী, সাহিত্যিক আৰু কলানুৰাগী লোকৰ এখন সভা হয়। দুই-এজনৰ বাহিৰে সকলোৱে সেই কামবোৰ বাবে সমৰ্থন জনায়। তেতিয়া মহাপুৰুষৰ অনুগামী-স্বৰূপে তেওঁৰ পৰিকল্পনাৰ কথা সমজুৱাসকলক বুজাই দিয়ে। আধা আলো আধা ছাঁয়াৰ মাজত পৰ্দাত কেনেকৈ 'ত্ৰিভুবন বন্দন', 'যাকেৰি নাহিকে উপাম', 'দৰশিত সুন্দৰ' শ্ৰীমন্ত শঙ্কৰক প্ৰকাশ কৰিব,

তাকেই তেওঁ কলাময়ী ভাষাৰে প্ৰকাশ কৰিলে। চাৰিওপিনে হৰ্ষধ্বনি হ'ল। বৰপেটাৰ গোলোক চন্দ্ৰ দাসৰ 'ঈলেয়া' গৃহত ছুদিন থাকি তেওঁ নলবাৰীয়েদি তেজপুৰলৈ যায়। কিন্তু পিচত আৰু সাহায্যক সমিতিয়ে কোনো সভা আহ্বান নকৰিলে। মহান শিল্পীজনাৰ শঙ্কৰ-সপোন সিমানতেই সামৰণি পৰিল।

তেজপুৰত অলপ দিন থাকি তেওঁ উজনী অসমলৈ যায়। নগাওঁ, যোৰহাট, শিৱসাগৰেদি গোলাঘাটলৈ যাত্ৰা কৰে। তাতেই অজন্তা কলা মন্দিৰৰ প্ৰতিষ্ঠাতা শিল্পী প্ৰদীপ চলিহাৰ লগত প্ৰাগজ্যোতি কলা পৰিষদৰ বিষয়ে তেওঁ বহুতো আলোচনা কৰে। তাৰপৰা তেওঁ তিনিচুকীয়ালৈ গৈ 'প্ৰতিমাৰ পালা জানো প্ৰাণ' উপন্যাসৰ ৰচক প্ৰমোদ বৰদলৈৰ অৱিয়তে চহৰখনৰ শিল্পীসকলৰ লগত আলোচনা কৰে। তাতেই কলা-পৰিষদৰ কল্পনাক প্ৰথম ৰূপ দিবলৈ সকলো যো-জা হৈ উঠে। ৰাভাদেৱে এমাহ নিজেই সকলো শিক্ষা প্ৰদান কৰিছিল আৰু তাত থকা যোৰহাটৰ শ্ৰীপূৰ্ণ বৰাৰ দ্বাৰা নানা কৃত্ৰিম আ-অলঙ্কাৰ, মুকুত, মালা আদি তৈয়াৰ কৰাইছিল। তেতিয়া শ্ৰীদেৱকান্ত বৰুৱা অসমৰ শিক্ষামন্ত্ৰী। উদ্যোক্তাসকলে তেওঁক শ্ৰীশঙ্কৰদেৱৰ 'ৰুক্মিণী হৰণ' নাটৰ উদ্বোধনৰ বাবে নিমন্ত্ৰণ জনালে। ১৯৬২ চনৰ ১ ছেপ্টেম্বৰৰ দিনা সেই নাটখন মঞ্চস্থ হৈছিল। বিষ্ণু ৰাভাৰ পাণ্ডিত্যপূৰ্ণ উদ্বোধনী ভাষণত সকলো মুগ্ধ হৈছিল। অভিনয়ো হৈ উঠিছিল অতি সুন্দৰ। ধেমালিৰ বাজনাও বাজিল প্ৰাণত লগাকৈ।

নাট্যকাৰ শ্ৰীমন্ত শঙ্কৰ ৰচিত সংস্কৃত শ্লোক—

যৎপাদ পঙ্কজৰজঃ শিৰসা সুৰেশ।
সৰ্বাদয়ো দিবিষদোহতিমুদোদহন্তি।
যৎকীৰ্তনাৎ কলিমলং মনুজাস্ত্যজন্তি।
কৃষ্ণস্য তস্য চৰণং শৰণং ব্ৰজাম॥

ৰচনেৰে ৰাগ সুহাই মান একতালিত আৰম্ভ হৈ গীত-ভটিমা,

বচন-বাজনা, সূত্ৰ-ভাও আদিৰে ধ্বনিত প্ৰতিধ্বনিত হৈ ৰাগকল্যাণ খৰমানত সামৰণি পৰিল। তাৰ পিচত আবহ-সংগীতত বাজি উঠিল মুক্তি-মঙ্গলৰ সুৰ।

"শ্ৰীৰামৰায়া ভকতি সুজান।
কৰাৱত কৃষ্ণ নাট নিৰমান॥
ৰুক্মিণী হৰণ নাট পৰধান।
কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ ভান॥"

সত্ৰীয়া কলা-কৃষ্টিত ৰাভাদেৱ কেনে পাৰ্গত আছিল, সেই অভিনয়েই তাক প্ৰমাণ কৰি থৈ গৈছে। শ্ৰীকৃষ্ণই মূৰত পিন্ধা 'চূড়া'টো কেনে হব লাগিব, তাকো তেওঁ নিজহাতে আঁকি তৈয়াৰ কৰাইছিল। শ্ৰীকৃষ্ণৰ সাজ-পোছাক অশাস্ত্ৰীয় কৰাটো তেওঁ কোনোদিনে সহ্য কৰিব নোৱাৰিছিল। এবাৰ বৰপেটাত তেওঁক সন্মান জনাবৰ বাবে পতা সত্ৰৰ চৌহদৰ ভিতৰত বহা এখন সভাত এটি সৰু ল'ৰাই কৃষ্ণ-নাচ দিছিল। মূৰত পিন্ধিছিল এডাল ম'ৰাৰ পাখি থকা এটি মুকুট, 'চূড়া' নাছিল। তেওঁ সেইটো 'বঙলুৱা কৃষ্ণ' বুলি তীব্ৰভাৱে নিন্দা কৰিছিল। মহাপুৰুষ মাধৱদেৱৰ বৰগীত এটিৰ কেইফাঁকিমান গাই শুনাইছিল :

"শ্যাম শৰীৰে পীতাম্বৰ শোহে।
লাৱণ্য কোটি মনমথ মোহে॥
সুচন্দ্ৰ বয়নে ঈষৎ হাসি।
নয়ন ৰাতা উৎপল পাসি॥
কপোলে চন্দন তিলক সাজে।
শোভন অলকা পান্তি বিৰাজে॥
মাথে জলমল ময়ুৰ চূড়া।
কুসুমে বঞ্জয় মোহন জুৰা॥
কদম্ব কুসুম শ্ৰৱণ মূলে।
কম্বু কণ্ঠে মণি কৌস্তুভ লোলে॥

গলে গুঞ্জামণি মুকুতা মালা।
কনক ভূষণে ভূষিত কালা॥
গো পদৰেণু বিৰাজিত অঙ্গে।
বেণু বজাৱত অঙ্গ ত্রি-ভঙ্গে॥
সুস্বৰ উচ্চায়া পঞ্চম গাৱে।
বঙ্কিম নয়নে ভ্রূৱ দোলাৱে॥
নবীন পীত ধটি কটি মাজে।
কনক মেখলা কিঙ্কিণী বাজে॥
নূপুৰ বাজে পদ অৰবিন্দে।
কহয় মাধৱ গতি গোৱিন্দে॥"

"ৰুক্মিণীহৰণ" নাট অভিনীত হোৱাৰ পিচদিনাই তেওঁ ঘৰলৈ উভতি আহে। গৃহস্থীখনত দেখিলেহি অভাৱৰ বাবে ল'ৰা ছুটাৰ খোৱা-লোৱাত কষ্ট হৈছে, কিন্তু হাস্যবদনা কনকলতাৰ মনত যেন অকণো দুখ-বেজাৰ নাই। যেনে পতি তেনে পত্নী। তেওঁৰ দেউতাকৰ দিনৰ ঘৰটো তেতিয়া জীৰ্ণ অৱস্থা। মন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে তেওঁৰ অনিচ্ছাসত্বেও এখনি দৰ্খাস্ত লিখি লোৱালে—ঘৰ সজোৱাৰ বাবে আঠ হেজাৰ টকাৰ এটি চৰকাৰী ঋণৰ কাৰণে। মন্ত্ৰীজনাৰ নিজা তদ্‌বিৰ, টকা আহিবলৈ আৰু কিমান দিন দেৰি? স্থানীয় দুই-তিনিজন ডেকাই নিৰ্মাণৰ কাম কান্ধ পাতি ললে। চাওঁতে চাওঁতে চাৰিটা কোঠাৰ আসাম-টাইপৰ ঘৰ এটি হৈ উঠিল। কনকলতাৰ মনত বৰ আনন্দ; কিন্তু বিষ্ণুপ্ৰসাদে বেজাৰহে কৰিলে—বেৰৰ জোলোঙাবে আৰু জোনৰ কিৰণ নোসোমাব বুলি।

বিভিন্ন জনজাতিৰ বুৰঞ্জীৰ নতুন 'তথ্য' কিছুমানৰ অ'ত-ত'ত পৰি থকা কাগজবোৰ বুটলি তেওঁ কিছুমান টোকা কৰিছিল। বন্ধু-বান্ধৱে দিয়া চিঠিৰ এপিঠিতো তেওঁ তেনে টোকা লিপিবদ্ধ কৰিছিল; কিন্তু সেইবোৰ শৃঙ্খলাহীনভাবে যেনিতেনি পৰি ৰ'ল। পিচত সম্ভৱ হেৰাল।

সেই সময়ত নেঘেবিটিঙৰ দেৱালৰ প্ৰাচীন নৃত্যৰ কন-জুন শব্দ যেন তেওঁৰ কাণত পৰিছিল। ভুৱি দেৱালয়ৰ নৃত্যৰ হবে সেই নৃত্যও আংশিকভাবে ৰক্ষা কৰিব পৰা যায় নেকি, এই ভাবি তেওঁ নেঘেবিটিং অঞ্চলত পাক এটি মাৰি অহাৰ কথা ভাবিছিল। কিন্তু ভবা কথা ভবাতেই থাকিল। হঠাৎ সহধৰ্ম্মিণী কনকলতা অসুখত পৰিল। বিষ্ণু ৰাভা কিছু অস্থিৰ হৈ পৰিল। কাৰণ পত্নীৰ উপযুক্ত চিকিৎসা কৰাবলৈ তেওঁৰ ধন নাই। অৱশেষত চৰকাৰী ডাক্তৰৰ কৃপাত তেওঁৰ অসুখীয়া পত্নীক লৈ ডিব্ৰুগড়লৈ গ'ল। কিন্তু তেওঁৰ সকলো চেষ্টা বিফল হ'ল। '৬২ চনৰ পাঁচ জানুৱাৰীৰ দিনা কনকলতাই চিৰদিনৰ বাবে চকু মুদিলে—ডিব্ৰুগড়ৰ হস্পিটালতেই।*

তেওঁ পুনৰ তেজপুৰলৈ উভতি অহাৰ পিচত বন্ধু-বান্ধৱ, আত্মীয়-কুটুম্বৰ অনেকেই খবৰ ললে; কিন্তু তেওঁৰ হিয়াৰ ছিগা বীণাৰ তাঁৰ আক কোনে জোৰা দিব?

> "এটুপি চকুলো মোৰ যে কেৱল
> সেয়ে মোৰ তাজমহল,
> প্ৰণয়েৰে ভৰা বেদনাৰে গঢ়া
> শাণত চিৰ উজ্জ্বল।"...

---

* ৯.১।৬২ তাৰিখে মই তেজপুৰলৈ যাওঁ আৰু পিচদিনা ৰাভাদেৱৰ লগত সাক্ষাৎ হওঁ। তেতিয়া সন্ধিয়া লাগোঁ লাগোঁ হৈছে। তেওঁ হাত-জেৰ এটা পৰিষ্কাৰ কৰি জলাব ধৰিছে। মোক দেখিয়েই সেই স্বাভাৱিক হাঁহিটো মাৰি কৈ উঠিল—"কনক গ'ল, কনক গ'ল।" প্ৰথমতে মই বুজিবই পৰা নাছিলোঁ, পিচত যেতিয়া দেখিলোঁ অইন দিনাৰ দৰে নবৌৱে যেখোন মোক মাতিবলৈ অহা নাই! ঘৰখনো কিবা উদং উদং। তেতিয়াহে বুজি পালোঁ। বেদনাত মোৰ অন্তৰখন গভীৰ হৈ পৰিল।

। চাব্বিশ ।

## কলাগুরু 'সদানন্দ শিল্পী শিরোমণি'

"গরীব হিয়ার অলেখ প্রদীপ জ্বলি
কোটি দুখীয়ার তপত রুধির ঢালি
পাতে ধনীয়ে দীপালি।—
বহু ব্যথিতর হিয়াই হিয়াই
প্রলয় নাচোন শিখাই শিখাই
তুলি দাবানল দুখ উজ্বলাই
উঠে বিপ্লর জ্বলি।
পাতে ধনীয়ে দীপালি।
পীড়িতর জ্বালা জ্বলে অবিরল
দহে চিরকাল ব্যথারে অনল
সেই অগনিত হই জ্বল-মল
উঠে দালান উজ্বলি।
কবি মরিমূর হৃদয়র তাপ
আঁতরাই শত শত অভিশাপ
ছাই করে পৃথিবীর মহাপাপ
চিতাত ধনীকে তুলি
জাগে বিশ্ব-মরিশালি॥"

সাত বছৰ বয়সতে পিতৃ (১৯১৭) আৰু তাৰ কেইবছৰমান পিচতেই মাতৃকো হেৰুৱাই বিষ্ণুপ্ৰসাদ অশেষ ধৈৰ্য্যগুণৰ অধিকাৰী হৈছিল। তেতিয়াৰপৰাই অৱহেলিত, অসহায়ৰ প্ৰতি সহানুভূতিয়ে পুলি-পোখা মেলি তেওঁৰ অন্তৰ-ৰাজ্যত বিস্তৃতি লাভ কৰিছিল। তেওঁৰ পিতৃদেৱো আছিল বহুত গুণেৰে বিভূষিত। সঙ্গীত, খেল-ধেমালি, বুৰঞ্জী-চৰ্চা আদি বহুতো গুণৰ তেওঁ অধিকাৰী আছিল। ১৯০৭ চনত তেজপুৰত বাণ ৰঙ্গমঞ্চ প্ৰথম স্থাপন হওঁতে, প্ৰথমজন কাৰ্য্যকৰী সমিতিৰ সভাপতি ভৱানীচৰণ ভট্টাচাৰ্য্যই নিজে ঢাকালৈ গৈ তেতিয়াৰ বঙ্গৰ গভৰ্ণৰ এইড্-ডি-কং ( Hide-de-comp ) গোপাল চন্দ্ৰ ৰাভাক সহায়-সহযোগ আৰু দিহা-পৰামৰ্শৰ বাবে লগ ধৰিছিল। জনা যায় যে শিল্পীজনাৰ পিতৃয়ে নগদ চাৰিশ টকা আৰু চাৰিখন দৃশ্যপট ঢাকাতেই অঁকাই তেওঁৰ হাতত দি পঠাইছিল। দৃশ্যপট কেইখন জাহাজত অনা খৰচো তেওঁৱেই বহন কৰে। কছ দেশৰ সম্ৰাট ফ্ৰেডাৰিক ডি গ্ৰেয়টৰ জীৱনী গোপাল চন্দ্ৰ ৰাভাৰ হেনো বৰ প্ৰিয় আছিল। সেয়েই ৰাৰটা খণ্ডত প্ৰকাশ হোৱা মহামতি ফ্ৰেডাৰিকৰ জীৱনীবোৰ তেওঁ নিজেই কিনি সেই সময়ত তেজপুৰত প্ৰথম প্ৰতিষ্ঠিত হোৱা ভিক্টোৰীয়া লাইব্ৰেৰীত প্ৰদান কৰিছিল। এতিয়া সেই লাইব্ৰেৰীক হেম বৰুৱা লাইব্ৰেৰী নামেৰে নামকৰণ কৰা হৈছে। বুৰঞ্জীৰ তথ্য সংগ্ৰহতো তেওঁৰ খুব ৰাপ আছিল। বিষ্ণুপ্ৰসাদে তেওঁৰ পিতৃৰ জীৱনী এখন অসম্পূৰ্ণভাৱে লিখি থৈ গৈছে।

কনকলতাৰ মৃত্যুৰ পিচত শিশু ছুটি লৈ তেওঁ যেতিয়া সংসাৰযাত্ৰাত নিঠৰুৱা হৈ পৰিল, তেতিয়া ছুই-এজনে অতি গোপনে তেওঁক পৰামৰ্শ দিছিল—মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াৰ ওচৰলৈ গৈ কোনো চৰকাৰী অনুগ্ৰহৰ সুবিধা লবলৈ। তেওঁ এটি মিচিকিয়া হাঁহিহে মাৰিছিল, কিন্তু প্ৰতিবাদ নকৰিছিল।

১৯৬২ চনৰ প্ৰথমছোৱাত ছুই-চাৰি মাহ ৰাজহুৱা সভা আৰু মঞ্চত

বক্তৃতা দিয়া আৰু ভাও দিয়া কিছু পাতলিলেও, পিচলৈ পুনৰ তেওঁ আগৰ দৰেই সক্ৰিয় হৈ উঠিল। ইপিনে শিশু হুটিক চোৱা-চিতা কৰা মানুহৰ অভাৱ, বাইদেৱেককনো আৰু কিমান আমনি দিব? তেওঁৰ মনলৈ এটি নতুন চিন্তা আহিল। তেওঁৰ মনৰ কথা বন্ধু ৺ফণী শৰ্মাক কলে। 'বুঢ়াকালত সংসাৰ নপতাই ভাল' বুলি মনে মনে শৰ্মাদেৱে ভাবিলেও, বন্ধুৰ কোমল মনে দুখ পাব বুলি একো কোৱা নাছিল।

সেই সময়তেই গুৱাহাটীৰপৰা শ্ৰীগোপাল দাস গৈ বাভাদেৱক লগ ধৰি জনালে যে তেওঁ এটি প্ৰেছ লব খুজিছে আৰু বাভাৰ গীতবোৰ ছপাবলৈ মন কৰিছে। তেওঁ দাসৰ লগত ওলাই গৈ অজ্ঞাতবাসৰ কোনো কোনো ঠাইত ঘুৰি ৰচনা কৰি থৈ অহা গীত কিছুমান সংগ্ৰহ কৰিলে। আৰু কিছু গীত লিখি দাসক দিব বুলি কোৱাত, সংগৃহীত সকলোবোৰ গীত কলিবাৰীৰ ঘৰতে এৰি থৈ আহিল।

তাৰ পিচতে মহলপুৰ অঞ্চলৰ লামিদৰো গাঁৱৰ কালিকুমাৰ ব্ৰহ্মৰ আশ্ৰয়ত থকা শ্ৰীমতী মোহিনীৰ লগত মাজৰ মানুহৰ দ্বাৰা এটা যোগাযোগ স্থাপিত হয়। মহলপুৰ অঞ্চলৰ অনেকেই আশা কৰিলে যে এইজনী ছোৱালীয়েই বাভাৰ বাবে উপযুক্ত গৃহিণী হব। মোহিনীয়ে কোনোবা এখন ৰাজহুৱা সভাত বিষ্ণুৰাভাক সভাৰ কাৰ্য্যসূচীমতে মাল্যবৰণ কৰিছিল। তেওঁৰ আত্মগোপনৰ কালতো মোহিনীয়ে ৰঙোলদোৰা-চামধাইৰবীত আলপৈচান ধৰিবলৈ সুযোগ পাইছিল। তেওঁৰ মাক-বাপেকৰ ঘৰ আছিল গোৱালপাৰা জিলাৰ গোসাঁইগাঁৱৰ ওচৰৰ এখন গাঁৱত। উভয় পক্ষৰে বন্ধু-বান্ধৱৰ আহ-যাহ হ'ল। শেষত মোহিনী আনন্দ মনেৰে তেজপুৰলৈ আহিল আৰু শিল্পীজনাৰ থান-থিত নোহোৱা ঘৰখনৰ দায়িত্ব গ্ৰহণ কৰিলে। বাভাদেৱৰ সাংসাৰিক জীৱনলৈ এটি নতুন সজীৱতা আহিলেও, তেওঁৰ শিল্পী আৰু ৰাজনৈতিক জীৱনৰ পুৰণি পৰিচ্ছেদটোৰেই চলি থাকিল। মোহিনীয়ে তেওঁক "মোৰ চিৰকল্পিত পুৰুষ" বুলি আৱাহন জনালে।

পৰ্বিয়ৰৰ জীৱন-দৰ্শনকেই সাৰ-সত্তাৰূপে লৈ বাতাৰেৰে তেওঁৰ পুৰণি বাঁশৰীতে নতুন নতুন সুৰৰ সৃষ্টি কৰাত লাগি থাকিল। এই কাৰ্য্যই তেওঁক পুনৰ বজা-ঘৰৰ অপ্ৰীতিভাজনহে কৰিবলৈ ধৰিলে।—

ইপিনে চেয়াৰমেন হিচাপে ক্ষমতা লাভ কৰা মাও-চে-টুঙৰ নেতৃত্বই লাল-চীনক নতুনকৈ শক্তিশালী কৰি তুলিছে। তথাপিও জৱাহৰলাল নেহৰুৰ দিনত হোৱা বন্ধুত্বৰ স্বাক্ষৰৰ বাবে ভাৰতে কোনোদিন পুৰণি বন্ধু দেশ চীনক সন্দেহ কৰা নাছিল। কিন্তু হঠাতে ভাৰতৰ উত্তৰ অঞ্চল ব্যাপি, বিশেষকৈ তেতিয়াৰ উত্তৰ-পূব সীমান্ত এজেন্সীৰ (এতিয়াৰ অৰুণাচল) উত্তৰ আৰু পূৱফালেদি চীনা-সৈন্যৰ সমাবেশ হ'ল। অহিংস ভাৰতৰ তেতিয়ালৈকে সৈন্যবৃদ্ধি সম্পৰ্কে মন-কাণ নাই। তেতিয়া ৰঙা চীন আৰু ছোভিয়েট দেশৰ মাজতো আদৰ্শগত পাৰ্থক্যৰ বাবে মিলাপ্ৰীতিৰ অভাৱ হৈছে। ভাৰতৰো বামপন্থী ৰাজনৈতিক অংশ এটিৰ কোনোবা ছোভিয়েট সমৰ্থক আৰু কোনো কোনো চীনা সমৰ্থক বুলি চৰকাৰে বিশ্বাস কৰিছিল। ভাৰত তেতিয়া যুদ্ধৰ বাবে সম্পূৰ্ণ অপ্ৰস্তুত।

মাও-চে-টুং এজন বিচক্ষণ নেতা। তেওঁ চিন্তাশীল কবি আৰু সাহিত্যিকো। তেওঁৰ কোনো কোনো সাহিত্য ইতিমধ্যে ভাৰতত প্ৰবেশ কৰিছে। বহুত যুৱক-যুৱতী সেইবোৰ পঢ়ি অনুপ্ৰাণিতো হৈছে।

১৯৬২ চনৰ নৱেম্বৰ মাহত ৰঙা-চীনৰ আক্ৰমণে অগ্ৰগতি লাভ কৰা বুলি পূব-ভাৰতত হৈ-চৈ লাগি পৰিল। অসমত বাস কৰি অহা বহুতো অনা-অসমীয়া লোকে পৰিয়ালবৰ্গক নিজৰ ৰাজ্যলৈ পঠালে। এনে দৃশ্যত কমসংখ্যক মানুহৰ মনত এটি আতঙ্কৰ সৃষ্টি হ'ল।

১৯ নৱেম্বৰৰ দিনা ৰাতি হঠাতে এদল চিপাহীয়ে বিষ্ণুপ্ৰসাদক বন্দী কৰি তেজপুৰ জেলত আবদ্ধ কৰি ৰাখিলে আৰু পিচদিনা হাতত হেণ্ড্-কাফ আৰু কঁকালত শকত জৰীৰে বান্ধি প্ৰকাশ্যভাৱে আলিয়েদি তেওঁক অইন জেললৈ চালান দিলে। ৰাভাক বন্দী কৰ'

খবৰটো নিমিষতে তেজপুৰ টাউনত বিয়পি গ'ল। ভাৰত ৰক্ষা আইন অনুসাৰে তেওঁক কাৰাৰুদ্ধ কৰা বুলি মানুহে জানিব পাৰিলে।

পিচত তেওঁক উৰিয়াৰ বহৰমপুৰ নামৰ ঠাইৰ কাৰাগাৰলৈ পঠিওৱা হ'ল। এই পৰিস্থিতিৰ মাজতো তেওঁ অকণো বিচলিত হোৱা নাছিল। জেলৰ ভিতৰতে তেওঁ বহুতো গীত ৰচনা কৰিলে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ছবি এখনো আঁকিছিল।

পূৰ ভাৰতলৈ পুনৰ শান্তিৰ বতাহ বৈ আহিল। আক্ৰমণকাৰী চীন উভতি গ'ল। অৱশ্যে ভাৰত-চীনৰ হেজাৰ যুগীয়া বন্ধুত্বৰ বুৰঞ্জীত এটি ক'লা দাগ বৈ গ'ল। বিষ্ণুপ্ৰসাদে উৰিয়াৰ জেলৰপৰাই শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী আৰু তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহালৈ "প্ৰাগজ্যোতি কলা পৰিষদ"ৰ আঁচনিসমূহ কাৰ্য্যকৰী কৰিবলৈ অনুৰোধ কৰি চিঠি দিছিল।

দেশৰ বাতাবৰণ সুস্থ হৈ অহাত ২৪।৮।৬৩ তাৰিখে বন্দীশালৰপৰা তেওঁক মুক্তি দিয়া হ'ল। মুক্তবিহঙ্গমৰ দৰে তেওঁ তেজপুৰমুৱা হ'ল। 'প্ৰাগজ্যোতি কলা পৰিষদ'ৰ সোণৰ সপোন সাৰ্থক কৰি তুলিবলৈ তেওঁ প্ৰবল হাবিলাস কৰিলে। উৰিয়াৰপৰা পাঁচদিনৰ পিচত তেওঁৰ মনোৰম ঊষা-নগৰী তেজপুৰ পালেহি। তেওঁ ঘৰ সোমায়ে থুনথুন আৰু মুনমুনক বুকুৰ মাজত লৈ চুমা খালে। জোলোঙাৰপৰা এসোপা কাগজ উলিয়াই মেজ এখনত থলে। তাত গীত-নাট এসোপাহে আছিল। ৰাতিয়েই কেবাজনো বন্ধু-বান্ধৱে তেওঁৰ খবৰ ললে। ৰুণী শৰ্মাই খবৰটো পায়েই 'বিষ্টু' 'বিষ্টু'কৈ চিঞৰি আহিল। বহুতদিন এৰাবাৰীৰ দৰে হৈ থকা ঘৰখন যেন আনন্দত মুখৰিত হৈ উঠিল।

কিন্তু ঘৰখনে তেওঁক বান্ধি ৰাখিব নোৱাৰিলে। তেওঁ পুনৰ অসমৰ ইমূৰৰপৰা সিমূৰলৈ সভা-সমিতি, গীত-নৃত্য লৈ ঘুৰি ফুৰিব লগা হ'ল। কোনো কোনোৱে তেওঁক পৰামৰ্শ দিলে—তেওঁ অন্ততঃ কিছুদিন ঘৰতেই বহি তেওঁৰ লিখাবিলাক পৰিপাটি কৰি ছপোৱাৰ

ব্যৱস্থা কৰিব লাগে ; আধা-লেখাখিনি সম্পূৰ্ণ কৰি তুলিব লাগে। গীতবোৰৰ স্বৰ-লিপি কৰিব লাগে।

তেতিয়া তেওঁৰ ঘৰত হাৰমনিয়ম নাই। শ্ৰীগোপাল দাস আৰু আন কেবাজনো তেওঁৰ গুণমুগ্ধ লোকে তেওঁক এটি হাৰমনিয়ম কিনি দিলে। তেওঁৰ নতুন গৃহিণীয়ে স্বৰলিপিৰ কথা বাৰে বাৰে তেওঁক সকিয়াই দিয়াত তেওঁ সেই কামত কেইদিনমান লাগিল ; কিন্তু নানা ঠাইৰপৰা অহা নিমন্ত্ৰণবিলাকে তাত নিয়াৰিকৈ লগাত বাধা দিয়ে। পিচত হাৰমনিয়মটো কোনোবা এজনে নি আৰু ঘুৰাই নিদিলে।

সুৰকাৰজনাৰ ধন আৰ্জনৰ কোনো ব্যৱসায় নাছিল। গতিকে পুনৰ এটি হাৰমনিয়ম নিজে কিনি অনাটো অসম্ভৱ আছিল। তথাপিও শ্ৰীমতী ৰাভাৰ চেষ্টাত হাৰমনিয়ম এটি কিনা হ'ল। কিন্তু ৰাজহুৱা সভা-সমিতিত গীত আদি গাব লগা হলেই দৌৰ মাৰি আহি কোনো উদ্যোক্তাই এই হাৰমনিয়মটোকে লৈ যায়। ফলত বস্তুটো এদিন বেয়া হ'ল। কোনোবা এজনক ভাল কৰিবলৈ দিলে ; কিন্তু দুখৰ কথা, মিস্ত্ৰিজনে হাৰমনিয়মটো ওভোতাই নিদি বিক্ৰী কৰি দিলে। গতিকে 'বিষ্ণু-সংগীত' অসম্পূৰ্ণ হৈয়ে ৰৈ গ'ল।

এবছৰমানৰ পিচত শ্ৰীমতী মোহিনীবালাৰ কন্যাশিশু এটি জন্ম হৈ ঢুকায়। এই শিশুটিও যেন পৃথিৱীৰ পীড়িতসকলৰেই এটি ৰূপ এইসকলকেই শিৰোমণি শিল্পীজনাই জীয়াই ৰাখিব লাগিব। শিশুৰ মৃত্যুৰ তাৎপৰ্য্য তেওঁ তেনে ধৰণেই গ্ৰহণ কৰিলে। তিনি-চাৰিটি বছৰ তেওঁ ভ্ৰাম্যমান মঞ্চসমূহত নানা ধৰণে জড়িত থাকি অনেক কাম কৰিলে। উত্তৰ-কামৰূপ অঞ্চলক তেওঁ "অভিনয় বিশ্ববিদ্যালয়" আখ্যা দিলে। পাঠশালা, নলবাৰী, হাজো আদি বিভিন্ন ঠাইত 'নটৰাজ', 'সুৰদেৱী,' 'পূৰ্বজ্যোতি', 'অমৰ', 'ৰূপকোঁৱৰ', 'ভাগ্যদেৱী' আদি বিভিন্ন ভ্ৰাম্যমান নাট্যদলসমূহে অসমৰ মঞ্চ-জগতত এটি গভীৰ আলোড়ন তুলিলে। যি দলেই তেওঁক আহ্বান কৰিছিল তালৈকে

গৈ তেওঁ সকলো ধৰণৰ শিক্ষা প্ৰদান কৰি শিল্পীসকলক উৎসাহ-উদ্দীপনা যোগাবলৈ যত্ন কৰিছিল।

শিল্পী গজেন বৰুৱা ৰাভাদেৱৰ প্ৰিয় শিষ্য আছিল। ১৯৬৮ চনত জ্ঞাননাথ বৰা ডাঙৰীয়াৰ সভাপতিত্বত তেজপুৰত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত শিল্পী গজেন বৰুৱাই অৰুণাচলৰ আদিবাসী শিল্পী দল এটা লৈ এই সভালৈ আহিছিল আৰু ইয়াৰ বাবে তেওঁ অভ্যৰ্থনা সমিতিৰপৰা নিমন্ত্ৰণো পাইছিল। কিন্তু সাংস্কৃতিক সন্মিলনৰ কাৰ্য্যসূচী ইমান দীঘলীয়া হৈছিল যে উদ্যোক্তাসকলে সেই শিল্পীবৃন্দৰ গীত-নৃত্য সম্পূৰ্ণৰূপে বাদ দিবলৈ ওলাল। কথাটো জানিব পাৰি ৰাভাই তৰ্জন-গৰ্জন কৰি উঠি কলে, "যদিহে এই আৱৰ ভাই-ভনীসকলক এনেভাবে বঞ্চিত কৰা হয় তেনেহলে অভ্যৰ্থনা সমিতিৰপৰা মই এতিয়াই পদত্যাগ কৰিম আৰু মই নিজে তাণ্ডৱ নাচিম।" ৰাভাৰ তেনে মূৰ্তি দেখি কৰ্ম-কৰ্তাসকল অবাক হ'ল আৰু সেই শিল্পীদলৰ অনুষ্ঠান প্ৰদৰ্শনৰ বাবে তৎক্ষণাৎ সুবিধা কৰি দিলে। |

সেই অধিবেশনৰ দ্বিতীয় দিনাৰ মুকলি সভাত সভাপতিয়ে তেওঁক দুআষাৰ কবলৈ অনুৰোধ কৰাত তেওঁ কলাসুলভ ভঙ্গীৰে থিয় হৈ প্ৰথমতে মিচিকীয়া হাঁহি মাৰি ৰাইজলৈ প্ৰণিপাত জনাই আৰম্ভ কৰিলে। দেব-দেৱীসকলৰ মূৰ্তি সজ্জা বা কটাৰ লগত কেনেভাৱে 'তাল'ৰ সম্পৰ্ক আছে সেই বিষয়ে তেওঁ এটা চমু বক্তৃতা দিলে। শ্ৰোতাসকল মুগ্ধ হ'ল।

অমৰ শিল্পী বিষ্ণুপ্ৰসাদে অহৰ্নিশে বিশ্ব-প্ৰকৃতিৰ ৰং-ৰূপ-ৰসৰ সুগভীৰ সমন্বয়ৰ সংগীত-মূৰ্ছনা সদায় অন্তৰত উপলব্ধি কৰিব পাৰিছিল। সেই উপলব্ধিৰপৰা তেওঁৰ যে কেৱল বোধ-শক্তিৰেই স্ফুৰণ হৈছিল তেনে নহয়, মানৱ-কল্যাণৰ প্ৰেৰণাও তেওঁ লাভ কৰিছিল। তেওঁৰ জীৱন-নাটৰ লাস্য আৰু তাণ্ডৱে তেওঁক সংঘাতৰ মাজেদি জীৱন-জয়ৰ হাবিলাসহে বঢ়াই তুলিছিল। সৃষ্টিৰ সফলতাৰ

পৰিপূৰ্ণ আনন্দত তেওঁ সদায় বুৰ গৈ আছিল। 'মুক্তি-দেউল'ৰ সপোন তেওঁৰ দিঠক হয়—

..."চিৰ সুন্দৰ দেউলৰ;<br>
য'ত<br>
সত্য থাকে অবিৰত;<br>
তমোহৰ দেৱে কৰে ধ্যান<br>
মানৱৰ মঙ্গল কল্যাণ,<br>
মুক্তি বিধান;<br>
...মুক্তি আলোকত হয়<br>
বিশ্ব আলোকিত—<br>
হয় উদ্‌ভাষিত<br>
চিৰ সুন্দৰ।<br>
যাৰ অভ্যন্তৰ<br>
তোলে আলোড়ন উঠি<br>
সুৰ মনোহৰ<br>
এক সাম্য অমৃত ৰাগৰ।"...

॥ সাতাইশ ॥

## ৰাগ কল্যাণ, তাল খৰ্‌মান

শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ পিচত অসম-জীয়ৰী উষা আৰু কৃষ্ণ-নাতি অনিৰুদ্ধৰ পুত্ৰ বজ্ৰনাভ মথুৰাৰ ৰাজসিংহাসনত উঠে। শোণিতপুৰত হোৱা হৰি-হৰৰ ভয়াময়া যুদ্ধৰ সোঁৱৰণী উষা দেৱীৰ অন্তৰৰপৰা কোনোদিনে মাৰ যোৱা নাছিল। তাৰ উপৰি শ্ৰীকৃষ্ণৰ অনুপম ৰূপৰ বাহিৰেও, তেওঁৰ বিভিন্ন গুণাৱলীয়ে শোণিতকুঁৱৰীৰ শ্ৰীকৃষ্ণৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা-ভক্তি আকৰ্ষণ কৰিছিল। সেয়েই উষাদেৱীয়ে ভগৱন্ত-পুৰুষজনক চকুৰে দেখা বাচঁৰ খাৰা কৃষ্ণৰ 'চিত্ৰ' কলা-কৃষাভ কটাবলৈ অতি হাবিলাস কৰিলে।

শৈশৱ বাচেঁজনে পোনতে এটি মূৰ্তি বৰ যত্নেৰে আৰু হৃদয় ঢালি সাজি ৰাণীক দেখুৱাবলৈ লৈ আহিল। খনিকৰৰ মনত আনন্দ আৰু আশঙ্কা : জানোচা ৰাণী সন্তুষ্ট নহয়। নিৰ্নিমেষ নয়নে চাই ৰাণীয়ে কলে, মুখৰ আকৃতি সাইলাখ গোবিন্দ, কিন্তু ৰাকীখিনি ?

খনিকৰ গুচি গ'ল। তেওঁ আৰু এখন নতুন মূৰ্তি কাটিবলৈ আত্ম-নিয়োগ কৰিলে। কলীয়া কৰা শিলত পুনৰ টুং-টাং শব্দ উঠিবলৈ ধৰিলে। দিন-ৰাতিৰ কথা শিল্পীয়ে কৰ নোৱাৰা হ'ল। পুনৰ এটি সুন্দৰ নতুন মূৰ্তি। ভয়ে ভয়ে তেওঁ পুনৰ ৰাজ-কাষৰ পালেগৈ।

নৃত্য-কলা-বিশাৰদা উষাই মূৰ্ত্তিটো দৰ্শন কৰি কলে,—মূৰৰপৰা ভৰিলৈ পূৰ্ণ গোপীনাথ, কিন্তু বাকীছোৱা ?

বাঢ়ৈয়ে আৰু এটি মূৰ্ত্তি কটাত দ্বিগুণ উৎসাহেৰে লাগি গ'ল। ঘৰ-সংসাৰৰ কথা শিল্পীয়ে পাহৰি গ'ল। কোনোবা এখন অলকাপুৰীতহে যেন তেওঁ শিল্পৰ সাধনা কৰিছে। এইবাৰ কলা-নিপুণা উষাৰ সপোন ভাঙি যেন দিঠক হ'ল। তেওঁ আনন্দত আত্মহাৰা হৈ চিঞৰি উঠিল : মদনমোহন সুন্দৰ! সুন্দৰ!!

শ্ৰীমন্ত শঙ্কৰে যি ৰূপৰ তুলাপাতত আলেখ্য সাজিছিল—

"আৱত গোবিন্দ গোপিনীক পিউ।
সঙ্গে চলল গোপী ভুলল জীউ॥
শ্যাম মূৰুতি পীত অম্বৰু লাসা।
নয়ন পঙ্কজ জ্যোতি ঈষৎ হাসা॥
অধৰ মধুৰ বেণু পঞ্চম গান।
কৃষ্ণ কিঙ্কৰ এহু শঙ্কৰ ভান॥

এই ৰূপ চকুৰে চাব পৰা হ'ল। শিল্পীৰ কি অদ্ভুত ক্ষমতা!

কলাগুৰু ৰাভাদেৱ বহুমুখী প্ৰতিভাৰ গৰাকী, তেওঁ একেধাৰে শিল্পী, সাহিত্যিক, লেখক, কবি, গীতিকাৰ, নৃত্য-শিল্পী, ঐতিহাসিক, নাট্যকাৰ, মঞ্চ-পৰিচালক, চিত্ৰ-পৰিচালক, অভিনেতা, খেলুৱৈ, ৰাজনীতিজ্ঞ ইত্যাদি। এনেহেন এজন মহান পুৰুষৰ জীৱন-চৰিত লিখা আমাৰ বাবে ধৃষ্টতাহে মাথো। তথাপি গভীৰ সান্নিধ্যৰ যোগেদি তেওঁৰ লগত গঢ়ি উঠা সৌহাৰ্দ্য, ঘনিষ্ঠতা আৰু অনেক অনুপ্ৰেৰণাৰ দ্বাৰা উদ্বুদ্ধ হৈ এইখিনি কথা লিপিবদ্ধ কৰিবলৈ প্ৰয়াস কৰিলোঁ।

বিষ্ণুপ্ৰসাদ কোনো এটা ফৈদ—কেৱল অসম বা ভাৰতবেই নহয়, সমগ্ৰ বিশ্বৰ শান্তি আৰু প্ৰগতিবাদী মানৱৰ তেওঁ সংগ্ৰামী প্ৰতীক। বিশ্বৰ সকলো নিপীড়িত, নিৰ্য্যাতিত, অৱহেলিতৰ একেই দুখ—একেই দৈন্য। সেইসকলৰ মুক্তিৰ বাবেই তেওঁ জীৱন পণ কৰি গ'ল। ৰাষ্ট্ৰপ্ৰধান ৰাজনীতিতকৈ সমাজপ্ৰধান ৰাজনীতিতহে তেওঁ আছিল

বেছি বিশ্বাসী। ধন-উপাৰ্জনৰ বাবে কোনো অৱলম্বনকে আশ্ৰয় নকৰি সমাজৰ মৰম-চেনেহ, সহায়-সহযোগকেই তেওঁ জীৱন-সংগ্ৰামৰ সহচৰ হিচাপে গ্ৰহণ কৰিছিল।

১৯৬৮ চনৰ ৩১ জানুৱাৰীত তেওঁৰ বয়স তিনিকুৰি বছৰ পূৰ হোৱাত শ্ৰীগোপাল দাস সম্পাদিত তেতিয়াৰ মাহেকীয়া আলোচনী "স্বাক্ষৰে" কলাগুৰুজনালৈ প্ৰণতি জনালে।* অনেকৰেই তেওঁৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তি-ভালপোৱা নানাভাবে প্ৰকাশ পালে। শ্ৰীদাসে 'স্বাক্ষৰ'ত প্ৰকাশ কৰিবলৈ তেওঁৰ এটি বাণী বিচাৰিছিল। সেই বাণী প্ৰকাশ হৈছিল "কলাগুৰু ৰাভাদেৱৰ আহ্বান" স্বৰূপে।

বিষ্ণুপ্ৰসাদ ৰাভাই এখন সংহতিপূৰ্ণ 'বহল অসম'ৰ কথাহে সদায় কৈছিল। তেওঁ কৈছিল :

"...আজি প্ৰত্যেক অসমীয়াই সঙ্কল্প কৰা উচিত,—অসমক মৰিবলৈ নিদিওঁ,—অসমীয়াক জীণ যাবলৈ নিদিওঁ,—অসমীয়া সংস্কৃতিক লুপ্ত হবলৈ নিদিওঁ। অসমৰ বুকুত বৈচিত্ৰ্যৰ মাজত ঐক্যৰ ডোলেৰে গাঁথি, ছুনাই শক্তিশালী অসমীয়া জাতি গঢ়োঁ,—শক্তিমান ন-অসম গঢ়ি সমন্বিত শক্তিৰে সুন্দৰতম ন-অসমীয়া সংস্কৃতি বচোঁ।"...

সেই বছৰৰেই ২০ অক্টোবৰত টিহুত পূৰ্ব-জ্যোতি ভ্ৰাম্যমান থিয়েটাৰৰ মঞ্চ উদ্বোধন কৰি তেওঁ কৈছিল যে অসমৰ শিল্পীক ৰাইজেহে জীয়াই ৰাখিব লাগিব। ৰাইজৰ পূৰ্ণ অৰিহণাৰ মাজেদি অসমৰ নাট্য-আন্দোলনৰ বিকাশ সাধন হৈছে,—ইয়াৰ ফলত ভ্ৰাম্যমান মঞ্চসমূহৰ সৃষ্টি হ'ল।...এই মঞ্চসমূহৰ জৰিয়তেই এটি জাতীয় নাট্যশালা গঢ়ি উঠিব বুলি তেওঁ কামনা কৰিছিল। টিহুৰ সেই বক্তৃতাই বোধহয় তেওঁৰ ৰাজহুৱা জীৱনৰ শেষ বক্তৃতা, যি বক্তৃতা শুনিবলৈ তেওঁৰ অসংখ্য গুণমুগ্ধ ৰাইজৰ সমাবেশ হৈছিল।

---

* সেই সংখ্যাৰ বাবে সম্পাদক শ্ৰীদাসে আমাৰণৰাও "ববাপেটাত বিষ্ণু ৰাভাদেৱ" নামৰ প্ৰবন্ধ এটা নি প্ৰকাশ কৰিছিল। আমাৰ আন এটি চমু প্ৰবন্ধ প্ৰকাশ হৈছিল—"শিল্পী ৰাভাদেৱ"।

কনকলতাৰ অকাল বিয়োগে তেওঁৰ অন্তৰখন থানবান কৰি পেলাইছিল। তেওঁ তেজপুৰ সমষ্টিৰপৰা বিধান সভাৰ সভ্যও হৈছিল। এবাৰ কোকৰাঝাৰ লোক সমষ্টিত নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি পৰাজয় বৰণ কৰিব লগাও হৈছিল। কোকৰাঝাৰত সেই নিৰ্বাচনৰ সময়তেই এটি বৰ মজাৰ কাহিনীৰ সৃষ্টি হয়। সম্ৰান্ত পৰিয়ালৰ এজনী সুন্দৰী গাভৰুৱে লাজ-সঙ্কোচ কাটি কৰি থৈ তেওঁৰ চৰণত উবুৰি হৈ পৰি কৈছিল—"মই আপোনাক মনে মনে স্বামী বৰণ কৰি থৈছোঁ, আপুনি মোক গ্ৰহণ কৰিব লাগে।" শিল্পী পৰাকী স্তম্ভিত হৈ পৰিল। কিন্তু পিচ-মুহূৰ্ততে তেওঁৰ কণ্ঠলৈ ভাষা আহিল। বুজনি দিয়া ধৰণে তেওঁ কৈছিল—"তুমি বৰ ভুল কৰিলা। এই কথাটো মোক পাঁচ বছৰ আগতেই কব লাগিছিল। তুমিতো মোক বহুত দিন লগ পাইছা। ইমানদিন কিয় নিমাতী কন্যা হৈ আছিলা?"

তেতিয়া ছোৱালীজনীয়ে উচুপিছে। দুই-এজন মানুহ আগবাঢ়ি আহিল। ডাকবঙলা বুলিলে মানুহ থাকিবই। পাৰ্টিৰ মানুহো আছিল। সকলোৱে ঘটনাটো বেছ উপভোগ কৰিলে।

তেওঁৰ মুখত মিচিকীয়া হাঁহি, দৃষ্টিত মৰম। পুনৰ কলে, "তোমালৈ মৰম সদায় থাকিব, কিন্তু মই এতিয়া বিবাহিত, সকলো পথ বন্ধ। আমাৰ এই উপস্থিত বাইজেও তোমাক আশীৰ্বাদ কৰিছে—তুমি সুখী হ'বা আৰু সতীৰূপে কাৰোবাৰ ঘৰ পোহৰাবা।"

ছোৱালীজনী উঠি সুস্থিৰ হ'ল। কোনোবা এজনে আগবাঢ়ি আহি তেওঁক বুজনি দি লৈ গ'ল। সিমানতেই আখ্যানটোৰ সামৰণি পৰিল আৰু বিভূখাতা দলেবলে নিৰ্বাচনৰ কামলৈ গুচি গ'ল।

নিৰ্বাচন হৈ যোৱাৰ পিচত তেওঁ কেবাটাও তথ্যপূৰ্ণ প্ৰবন্ধ লিখে আৰু দুই-চাৰিটা গীতো ৰচনা কৰে। অ'ত ত'ত ঘূৰি ফুৰোঁতে বন্ধু-বান্ধৱে কলে তেওঁ ইটো-সিটো লিখিম বুলি কলেও কাৰ্য্যত হৈ নুঠে। তাৰ প্ৰধান অন্তৰায় আছিল সভা-সমিতি, নাট-ভাওনা আদিলৈ ৰাইজৰ আহ্বান। ৰাইজৰ মৰম-চেনেহৰ আহ্বান তেওঁ কোনোদিন নেওচিব নোৱাৰিলে।

এনেদৰে ঘুৰি ফুৰাৰ বাবে তেওঁৰ স্বাস্থ্যত নিশ্চয় হেঁচা পৰিছিল। জীৱনৰ আগছোৱাত তেওঁৰ টোপনি বৰ গভীৰ আছিল; কিন্তু পিচলৈ টোপনি কমি গৈছিল। তেওঁৰ গুণগ্ৰাহী লোক যদিও অনেক আছিল, তথাপি তেওঁৰ লিখাবোৰ, আঁকাবোৰ যত্নাই থোৱা মানুহ কোনো নোলাল।

এদিন হঠাতে তেওঁ খোৱাত বৰ কষ্ট পালে। কথাটো চাৰিওপিনে প্ৰচাৰ হৈ পৰিল। তেওঁৰ খবৰ লবলৈ অনেক মানুহ তেওঁৰ তেজপুৰৰ ঘৰলৈ আহিছিল। ১৯৬৮ চনটো তেওঁৰ বাবে এটা বৰ অমঙ্গলীয়া বছৰ বুলি গুণমুগ্ধসকলে কৈ উঠিল। বহুত লোকৰপৰা তেওঁৰ অসুখৰ উপযুক্ত চিকিৎসা হব লাগে বুলি সজীৱ সঁহাৰি আহিল।

ৰোগাক্ৰান্ত শিল্পীজনাক গুৱাহাটীৰ মেডিকেল হস্পিটাললৈ লৈ অহা হ'ল। তেতিয়াও তেওঁৰ মুখত সেই স্বাভাৱিক হাঁহিটো; কোনো যেন চিন্তা নাই, কোনো উদ্বিগ্নতা নাই। গুৱাহাটী মহানগৰীৰ সাহিত্যিক, সাংবাদিক, দেশপ্ৰেমিক, লোকৰ খদমদম্ লাগিল। আন আন ঠাইৰপৰাও তেওঁৰ গুণমুগ্ধ ল'ৰা ডেকা বিভিন্ন খৰণৰ লোক তেওঁৰ খবৰ লবলৈ উধাতু খাই আহিল। তেওঁৰ আৰোগ্য কামনা কৰি বহুত ঠাইৰপৰা অনেক চিঠি-পত্ৰও আহিল।

এদিন মই মঙ্গলদৈৰপৰা তেওঁক হস্পিটালত দেখা কৰিবলৈ যাওঁতে অভিনেতা সৰ্বেশ্বৰ চক্ৰবৰ্তী, গোপাল দাস আৰু দুজনমান মানুহ তেওঁৰ কাষত বহি আছিল। তেওঁৰ লগত আমি বহু কথা পাতিছিলোঁ। এবাৰ কথাই কথাই ৰাভাদেৱে কৈছিল, "বাইজে ইমান আশীৰ্বাদ কৰিছে—ভাল হৈ যাম।"

আমি সকলোৱে কৈ উঠিলোঁ—"নিশ্চয়, নিশ্চয়।"

এনেতে তেওঁৰ খোৱাৰ বস্তু আহিল। দাসে ক'লে, "কেবাজনো মানুহ আহিছে তেওঁৰ জীৱনীৰ সমল বিচাৰি।"

মই বাহিৰলৈ লক্ষ্য কৰিলোঁ। দাসে আকৌ কলে, "এতিয়াই এখেতৰ এখন চমু-জীৱনী উলিয়াব পাৰিলে ভাল আছিল।"

মোৰ মনটো বৰ বেয়া লাগি গ'ল। আৰম্ভ কৰা কামো মই শেষ কৰিব নোৱাৰিলোঁ। দাসে কলে, "এখেত বোম্বেলৈ যাব, দুই-তিনিদিন পিচতেই। জীৱনীখন আপুনিয়েই লিখক।"

বাতাৰেৰেক পুনৰ মাত লগাই হস্পিটালৰপৰা ওলাই আহিলোঁ। খ্যাতনামা সাহিত্যিক হেমাঙ্গ বিশ্বাসক লগ নাপালোঁ; এই জীৱনীখন লিখিবলৈ আৰম্ভ কৰোঁতে তেওঁলৈ কলিকতাৰ ঠিকনাত চিঠি দিছিলোঁ, কিন্তু সেই চিঠি তেওঁ পালেনে নাই তাকো জানিব নোৱাৰিলোঁ।

অসমৰ অনেক ঠাইত বাভাৰ চিকিৎসাৰ সহায়ৰ বাবে সংগীত পৰোত্তৰ, বিচিত্ৰানুষ্ঠান আদি পাতি ধন-সংগ্ৰহৰ ব্যৱস্থা কৰাৰ কথা বাতৰি কাকতত প্ৰকাশ হ'ল।

শ্ৰীকমলনাৰায়ণ চৌধুৰীৰপৰা পিচত খবৰ পালোঁ—ৰোগাক্ৰান্ত শিল্পী সদানন্দ পুৰুষজনা ২৮।১২।৬৮ তাৰিখে বোম্বেৰ টাটা কেন্সাৰ ইনষ্টিটিউটত ভৰ্তি হোৱা বুলি। আশাৰ বেঙনিয়ে মনৰ মাজত খেল পাতিলে। এই চিকিৎসাৰ ক্ষেত্ৰত ভেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই চৰকাৰীভাবে আগবঢ়োৱা সহায়-সহযোগ উল্লেখযোগ্য। ইয়াত দুমাহ বিশেষভাবে চিকিৎসা কৰাৰ পিচত তেওঁ আকৌ গুৱাহাটীৰ হস্পিটাললৈ ঘুৰি আহিল আৰু ইয়াত কিছুদিন থাকি পুনৰ তেজপুৰৰ নিজৰ ঘৰলৈ উভতি গ'ল।

ৰোগ তেওঁৰ নিৰাময় নহ'ল। সমগ্ৰ অসমতেই তেওঁৰ আৰোগ্যৰ বাবে অসীম ভৎপৰতা প্ৰকাশ পালে। বৰপাট থানত এদিন ৰাতিপুৱাৰ প্ৰসঙ্গৰ সামৰণিৰ পিচত সত্ৰৰ নিয়মানুসাৰে তেওঁক আশীৰ্বাদ কৰা হ'ল। কিন্তু মানুহৰ ইচ্ছাতেই সকলো হোৱা হলে, পৃথিবীখনৰ বুকুজীয়েই বিভিন্ন হ'লহেঁতেন।

শিল্পী-সৈনিকজন তেজপুৰৰ নিজৰ ঘৰতেই শয্যাশায়ী হ'ল। বহুতেই খবৰ ললে। এনে সময়তে উত্তৰ-চাৰিআলিৰ বঙালী বিহুৰ মুখপত্ৰৰ বাবে এটি বাণী বিচাৰি উত্যোক্তাসকলৰ এজন আহি তেওঁক

দেখা কৰিলে।- মুখেৰে কৈ গ'ল তেওঁৰ হিয়াত গুমৰি থকা অনেক কথা। তাৰেই কিয়দংশ টোকা কৰি নিলে। অসমীয়া সংস্কৃতিৰ চিৰন্তন সেৱক ৰাভাদেৱে আন আন কথাৰ লগতে কৈছিল: "লাখ লাখ বছৰীয়া ভিন্ ভিন্ অসমীয়া জাতি-উপজাতি আৰু জনজাতিসকলক বৈচিত্ৰ্যৰ মাজেৰে ঐক্যৰ গাঁথনিৰে গাঁথি মহান অসমীয়া জাতি হিচাপে পুনৰ বাচিবলৈ দিম আৰু লাখ লাখ বছৰৰ সাধনাৰ ফলত লভা অসমীয়া কৃষ্টি আৰু সংস্কৃতি ধাউতিবুলীয়াকৈ বচি পুনৰ চিৰউজ্জ্বল কৰি তুলিম। আজিৰ এই বঙালী বিহুৰ দিনত প্ৰত্যেক অসমীয়াৰ অন্তৰত এই সংকল্প জাগ্ৰত হৈ উঠক—এয়ে কামনা।"

কণীয়া গাৰেই তেওঁ বেলিৰ পোহৰলৈ জুমি জুমি চাইছিল। কবি হৃদয়খন তেওঁৰ নাচি উঠিছিল। হয়তো ইচ্ছা হৈছিল—শেষ স্পৰ্শৰে চুমি যোৱা পৃথিবীখনৰ ছবি আঁকিবলৈ। পুত্ৰ তিনিটিক একোবাৰ চাইছিল, পত্নীৰ মুখলৈও চাইছিল—কৰুণ চাৱনি। শ্ৰীশঙ্কৰদেৱে লিখা নাটসমূহ সুহাই নান্দী একতালত আৰম্ভ হৈ কল্যাণ-খৰমান তালত শেষ হয়। সংস্কৃতি-জগতৰ সেইজনা বিশ্ব-শিল্পীৰ অনুগামী স্বৰূপে তেৰোঁ উপলব্ধি কৰিলে যে তেওঁৰো জীৱন-নাটৰ কল্যাণ-খৰমানৰ কাল আহি পৰিছে। সেয়েই ১৯৬৯ চনৰ মে মাহৰ শেষ সপ্তাহত কাবোবাৰ বিয়াৰ নিমন্ত্ৰণী চিঠি এখনৰ ওলোটা পিঠিত তেওঁ এটি গীতি-কবিতা লিখিলে:

এয়ে মোৰ শেষ গান।
মোৰ জীৱন-নাটৰ শেষ ৰাগিণী
কল্যাণ-খৰমান॥
পাতনিতে বালোঁ খেমালি নান্দী
ভঙ্গী সূত্ৰধাৰ।
হাঁহি বিননিৰে ভাও দিলোঁ নানা+
বোৱালোঁ অশ্ৰুধাৰ॥

নৱ নৱ ৰূপে বাজোঁ ভাও-নাও
আশাৰ-নিৰাশাৰ।
আজি হ'ব মোৰ জীৱন নাটৰ
ভাওনাৰ অৱসান॥
নীল আকাশত পুঁৱতি তৰা
টিমিকি টিমিকি জ্বলে।
সিও যাব মুমি একে নিশাহতে
বেলিৰ পোহৰ পালে॥
ঠগীৰ লগৰে বস্তিৰ শিখা
মুমো মুমোকই নাচে।
থৰমান তালৰ কল্যাণ ৰাগৰ
ছেৱে অপৰূপ ঠাচে॥
দোষে গুণে হ'ল ভাওনাৰ শেষ
পুৱতি তৰাও মুমে।
বাঁহৰ আগেদি উষাৰ বেলিয়ে
ৰঙা মুখ তুলি জুমে॥
নিশাৰ লগৰী বিদায়-ৰাগিণী
ৰাইজৰ পদ চুমে॥
আজি হ'ল মোৰ জীৱন-নাটৰ
ভাওনাৰ অৱসান॥

ৰাইজপ্ৰধান ৰাজনীতিত বিশ্বাস জনাই শেষবাৰলৈ ৰাইজক প্ৰণিপাত কৰিছে। ৰাইজেই আছিল তেওঁৰ ৰজা—ৰাইজেই তেওঁৰ সৰ্বস্ব। এই ৰাইজেই তেওঁৰ কলা-কৃষ্টিৰ উৎস, ৰাইজৰ শকতিতেই তেওঁ সদায় সুস্থ, বলীষ্ঠ, নিৰ্ভীক সৈনিক। ধৈৰ্য্যশীল শিল্পীজনা অকণো বিচলিত হোৱা নাই। নিশাৰ শেষত পুনৰ পুব আকাশত ৰাঙলী সুকৰে প্ৰকৃতিক সুন্দৰ কৰি তোলে। তেওঁ শ্ৰীমতীক হাঁহি মুখেৰে কৈছিল—"এয়া মোৰ জীৱনৰ আৰু এটি দিন কমিল।"

শ্ৰীমতীৰ অন্তৰখন ভৰি পৰি যায়। মুখেৰে একো নামাতে। এনেকৈয়ে দিন গৈ গৈ জুন মাহ পালেহি। অমৰ শিল্পীজনাৰ আৰোগ্যৰ আশা ক্ৰমে ক্ষীণ হৈ আহিল। কিমান মানুহে খবৰ ৰখলৈ আহিছে, গৈছে। সকলোৰে প্ৰতি একেই ব্যৱহাৰ—সেই একেটি মধুৰ হাঁহি।

কালৰ আক্ৰমণৰ হাত কোনে এৰাব? সুন্দৰ সুঠাম শৰীৰ তেওঁৰ ক্ৰমাৎ দুৰ্বল হৈ আহিল—কণ্ঠস্বৰো ক্ষীণ হবলৈ ধৰিলে। কিন্তু মানসিক বল হ্ৰাস নহ'ল একেই থাকিল—অভ্যাগতসকললৈ ব'দৰ তাপত লেৰেলি যোৱা সেয়া গোলাপ ফুলৰ পাহিৰ মাজৰ সৌন্দৰ্য্যৰ দৰে এটি সৰু হাঁহি। মাৰ যাবলৈ ধৰা বেলিৰ যেন এচেৰেঙা শেষ পোহৰ।

১৯ জুনৰ দিনা সন্ধিয়াৰপৰাই তেওঁৰ কণ্ঠস্বৰ বোধ হৈ আহিল। যি গন্ধৰ্ব-কণ্ঠত নানা ৰাগ, নানা সুৰ, অভিনয়ৰ নানা বচন, মেহনতী জনতাৰ মুকুতিৰ উদাত্ত সুৰ, জ্ঞান-বিজ্ঞান, কলা-কৃষ্টি, সুৰ-সপ্তক, তাল-মান আদিৰ সাগৰসদৃশ জ্ঞান সুৰ-ৰূপত মূৰ্তিমান হৈ আহিল। গোপাল চন্দ্ৰ ৰাভাৰ দিনবে পুৰণি ভেটিটোত নকৈ হৈ উঠা টিনৰ ঘৰটোৰ বায়ু-মণ্ডলত ছাটি-ফুটি কৰা এটা বিজ্ঞা বিজ্ঞা ভাব স্পষ্ট হৈ উঠিল। মহান কলাকাৰজনাৰ গৌৰৱ আৰু বৈচিত্ৰ্যময় জীৱন-নাটৰ শেষ দৃশ্য।...

গভীৰ ৰাতি। জগত নিমাও-মাও। গ্ৰীষ্মকালৰ মাজনিশা পাৰ হৈ যোৱাত বতাহ কিছু জুৰ পৰিছে। ৰাভাদেৱৰ আগুৰি থকা সকলোৰে মন-প্ৰাণ উদ্বিগ্ন আৰু অশান্তিময়। কিবা এটা যেন নোহোৱা ঘটনাহে ঘটিব খুজিছে। জুৰ বতাহৰ মাজতেই সকলোৱে এটি অসহ্য যন্ত্ৰণা ভোগ কৰিছে। বিভিন্ন লোকৰ মনৰ মাজত হাঁয়! হাঁয়!!—অস্ফুট বেদনা।

সদানন্দ শিল্পীৰ চকুযুৰি জোৰকৈ মেল খাইছে, মুখেৰে কিবা যেন কওঁ কওঁ। খৰমান তালৰ এয়া যেন শেষ চাপৰ। মুক্তি মঙ্গল গীত-ভটিমা বাজোঁ বাজোঁ।

ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ গুৱাহাটীৰ কাৰ্য্যালয়লৈ তেজপুৰৰপৰা জীৱন কলিতাই কোনোবাবে জনালে যে বাভাদেৱৰ অৱস্থা অতি সংকটজনক। বিসকলে তেওঁৰ শেষ দৰ্শন লাভ কৰিব খোজে, শান্তিপুৰলৈ আহিলেহে মনৰ আশা পূৰণ হ'ব। কিন্তু মানুহৰ আশা-আকাঙ্ক্ষা জানো সদায় পূৰ হয়?

কলাগুৰুৰ চিৰহাস্য মুখত লাহে লাহে এটি ক্ষীণ দীপ্তি প্ৰকাশ পালে। কোনোৱে ভাবিলে, তেওঁৰ অৱস্থা ভাললৈ আহিছে; কিন্তু নহয়, এয়া বন্তি নুমোৱাৰ আগৰ জিলিকনি কেবাহে।

তেতিয়া দুই বাজি পঁচিশ মিনিট। গীত-মাত-নাচ-বচন-বাজনা সকলো মহাশূন্যত মিলি গ'ল। বিষ্ণুপ্ৰসাদ ৰাভাৰ মহাজীৱনৰ মহানাটৰ সামৰণি পৰিল। অসম-ভাৰত তথা পৃথিবীৰ সংস্কৃতিৰ বুৰঞ্জীৰ এটি যুগ সৃষ্টি কৰি তেওঁৰ নশ্বৰ দেহা অচল হৈ আছিল। চাৰিওপিনে বেদনাত কণ্ঠৰোধ হোৱা অৱস্থা। ১৯০৯ চনৰ ৩১ জানুৱাৰী বৃহস্পতিবাৰৰপৰা এয়া ১৯৬৯ চনৰ ১৯ জুনৰ বৃহস্পতিবাৰলৈ অমৰ স্থিতপ্ৰজ্ঞ শিল্পী,-গায়ক, বচক, লেখক, কবি, গৱেষক, বুৰঞ্জীবিদ, নৃত্য-শিল্পী, অভিনেতা, দাৰ্শনিক, মঞ্চ-পৰিচালক, চিত্ৰ-পৰিচালক, খেলুৱৈ, বক্তা পুৰুষজনে কত লিখিলে, কত বচিলে, কত আঁকিলে, কত ৰকমৰ ন তথ্য দাঙি ধৰিলে, কত ভাও দিলে, কত বক্তৃতা দিলে, তাৰ লেখ-জোখ নাই। বহুমুখী বিভিন্ন প্ৰতিভাবে সকলোকে মাথো তেওঁ চমক খুৱালে—বিৰাট জনতাৰ স্মৃতি-মানসত তেওঁ হৈ থাকিল এটা যেন কিংবদন্তি, ৰোমাণ্টিক কাহিনী।

॥ আঠাইশ ॥

## উপসংহাৰ

কলাগুৰু বিষ্ণুপ্ৰসাদঃৰাভাৰ প্ৰতিভা আৰু মহিমাৰে ভৰা জীৱন অৱসানৰ লগে লগেই অসমৰ সাহিত্য-জগতত প্ৰায় এবছৰ কাল জুৰি এটি সৃষ্টিৰ গভীৰ আলোড়ন হয়। বিভিন্ন জনৰ দ্বাৰা বিভিন্ন কবিতা, প্ৰবন্ধ, কথা-কবিতা, আলেখ্য আদি ৰচিত হয়। এই-বিলাকৰ কিছুমান কাকতে-পত্ৰে প্ৰকাশ হৈছিল; বহুতখিনি এতিয়াও অপ্ৰকাশিত হৈ আছে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ পিচত প্ৰায় পাঁচশ বছৰ কাল পূৰ্বভাৰত তথা অসমত সংহতিৰ সেতু বান্ধিব পৰা পুৰুষ আছিল বিষ্ণুপ্ৰসাদ।

বিপ্লৱী শিল্পী, কবি মহেন্দ্ৰনাথ ডেকা ফুকনে এদিন নে দুদিনৰ ভিতৰতে "বাঁহী" নামৰ কাব্য এখনি লিখি উলিয়ায়। খ্যাতনামা সাহিত্যিক অতুল চন্দ্ৰ হাজৰিকাদেৱৰপৰা আমি জানিব পাৰিছোঁ যে এই কাব্যখনৰ এটি অংশ ডেকাফুকনে তেওঁক আবৃত্তিৰ সুৰত পঢ়ি শুনাইছিল। ইয়াৰ মাজৰ চাৰিটা স্তৱক 'দৈনিক অসম'ত ( ১৫ আহাৰ, ১৮৯১ শক ) প্ৰকাশ হৈছিল।

॥ বাঁহী ॥

বিষ্ণু ৰাভা কলাগুৰু, শিল্পীৰ "বাঁহী"
তুমি হেনো অমৰালৈ গলা।
কিন্তু সখী জানো নাই, তুমি অসমৰ
'চিৰজুৰি চিৰজীয়ি হলা॥

বাতাবংশ-বাজবংশ        ধন্য কবি তুমি
বাহি গলা শিল্পৰ সাধনা।
নট-বস-বাজৰূপে        শিকালা সবাকে
সুন্দৰৰ পূজা আৰাধনা॥
মোহিনী অসম মোৰ        দুখীয়া হলেও
তোমাৰ স্মৃতিতে মহাধনী।
সংস্কৃতিৰ পূণ্য তুমি        গুৱাই থাকিবা
সদানন্দ শিল্পী শিৰোমণি॥
তোমাৰ নামকে লৈ        শিল্পাশ্ৰম পাতি
শিল্পতে কৰিম প্ৰাণপাত।
মাথো তুমি দিবা সখী    সপোনতে মোক
"বাঁহে" বুলি একোবাৰি মাত॥…

'নট-বস-বাজৰূপে' জগতক সুন্দৰৰ আৰাধনাৰ শিক্ষা দি তেওঁ মৰ্ত্যৰ দেহ ত্যাগ কৰি অমৰধামলৈ গতি কৰিলে। তেওঁৰ সবল-সুঠাম শৰীৰ জীয়াভৰলীৰ পাৰত জলন্ত অগনিত ছাইত পৰিণত হ'ল। চাই থাকোঁতেই তেওঁ অদৃশ্য হৈ পৰিল; কিন্তু 'দেহ বীণৰ তাঁৰ জোকাৰি' তেওঁ বজোৱা ভুবন মোহন সুৰবোৰ বৈ গ'ল পৃথিবীৰ বুকুত।

'সত্ৰিয়াৰ সুৰ'ৰ কবি শ্ৰীমতী নলিনীবালা দেবীয়ে শ্ৰদ্ধাঞ্জলি জনালে মনোৰম কবিতাৰ এটি মুক্তিমঞ্জল চপয়েৰে :—

"সুৰ দেউলৰ সুন্দৰ পূজাৰী কবি
জীৱন-মালক সজালা সুৰভি সুৰে,
ৰূপ সংস্কৃতিৰ সপোন আবেশ সানি
অসমী-বুকুত চন্দন সুৰভি উৰে।
তৰুনি স্মশানে জীৱনৰ ধূপ জ্বলি
আহে মুৰত মি বীণ জনালা কবি
সৃষ্টি প্ৰাণৰ ইন্দ্ৰধনু ৰঙে
জিলিকে মোহন সপোনৰ ৰূপ ছবি।

মৰমী অসমী মাতৃৰ পূজাৰী তুমি
সজালা সবাই মনোমোহা গানে-গীতে
থাপনাত থাপি সোণ মুকুতাৰ মালা
মণিকূটৰ জেউতি চৰালা নিতে।
জীৱন যুঁজত ক্লান্ত যদিও দেহা
ঊৰ্দ্ধগামী চিত্ত অপৰাজেয় মন
সোণৰ সোলেং বিচাৰি আকুল চিত্ত
সুৰলোক ভ্ৰমে সুন্দৰ পিয়াসী প্ৰাণ।
অসীম ক্ষুধাই অসীম বিচাৰি ফুৰে
ৰূপ-সাগৰত সাঁতুৰি বুৰ মাৰে।
সুৰৰ ৰথত উৰি যায় সুৰ কৰি
অমৰ লোকৰ বিচাৰি কিন্নৰ সুৰ
ৰূপ সাধনাৰ সাধনা নপৰে ওৰ
সংস্কৃতিৰ ধূপে অসম আমোদ-মোদ
যোৱা সুৰ কৰি নন্দন বনত
সুৰভি বিচাৰি পাবা
ধৰণী বুকুত সুৰ দেউলত
তুমি চিৰজীৱী হ'বা।"

কলাগুৰুৰ বাল্যবন্ধু আৰু তেওঁৰ জীৱন-নাটৰ শেষ দৃশ্যৰো দ্ৰষ্টা শ্ৰীদেবেন্দ্ৰনাথ চলিহাই তেজপুৰ সাহিত্য সভাৰ আহ্বানত অনুষ্ঠিত হোৱা আদ্যশ্ৰাদ্ধৰ সভাত অশ্ৰুসিক্ত নয়নেৰে ৰচনা কৰি স্মৃতি তৰ্পণ কৰিলে। শ্ৰোতাসকল নিশ্চল হৈ পৰিল আৰু অনেকৰেই হৈ পৰিল অশ্ৰু তৰ্পণ:

"তুমি হেনো শিল্পী;
অকল শিল্পীয়ে জানো?"
মোৰ দৃষ্টিত তুমি কিন্তু বহু ওপৰত
হিমালয় গিৰিবৰে উচ্চ শিখৰত।

কোনোবা কালত কোনোবা দেশত

হয়তোবা আছিলা গন্ধৰ্ব কিম্বা চিত্ৰকৰ

বজাই দুন্দুভি অথবা তুলিৰে ৰহণ সানি

আঁকিছিলা নানা চিত্ৰ-বিচিত্ৰ মনোহৰ ।

তাৰেই আঁকৰ লৈ হয়তোবা স্মৃতিকে সাৰথি ধৰি

জনমিলা তুমি আহি ভাৰত-ভূমিত ।

বিষ্ণু নামে জন্ম ধৰি সৰ্বগুণে শোভা কৰি

বিলালা সৌৰভ তুমি নানান স্থলত ।

শ্ৰীশঙ্কৰৰ আঁকি চিত্ৰ হ'লা সকলোৰে মিত্ৰ

ধনুৱা গীতৰ তুমি কৰিলা বিকাশ,

সতী জয়মতী, বেউলা, শোণিত কুঁৱৰী

নাট ৰেকৰ্ডেৰে

জ্যোতিৰ আভাৰ ৰহণ সানি

কৰিলা প্ৰকাশ ।

বান মকটি যেন তোমাৰেই আমঠু হিয়াৰ

ছন্দেৰে ভৰা কত নৃত্য

কত গীত মাত ।

কত অভিনয় কত ৰূপসজ্জা

ক'ত যে সকল নাট ।

সৌ সিদিনা মাথোন ব্ৰাইজৰ বিহুতলি

আৰু সাহিত্যৰ ৰৱ সবাহত

কৰিছিলা যেন তুমি ভাৱিনীৰ দেশখন

শুচি গ'ল বুলি ।

পৰ্বত ভৈয়ামৰ সম্প্ৰীতিৰ জাগ্ৰত প্ৰতীক ৰূপে

সহিব নোৱাৰি তুমি হ'লা অন্তৰ্হিত ।

তোমাৰ অশেষ যত্নৰ ফলতে
গঢ়িলা চিত্ৰ শিল্পী চিৰাজ
আৰু প্ৰতিধ্বনি সুৰ এৰাবাট।
শ্ৰদ্ধাৰে বাইজলৈ আগবঢ়াই দিলা
ডকুমেণ্টৰী চিত্ৰ অমৰ লক্ষ্মীনাথ।
তোমাৰ যত্নতে গঢ় ললে কাহিলিপাৰ
জ্যোতি চিত্ৰবন
তোমাৰ দিহাতে গঢ়ি যে উঠিল—
সঙ্গীত কলা পৰিষদ ৰবীন্দ্ৰভৱন।
তোমাৰ সবল বুকুত থুপ খোৱা
অশেষ মৰমৰ মিঠা মৌৰ বহঘৰা।
সেই মৌ-কোঁহ চেপি নিজেও অলপ খোৱা
বাইজকো দিয়া
মৰমৰ কান্দোনেৰে আপোন-পাহৰা হৈ
আনন্দত তোমাৰ নাচে-বাগে হিয়া।
কিন্তু কি যে হ'ল হায়! বিধাতাৰ কঠোৰ পৰিহাস
কল্পতৰু ভাগি গ'ল
মৌচাক খোচি গ'ল
প্ৰবল ধুমুহা আহি সকলো কৰিলে নাশ॥
হে মৃত্যুঞ্জয়ী বীৰ,
তুমি ধীৰ স্থিৰ,
তোমাক জনাওঁ নমস্কাৰ,
হিয়া ভৰা মৰমেৰে
এটুপি চকুলোৰে
বিদায়ৰ প্ৰাৰ্থনা—
শ্ৰদ্ধাৰে আমাৰ॥

তেজপুৰৰ শ্ৰীমতী লিলি ৰাজবংশীয়ে অমৰ শিল্পীজনাৰ বিয়োগত লিখিলে ( দৈনিক অসমৰ সেই একে সংখ্যাতেই ):

॥ এটি পোহৰৰ বৃত্তান্ত ॥

…এটা বিৰাট সূৰ্য্য ডুব গৈছিল।
পশ্চিমৰ আকাশত জ্বলা,—
একুৰা বিস্তৃত জুয়ে
এখন চহৰৰ মানুহক গিলিব খুজিছিল।
শীত আৰু উষ্ণতাত আমি কঁপিছিলোঁ।
আৰু কঁপিছিল—
মন আৰু ঘৰৰ দুৱাৰে দুৱাৰে—
ওলমি পৰা এখোপা বেজাৰ।
হতাশাত নিৰাশাত হয়তো—
যুঁজি যুঁজি এৰি দিয়াৰ
চৰম পৰাজয়ত !!
মোৰ ভয় লাগিছিল
তথাপি সাৰে আছোঁ
আৰু সাৰে আছে—
এজাক জনতা।
"এতিয়া কিমান বাজি ?"
তুমি জানো সাৰে আছা ?
কবা জানো এতিয়া কিমান বাজি—
নকলেও আমি জানো।
হেৰা শোণিতৰ পুত্ৰ !
তুমি মৃত্যুঞ্জয়ী !!

## । বিষ্ণু ৰাভাৰ স্মৃতিত ।

সৰবতোপৰ শ্ৰীটিকেন নাথে ৰচিলে :

মোৰ আইৰ চোতালৰ তুলসীতলত
এগছি বন্তি জ্বলিছিল,
বন্তিৰ পোহৰত নিশাৰ এন্ধাৰ
কঁপিছিল,
শাওণৰ পথাৰত ৰোকা খচি
তুঁই বোৱা, আঘোণৰ পথাৰত
ধান দাই কঁকাল বিষোৱা
মোৰ আইৰ সেমেকা মুখখনি
জিলিকি উঠিছিল—
পুৱাৰ পোহৰত
জিলিকা এপাহ গোলাপ ফুলৰ দৰে
নিশাৰ এন্ধাৰ পুৰি যেতিয়া
বন্তি গছি নুমাল—
আইৰ দুচকুত বিৰিঙিল
চকুলো দুটোপাল।

এনেদৰে অসংখ্য কবিতাৰ বাহিৰেও কেবাজনো বিশিষ্ট সাহিত্যিকে তেওঁৰ প্ৰতিভা আৰু অৱদানৰ কথাৰে মূল্যবান প্ৰবন্ধ-পাতিও লিখিছে। সেই সকলোবোৰ একত্ৰিত কৰিলে ৰামায়ণ মহাকাব্যৰ দৰেই এখনি হৃদয়গ্ৰাহী গ্ৰন্থ হৈ পৰিব। চিন্তাশীল ৰাজনৈতিক সাহিত্যিক হেম বৰুৱাদেৱে লিখিলে—"বিষ্ণুৰাভা : এটি সৌৰভ" নামৰ চমু কিন্তু সুচিন্তিত প্ৰবন্ধ এটি।

…"ৰাভাই ৰাজনীতিত যোগ দিছিল কিয় ?—শাসনৰ নামত জনসমাজৰ ওপৰত অনুষ্ঠিত অন্যায়-অবিচাৰ আদিয়ে শিল্পী গৰাকীৰ অন্তৰ গভীৰভাবে স্পৰ্শ কৰিছিল। জনসমাজৰ দাৰিদ্ৰ্যই মানুহজনক ম্ৰিয়মান কৰিছিল। সত্য আৰু ন্যায়ৰ অৰ্থে জনসমাজৰ কাৰণে যুঁজাৰ মানসেৰে ৰাভাই ৰাজনীতিৰ আশ্ৰয় গ্ৰহণ কৰিছিল। মন্ত্ৰী হবৰ কাৰণে নহয়। ৰাভাই বিচাৰি লোৱা ৰাজনীতিৰ পথ হৈছে কাঁইটীয়া। এনে ৰাজনীতিত আছে দুখ আৰু কষ্ট। পলাতক অৱস্থাত সমুখীন হব লগা ৰাভাৰ দুখ-কষ্টৰ কথা আমি জানো।…

ৰাজনীতিৰ মতে সাময়িকভাবে খলকনি তোলা মানুহে মৰণৰ লগে লগেই মৃত্যুক আঁকোৱালি লয়। মানুহৰ অন্তৰাত্মাক স্পৰ্শ কৰা সংস্কৃতিৰ পূজাৰীৰ বিষয়ে এইযাৰ কথা কব নোৱাৰি। সংস্কৃতিৰ পূজাৰীয়ে মৃত্যুক জয় কৰে। এইসকলৰ নশ্বৰ দেহৰ অন্ত পৰিব পাৰে ; সেইবুলি এইসকলে সিঁচি থৈ যোৱা পোহৰৰ কেতিয়াও অন্ত পৰিব নোৱাৰে। ৰাভা আজি আমাৰ মাজত নাই। তেওঁ সিঁচি থৈ যোৱা পোহৰ অবিনশ্বৰ, অপৰাজেয়। পোহৰৰ মৃত্যু নাই। ৰাভা আজি জ্যোতিৰ দেশত।"

তেতিয়াৰ অসমৰ চৰকাৰী ৰাজধানী শিলঙৰ বিধান সভাতো অমৰ দেশপ্ৰেমিক, মানৱ-প্ৰেমিক শিল্পীজনালৈ শ্ৰদ্ধাঞ্জলি জনায়। কেবাজনো সভ্যই তেওঁৰ গুণ আৰু আদৰ্শৰ প্ৰশংসা কৰি তেওঁৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰে।

তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই কলে : "আমাৰ ৰাজ্যখনৰ সংস্কৃতিৰ আকাশখনৰ এটা উজ্জল নক্ষত্ৰ অন্তৰ্ধান হ'ল।

…তেওঁ আছিল এজন অসাধাৰণ সঙ্গীতকাৰ, গীতিকাৰ, গায়ক, অভিনেতা, নাট্যকাৰ, যন্ত্ৰশিল্পী, লেখক, নৰ্তক, ছবি-আঁকোতা, সমাজ কৰ্মী আৰু সাংস্কৃতিক নেতা। ৰাজ্যখনত যি মঞ্চ-আন্দোলনৰ পুনৰ জাগৰণ ঘটিছে, সেই মঞ্চ-আন্দোলনৰ তেওঁ বাটকটীয়া। অসমৰ চলচ্চিত্ৰ উদ্যোগৰ ক্ষেত্ৰতো কৰ্মীয় ৰাভা আছিল এজন বাটকটীয়া।

তেওঁ অলখীয়া সাহিত্য আৰু সঙ্গীতকে নিজৰ ভঙ্গীৰে গীত ৰচনা কৰি আৰু গন্ত-কবিতা লিখি সমৃদ্ধ কৰি গৈছে।

মাৰ্ক্সবাদত তেওঁৰ অগাধ বিশ্বাস আছিল আৰু বাস্তৱৰত এজন উল্লেখযোগ্য বিপ্লৱী কৰ্মীৰ ভূমিকাত অৱতীৰ্ণ হৈছিল।"...

খ্যাতনামা নেতা গৌৰীশঙ্কৰ ভট্টাচাৰ্য্যদেৱে কলে: "কলাকাৰ বিষ্ণু ৰাভাই স্পষ্টভাৱে বুজি পাইছিল যে যেতিয়ালৈকে নিষ্পেষিত, নিৰ্যাতিত অৰ্দ্ধাহাৰী, অনাহাৰী জনসাধাৰণৰ দুখ-দুৰ্গতি আৰু যাতনাৰ লাঘৱ কৰিব পৰা নহয় তেতিয়ালৈকে প্ৰকৃত কলাৰ বিকাশ হব নোৱাৰে।...

...ৰাভা আছিল সৰ্বগুণ-অলঙ্কৃত। তেওঁ আছিল নৃত্য-বিশাৰদ, সঙ্গীতজ্ঞ, গীতিকাৰ, চিত্ৰ-বিশাৰদ, কবি-সাহিত্যিক, অভিনেতা।"...

আন এজন খ্যাতনামা সভ্য ফণী বৰাই কলে, "ৰাভা আছিল এটি বহুমুখী প্ৰতিভা, স্বাধীনতা সংগ্ৰামৰ প্ৰথম শাৰীৰ সৈনিক, অনন্ত দেশ-প্ৰেমৰ নিদৰ্শন, সংস্কৃতিৰ পূজাৰী। অসমৰ জাতি-উপজাতিক ঐক্যবদ্ধ কৰাৰ প্ৰচেষ্টাৰ প্ৰতীক। শোষণকাৰী পুঁজিবাদীৰ বিৰুদ্ধে ৰাভাই জনসাধাৰণক নাট্য-সঙ্গীত আৰু লেখনীৰ মাজেৰে জগাই তুলিবলৈ বিচাৰিছিল।...

...শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পিচত এনে বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি স্বৰ্গীয় ৰাভাৰ বাহিৰে দ্বিতীয়জন এতিয়ালৈকে অসমত ওপজা নাই।"...

বিভিন্ন কাৰ্য্যসূচীৰে যিখন কলিকতাত বিষ্ণুপ্ৰসাদ ৰাভাই এদিন উখল-মাখল লগাইছিল, সেই কলিকতা মহানগৰীতো মুক্তিমঙ্গলস্বৰূপে (২৯ জুন, দেওবাৰে) ১০ নং হিন্দুস্থান পাৰ্কত শ্ৰদ্ধাঞ্জলি তৰ্পণৰ সভা বহে পশ্চিমবঙ্গৰ বিখ্যাত সাহিত্যিক অন্নদাশঙ্কৰ ৰায়ৰ সভাপতিত্বত। প্ৰধান অতিথিস্বৰূপে ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায় মহোদয়ে মূল্যবান ভাষণ দিয়ে। এই গুৰুত্বপূৰ্ণ শ্ৰদ্ধা-নিবেদনৰ সভাখন আহ্বান কৰিছিল 'সৰ্বভাৰতীয় কবি সন্মিলন', 'লোকসংগীত

আৰু লোকগাঁথা গৱেষণা প্ৰতিষ্ঠান' আৰু 'অসম সাহিত্য-সংস্কৃতি চৰ্চা'ই যুটীয়াভাৱে।

ডঃ চট্টোপাধ্যায়ে ৰাভাদেৱক 'পূৰ্ণ মানৱ আৰু দুৰ্বাৰ-দৰ্শনৰ ইনচাৰ-এ-কামিল' বুলি অভিহিত কৰি তেওঁক প্ৰণিপাত জনায়। তেওঁ আৰু কৈছিল: "বিষ্ণুপ্ৰসাদ ৰাভাৰ সাক্ষাৎলাভৰ সৌভাগ্য মোৰ কোনোদিনেই হোৱা নাছিল। কিন্তু একেখনি কিতাপ পঢ়িয়েই মই মুগ্ধ হৈছিলোঁ। বড়ো কৃষ্টি সম্বন্ধে ৰাভাৰ যি ৰচনা তাৰ মাধ্যমেৰে আধোন মোৰ যোগাযোগ। একালত মই বড়ো ভাষা আৰু সংস্কৃতিৰ অৱদান সম্পৰ্কে অনুশীলন কৰিছিলোঁ। তেতিয়াই ৰাভাৰ ৰচনাৰ লগত পৰিচিত হওঁ। বড়ো নাম ভুলুং বুথুৰ অৰ্থাৎ কল কল নাদিনীবপৰা ব্ৰহ্মপুত্ৰ নামৰ উৎপত্তি বুলি ৰাভাই যি মত প্ৰকাশ কৰিছিল, মই তাক গ্ৰহণ কৰিছিলোঁ।"...

কলাগুৰুজনাৰ অন্তৰঙ্গ আৰু গুণমুগ্ধ বন্ধু শিল্পী সাহিত্যিক হেমাঙ্গ বিশ্বাসে আবেগপূৰ্ণ ভাষাৰে তেওঁলৈ শ্ৰদ্ধা নিবেদন কৰে। তেওঁ চমু ভাষণত কয়: "তেওঁৰ (ৰাভাৰ) দৰে সৰ্বতোমুখী সংগ্ৰামী ব্যক্তিত্বৰ লগত তুলনা দিয়াৰ লোক বাংলাদেশত (পশ্চিমবংগ) নাই। ৰাভাই সমাজবাদ প্ৰতিষ্ঠাৰ বাবে যি হাতেৰে ষ্টেন-গান তুলি লৈছিল, সেই হাতেৰেই ছবি আঁকিছে। পাৰ্বত কৃষকৰ লগত একেলগে নাচিছে, গাইছে। অসমৰ ঐতিহ্যমূলক সত্ৰীয়া নাচ, ওজাপালি বহিৰ্জগতত সুধীসমাজৰ আগত পৰিৱেশন কৰিছে। জীৱনৰ বহু কাল যি কাৰাগাৰৰ অন্তৰালত কটাইছে, তেওঁৱেই আকৌ ফিল্ম্ ষ্টুডিঅ'ৰ বত্তিৰ পোহৰত কেমেৰাৰ আগত থাকি অভিনয় কৰিছে, কেমেৰাৰ পাচত থাকি চিত্ৰ পৰিচালনা কৰিছে। ৰাভা আছিল পাহাৰ আৰু সমতলৰ সবাতোকৈ আপোন মানুহ— সমন্বয়ৰ সেতু।"

সভাপতিৰ ভাষণত ৰায় মহাশয়ে কৈছিল: "হাতত অস্ত্ৰ লৈ, গান গাই, ছবি আঁকি, জীৱন সংগ্ৰামত আগুৱাই যোৱাৰ উদাহৰণ

ইটালীয় নৱজাগৰণ যুগত আছিল বুলি জনা যায় ; কিন্তু এই ক্ষেত্ৰত এনে সব্যসাচীৰ দৃষ্টান্ত বিৰল।···

···অসম বহু জাতি-উপজাতি, ভাষা-উপভাষা, কৃষ্টি-সংস্কৃতিৰ বাহুল্য হিচাপে ভাৰতৰ অনন্য ক্ষুদ্ৰ সংস্কৰণৰ এখন ভাৰত ; ৰাভা আছিল সেই অসমৰ সমন্বয়ৰ প্ৰতীক।"

কলিকতাৰ দৈনিক ইংৰাজী বাতৰিকাকত অমৃতবাজাৰ পত্ৰিকাত ৰাভাদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ বাতৰি এনেদৰে প্ৰকাশ পাইছিল :

"Mr. Bishnu Rava, artist turned revolutionary and a legendary figure in Assamese folk song and drama died of Cancer at Tezpur at 2-25 early this morning. Mr. Rava was an independent left member of Assam Assembly. The death of Mr. Rava removed from the nationed Scene an unique personality of rare talent of a singing ministral, dancer, actor and gun—carrying revolutionary···

···He died a pauper···"

ডেৰ হাজাৰ বিঘা মাটিৰ মালিকৰ সন্তান হৈও, প্ৰাচুৰ্য্যৰে পৰিপূৰ্ণ এটি পৰিয়ালত উপজিও, তেওঁ হৈ পৰিছিল কপৰ্দকহীন। জীৱন-সংগ্ৰামত জীয়াই থাকিবলৈ লগা সকলো বস্তুৰপৰাই তেওঁ হৈ পৰিছিল বঞ্চিত—যেন জগতৰ সৰ্বহাৰাবেই এজন। তথাপি তেওঁৰ হাঁহিভৰা মুখত কোনোদিনেই বেজাৰৰ ভাব নাছিল, নোহোৱা সাংসাৰিক উপকৰণৰ বাবে কোনোদিনে অভাৱ অনুভৱ কৰা নাছিল ; সংগ্ৰামী জীৱনত কোনো ক্ষণতেই স্তব্ধ হৈ উঠা নাছিল ; ব্যথিত হৈ পৰা নাছিল। সাধনা-সিদ্ধ ৰূপ-তান্ত্ৰিক ৰাভা-বিজয়ী, স্থিতপ্ৰজ্ঞ হৈ তেওঁ যুগে যুগে হৈ ৰ'ল সদানন্দ শিল্পী শিৰোমণি। সৰ্বদেশৰ সৰ্বকালৰ সৰ্বহাৰাৰ সংগ্ৰামী শক্তি, সৰ্ব-সংস্কৃতি কলাৰ আঁকৰ।